# অসমীয়া জাতীয়তাবাদৰ উৎস প্ৰসংগ

ড° প্ৰফুল্ল মহন্ত

জানকী প্ৰকাশন
পাণবজাৰ গুৱাহাটী - ১

Asamiya Jatiyatabadar Utsha Prasanga (on Assamese Nationalism) written in Assamese by Dr. Prafulla Mahanta
Published by Pradip Saikia - Janaki Prakashan,
Panbazar, Guwahati - 1.
Price Rs. 45.00 only.
First Edition : December 1994

প্ৰকাশক ঃ
প্ৰদীপ শইকীয়া
জানকী প্ৰকাশন
পাণবজাৰ, গুৱাহাটী - ১

প্ৰথম প্ৰকাশ ঃ
ডিচেম্বৰ, ১৯৯৪

বেটুপাতঃ চন্দন চুতীয়া

মূল্য ঃ ৪৫.০০ টকা মাত্ৰ

ডি টি পি কম্পোজিং ঃ
এঞ্জেল এছোছিয়েটছ
বিহাবাৰী, গুৱাহাটী - ৮

# প্ৰসংগত

বিভিন্ন সময়ত বিভিন্ন উপলক্ষে লিখা কেইটামান আলোচনাই এই সংকলনখনত ঠাই পাইছে। আমাৰ বৌদ্ধিক সীমাবদ্ধতা সম্পৰ্কে আমি সচেতন সেয়ে, কিতাপ আকাৰে প্ৰকাশ কৰাৰ কথা ভবা নাছিলো। দুবছৰমানৰ আগতে আমাৰ প্ৰাক্তন ছাত্ৰ, বৰ্তমান শিক্ষক মৰিয়নীৰ নাজীৰ নকবাই কথাটো কেইবাদিনো উলিয়াইছিল। বাময়েও তাৰেই দিছে। দুবছৰ পাছ হ'ল আমাৰ বৰ ল বা মুনৰ (বাবুল) আগ্ৰহে উৎসাহ যোগালে। তেওঁলোকেই এই পৰিকল্পনাৰ উৎস। তেওঁলোকৰ লগত আমাৰ ধন্যবাদৰ সম্পৰ্ক নহয়।

আলোচনাকেইটাত বিভিন্ন বিষয় উত্থাপিত হ'লেও, পাঠকে নিশ্চয় এটা মাজত যোগসূত্ৰ বিচাৰি পাব।

জ্ঞানদা প্ৰকাশনৰ স্বত্বাধিকাৰী প্ৰদীপ শইকীয়াৰ চিন্তা-চৰ্চাৰ প্ৰতি থকা আন্তৰিক আগ্ৰহে আমাক মুগ্ধ কৰিছে। তেওঁৰ প্ৰতি অকৃত্ৰিম প্ৰীতি আৰু ধন্যবাদ জনাও।

উল্লেখ নকৰি নোৱাৰো যে মৰিয়নীৰ কিংডম গোষ্ঠীৰে ধনি এচাম যুৱক যুৱতী (অধিকাংশই আমাৰ ছাত্ৰ-ছাত্ৰী) আৰু মৰিয়ানী কলেজৰ ছাত্ৰ-ছাত্ৰীয়েই আছিল আমাৰ বৌদ্ধিক জীৱনৰ অৱলম্বন। আজি কৃতজ্ঞচিত্তে তেওঁলোকক সোঁৱৰিছো।

গুৱাহাটী　　　　　　　　　　ড° প্ৰফুল্ল মহন্ত

২৩ ছেপ্টেম্বৰ ১৯৯৪

# সংকলন সূচী

# অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস-প্ৰসঙ্গ

ভাৰতৰ বুৰ্জোৱা শ্ৰেণীৰ শাসন প্ৰতিষ্ঠা হোৱাৰ দুকুৰি বছৰ সম্পূৰ্ণ হ'ল। এই দুকুৰি বছৰৰ আমাৰ ইতিহাস পৰ্যালোচনা কৰি চালে দেখা যায় যে এতিয়াও আমাৰ স্বাধীনতাৰ ভেটি দুৰ্বল। কিছু কিছু উন্নয়নমূলক কাম আৰু শিল্পায়নো দেশত হৈ আছে। অথচ দুখ- দাৰিদ্ৰ্য- অপমানৰ পৰা জনসাধাৰণে মুক্তি পোৱা নাই। এই দিশত আমাৰ অৱস্থা অত্যন্ত দুখ লগা। প্ৰতিটো অৰ্থনৈতিক পৰিকল্পনা আৰু বিভিন্ন আঁচনিক চৰকাৰে অৰ্থনৈতিক উন্নয়ন আৰু সামাজিক ন্যায়ৰ ক্ষেত্ৰত এক বলিষ্ঠ পদক্ষেপ বুলি আখ্যা দি আহিছে। কিন্তু সামাজিক ন্যায় আৰু অৰ্থনৈতিক সুষমতা দেশত প্ৰতিষ্ঠা হৈছেনে? কিয় এই অৱস্থা? অৰ্থনৈতিক স্বাধীনতা অৰ্জন, সামন্ত অৱশেষৰ বিলুপ্তি সাধন, ভূমি সংস্কাৰ, গণতান্ত্ৰিক অধিকাৰ লাভ, শিল্পৰ ৰাষ্ট্ৰীয়কৰণ- এই দাবীসমূহ স্বাধীনতা সংগ্ৰামৰ মাজেৰে জনসাধাৰণে বাৰে বাৰে তুলি ধৰিছিল। প্ৰকৃততে এই দাবীসমূহৰ ভিত্তিতহে সমাজ বিকাশৰ সঠিক পথৰ সন্ধান পোৱা যাব। তাৰ কাৰণেই আমাৰ সমাজ তথা ৰাষ্ট্ৰৰ চৰিত্ৰায়ন অপৰিহাৰ্য। আমাৰ সমাজ আৰু ৰাষ্ট্ৰৰ ধাৰক-বাহক মধ্যম শ্ৰেণীটোৰ চৰিত্ৰৰ পুনৰ্মূল্যায়ন অবিহনে সমাজ তথা ৰাষ্ট্ৰৰ চৰিত্ৰায়ন প্ৰমাদদুষ্ট হৈ পৰে। সেইফালৰ পৰাই আমি ইয়াত মধ্যবিত্তৰ উদ্ভৱ আৰু বিকাশৰ প্ৰক্ৰিয়াৰ বিষয়ে কিছু কথা আলোচনা কৰিব খুজিছোঁ।

ব্ৰিটিছ বিজয়ৰ ফলত মধ্যযুগীয় অসমৰ সামন্তীয় সমাজখনৰ কিছু ৰূপান্তৰ সাধিত হয় যদিও মূল গঠন প্ৰায় একেই থাকে। সমাজ- গাঁথনিৰ লগে লগে মধ্যযুগীয় শ্ৰেণী-বিন্যাসৰো ৰূপান্তৰ ঘটে। সমাজত ধনী শ্ৰেণী, মধ্যবিত্ত আৰু শ্ৰমিক শ্ৰেণীৰ উদ্ভৱ হয়। মধ্যযুগত যে ধনী আৰু মধ্যবিত্ত বুদ্ধিজীৱী শ্ৰেণী নাছিল এনে নহয়, কিন্তু মধ্যযুগীয় শ্ৰেণী আৰু আধুনিক যুগৰ শ্ৰেণীৰ মাজত আছিল এক মৌলিক পাৰ্থক্য। এই পাৰ্থক্যৰ কাৰণেই সমাজৰ ৰূপান্তৰ সম্ভৱ হৈছিল। সুপ্ৰসিদ্ধ সমাজতত্ত্ববিদ বিনয় ঘোষে লিখিছে, 'মধ্যযুগত সামাজিক শ্ৰেণী বিচাৰৰ সৰ্বপ্ৰধান মানদণ্ড আছিল বংশ- গৌৰৱ বা তেজৰ সম্পৰ্ক। বংশানুক্ৰমে শ্ৰেণী মৰ্যাদা অক্ষুণ্ণ থাকে। সদাগৰ শ্ৰেণী, কাৰিকৰ শ্ৰেণী অথবা অৱস্থাপন্ন কৃষক শ্ৰেণী, ধন-সম্পত্তিৰ ফালৰ পৰা উচ্চ শ্ৰেণীভুক্ত হোৱাৰ যোগ্যতা লাভ কৰিলেও তেওঁলোকক সেই শ্ৰেণী-মৰ্যাদা দিয়া নহৈছিল। বংশ আৰু তেজৰ সম্পৰ্ক অত্যন্ত ক্ষুদ্ৰ গণ্ডীৰ মাজত মধ্যযুগৰ শ্ৰেণী- বিন্যাস সীমাবদ্ধ আছিল। সমাজৰ আভ্যন্তৰীণ শ্ৰেণীৰ বিন্যাস সেইকালৰ অৰ্থনৈতিক গাঁথনিৰ দৰেই অচল- অটল স্থিতিশীল আছিল। এটা শ্ৰেণীৰ পৰা আন এটা শ্ৰেণীলৈ উন্নতিৰ সম্ভাৱনা নাছিল বুলি ক'লেও হয়।

কিন্তু নতুন শ্ৰম-শিল্পৰ যুগত, ধনতন্ত্ৰৰ যুগত, সচল সক্ৰিয় যন্ত্ৰযুগত মধ্যযুগৰ অচলায়তন ভাঙি গ'ল। ... মুদ্ৰাপ্ৰধান অৰ্থনীতিয়ে মধ্যযুগৰ বংশপ্ৰধান দুৰ্ভেদ্য শ্ৰেণী-প্ৰাচীৰ ভাঙি দিলে।"

য়ুৰোপত পঞ্চদশ-ষোড়শ শতিকাত ধনতন্ত্ৰৰ বিকাশে সামন্তীয় সমাজখনৰ ভেটি খহাই দিয়াৰ লগে লগে মধ্যযুগীয় ইউৰোপৰ চিন্তা জগতলৈ আহিছিল বৈপ্লৱিক ৰূপান্তৰ। সেয়ে য়ুৰোপৰ আধুনিক যুগ হৈছে ধনতন্ত্ৰৰ যুগ। সামন্তীয় সমাজখনৰ আমূল পৰিবৰ্তন অবিহনে য়ুৰোপত চিন্তাবিপ্লৱ সম্ভৱ নহ'লহেঁতেন। একোখন সমাজত নিৰ্দিষ্ট একোটা অৰ্থনৈতিক গাঁথনিৰ মাজতহে বিশেষ কিছুমান ধ্যান-ধাৰণা, চিন্তা-চেতনাৰ উদয় হ'ব পাৰে। এটা যুগৰ চিন্তা-চেতনা, মতাদৰ্শ আৰু ৰাজনৈতিক অনুষ্ঠানৰ আন এটা যুগৰ লগত থকা পাৰ্থক্যৰ মূলতে সিবিলাকৰ স্বকীয় বৈশিষ্ট্য নহয়। সমাজ- জীৱনৰ বস্তুগত ভিত্তিয়েহে এটা যুগক আন এটা যুগৰ পৰা পৃথক কৰে।

ব্ৰিটিছে সামাজিক স্বাৰ্থতে অসমৰ সামন্তীয় সমাজখনৰ মূলোচ্ছেদ কৰা নাছিল। ব্ৰিটিছ প্ৰয়োজন-জাত আধুনিক মধ্যবিত্ত শ্ৰেণীয়েও সেই কাম সমাধা কৰিব নোৱাৰিলে। সেয়ে দেখা যায়, আধুনিক মধ্যবিত্তৰ চৰিত্ৰও মূলতঃ অৰ্ধ-সামন্তীয়। মন কৰিবলগীয়া যে আধুনিক অসমীয়া সাহিত্য-সংস্কৃতিৰ স্ৰষ্টা মূলতঃ এই মধ্যবিত্ত শ্ৰেণীয়েই। গতিকে অসমৰ চিন্তাজগতলৈ যিখিনি ৰূপান্তৰ আহিল তাৰ লগতে অন্তঃসলিলা ফল্গুৰ দৰে সামন্তীয় ধ্যান-ধাৰণাৰ সোঁত এটিও থাকি গ'ল। সেয়ে, আধুনিক অসমীয়া সংস্কৃতিৰ স্বৰূপ আৰু গতি বুজিবলৈ হ'লে তাৰ স্ৰষ্টা আধুনিক মধ্যবিত্তৰ উদ্ভৱ, বিকাশ আৰু চৰিত্ৰ অধ্যয়ন অপৰিহাৰ্য।

ব্ৰিটিছে নিজা স্বাৰ্থতে অসমৰ পুৰণি সমাজখনক নতুন ৰূপত জীয়াই ৰাখিছিল। ব্ৰিটিছে প্ৰথমেই পুৰণি পাইক আৰু খেল-প্ৰথা উচ্ছেদ কৰি নতুন ভূমি আৰু ৰাজহ ব্যৱস্থা প্ৰবৰ্তন কৰে। কাৰণ ৰাজহৰ বাহিৰে প্ৰজা-শোষণৰ আন কোনো পথ তৎকালীন অসমত নাছিল। পাইক আৰু খেল-প্ৰথা উচ্ছেদৰ লগে লগে তাৰ ওপৰত·বৰ্তি থকা ৰজা, বিষয়া শ্ৰেণী সাধাৰণ প্ৰজাৰ শাৰীলৈ নামি আহে। আহোম যুগৰ শ্ৰেণী-বিন্যাস সম্পৰ্কে ডঃ অমলেন্দু গুহই লিখিছে, "অসমখন কিছুমান নিৰ্দিষ্ট শ্ৰেণীত বিভক্ত আছিল। ধৰ্ম নিৰপেক্ষ সম্ভ্ৰান্ত শ্ৰেণীটোৰ আটাইতকৈ ওপৰত আছিল বিখ্যাত আহোম গোষ্ঠী সাতোটা (সাতঘৰীয়া আহোম)। ৰাজ্যৰ সকলোবিলাক গুৰুত্বপূৰ্ণ কামৰ ভাৰ এওঁলোকৰ ওপৰত আছিল। দেউলৰ পুৰোহিত, ৰাজ- অনুমোদিত সত্ৰৰ গোস্বামী আৰু মহন্তসকল আৰু ৰজাই ভূমি[illegible] অনুগ্ৰহ দেখুৱা ব্ৰাহ্মণসকলেৰে ধৰ্মীয়

সম্ভ্ৰান্ত শ্ৰেণীটো গঠিত হৈছিল। ইয়াৰ উপৰিও আছিল সামন্ত ৰজাসকল, পৰ্বতীয়া ফৈদৰ মুৰব্বীসকল আৰু ধন-বিত থকা অপাইকান চমুৱাসকল।" পুৰণি সমাজখনৰ ধাৰক-বিধায়ক এই সামাজিক শ্ৰেণীৰ ধ্বংসস্তুপৰ ওপৰতে নতুন মধ্যবিত্ত শ্ৰেণীটোৰ উদ্ভৱ হয়। প্ৰজাৰ ওপৰত ধৰ্মীয় প্ৰভাব থকাৰ কাৰণে আৰু নতুন সমাজখনতো আমূল পৰিবৰ্তন নোহোৱাত ধৰ্মীয় সম্ভ্ৰান্ত শ্ৰেণীটো নিৰাপদে বৰ্তি থাকিব পাৰিছিল। ব্ৰিটিছেও প্ৰজাৰ আনুগত্য আদায়ৰ কাৰণে এই শ্ৰেণীটোৰ ওপৰত হাত দিয়া নাছিল, বৰং অনুগ্ৰহহে দেখুৱাইছিল। এইদৰে মধ্যযুগীয় সামন্তীয় সমাজখন থানবান হোৱাৰ লগে লগে নতুন অৰ্থনৈতিক আৰু প্ৰশাসনীয় ব্যৱস্থাৰ অনুকূলে নতুন সামাজিক শ্ৰেণীয়ে আত্মপ্ৰকাশ কৰে।

সামন্তীয় শোষণৰ পৰা অহা সম্পদ, সা-সুবিধা, সুখভোগ আৰু মান-মৰ্যাদা হেৰুৱাই পুৰণি, সম্ভ্ৰান্ত শ্ৰেণীটো গভীৰভাৱে অসন্তুষ্ট হৈ পৰিছিল। কিন্তু আধুনিক ৰাষ্ট্ৰৰ কোনো ধাৰণা নাথাকিলেও, অতীত অভিজ্ঞতাৰ পৰা আহোম যুগৰ আমোলা আৰু ধৰ্মীয় সম্ভ্ৰান্ত শ্ৰেণীটোৱে বুজিব পাৰিছিল যে আহোম সামন্ত ৰাষ্ট্ৰৰ দিন শেষ হ'ল। ব্ৰিটিছেই অসমৰ ভৱিষ্যৎ নিয়ন্তা। এই উপলব্ধিয়েই এওঁলোকক ব্ৰিটিছৰ ওচৰ চপাই নিছিল। ব্ৰিটিছেও নতুন ভূমি আৰু প্ৰশাসনীয় ব্যৱস্থা পৰিচালনাৰ কাৰণে সৃষ্টি কৰা বিভিন্ন বিষয়া, কেৰাণী, পুলিচ আদি পদত এই পুৰণি সম্ভ্ৰান্ত শ্ৰেণীটোৰ লোকক নিয়োগ কৰিছিল। প্ৰজাসাধাৰণৰ আনুগত্য আদায় নিশ্চিত কৰাৰ কাৰণেই ব্ৰিটিছে পুৰণি অভিজাত শ্ৰেণীটোক নতুন পদত নিয়োগ কৰিছিল বুলি অনুমান কৰিব পাৰি।

এইদৰে ব্ৰিটিছে নগৰ অঞ্চলত হাকিম, মুন্সিফ, দাৰোগা, কেৰাণী আদিৰে আৰু গাঁও অঞ্চলত মৌজাদাৰ, চৌধাৰী, গাঁওবুঢ়া, মণ্ডল আদিৰে ব্ৰিটিছৰ একান্ত অনুগত এটা নতুন শ্ৰেণীৰ সৃষ্টি কৰিছিল। পুৰোহিত, পণ্ডিত, সত্ৰাধিকাৰ আদি ধৰ্মীয় সম্ভ্ৰান্ত শ্ৰেণীটোও ব্ৰিটিছ- অনুগ্ৰহৰ পৰা বঞ্চিত হোৱা নাছিল। তেওঁলোকো ব্ৰিটিছৰ অনুগত আছিল। ইয়াৰ উপৰিও ব্ৰিটিছৰ সহযোগত সৰু- সুৰা ব্যৱসায়- বাণিজ্য আৰু চাহ খেতিতো দুই- এজনে হাত দিছিল যদিও তেওঁলোকৰ সংখ্যা নিচেই নগণ্য। এই সকলোখিনিৰে নতুন মধ্যবিত্ত শ্ৰেণীটো গঠিত হৈছিল। আৰ্থিক জীৱন ব্ৰিটিছ পুঁজিৰ লগত সাঙোৰ খাই থকাৰ কাৰণে আৰ্থিক স্বতন্ত্ৰতাৰ ভাব মধ্যবিত্তৰ মাজত লক্ষ্য কৰা নগৈছিল। গাঁও আৰু নগৰ অঞ্চলত এই মধ্যবিত্তই আছিল ব্ৰিটিছৰ প্ৰতিনিধি। লক্ষ্য কৰিবলগীয়া যে এই নতুন শ্ৰেণীটোৱে যাতে আগৰ সামাজিক প্ৰতিপত্তি হেৰুৱাবলগীয়া নহয় তাৰ প্ৰতি ব্ৰিটিছেও সজাগ দৃষ্টি ৰাখিছিল। এনেদৰেই অসমত ব্ৰিটিছ- প্ৰশাসনৰ এক সামাজিক ভিত্তি স্থাপিত হৈছিল।

গতিকে দেখা যায়, নতুন মধ্যবিত্ত শ্ৰেণীটো মূলতঃ একেটাই হ'লেও দুটা ভাগত ভাগ কৰিব পাৰি- (১) গাঁও অঞ্চল- মৌজাদাৰ, গাঁওবুঢ়া, মণ্ডল, সত্ৰাধিকাৰ ব্ৰাহ্মণ, পণ্ডিত, পুৰোহিত, দৈবজ্ঞ এই সকলেৰে নতুন মধ্যবিত্ত শ্ৰেণীটো গঠিত হৈছে। জীৱিকাৰ উপায় নতুন হ'লেও আৰু নতুন এক সমাজ ব্যৱস্থাৰ বতাহ লাগিলেও এওঁলোকেই আছিল মধ্যযুগ-সুলভ, সামন্তীয় সমাজ সম্পৰ্কৰ ধৰণীস্বৰূপ। আগৰ সামন্ত ভূস্বামী বিষয়া শ্ৰেণীটোৰ দৰে এই নতুন শ্ৰেণীটোৰ কোনো সামাজিক দায়িত্ব নাছিল। খাজনা আৰু অন্যান্য কৰ আদি প্ৰজাৰ পৰা আদায় কৰি চৰকাৰক নিয়মমতে শোধ আৰু তাৰযোগে কিছু সঞ্চয় কৰাৰ বাহিৰে এওঁলোকৰ আন চিন্তা নাছিল। গাঁৱৰ হাই- কাজিয়া বা বিধা খেলি- মেলি লাগিলে এওঁলোকৰ ওপৰতে তাৰ বিচাৰৰ দায়িত্ব পৰিছিল। এইদৰে সামাজিক প্ৰতিপত্তিৰ লগতে সম্পদো বাঢ়িছিল। গাঁৱত মৌজাদাৰসকলেই প্ৰথমে আধুনিক ধৰণে থকামেলাৰ আৰ্হি দেখুৱালেও নতুন সভ্যতা- সংস্কৃতি নিৰ্মাণত মধ্যবিত্তৰ এই অংশটোৰ অৱদান নিচেই নগণ্য। (২) মধ্যবিত্তৰ দ্বিতীয় ভাগটো নগৰৰ চাকৰিজীৱী হাকিম, মুন্সিফ, কেৰাণী, পেচকাৰ, দাৰোগা, উকিল, ডাক্তৰ আদিৰে গঠিত হৈছে। পাশ্চাত্য শিক্ষা, সভ্যতা- সংস্কৃতিৰ প্ৰভাৱ এওঁলোকৰ ওপৰত বাৰুকৈয়ে পৰিছিল। চাকৰিজীৱীসকলৰ জীৱন আৰু জীৱিকা আছিল নিৰাপদ। চাকৰি আৰু চৰকাৰৰ অন্যান্য অনুগ্ৰহ লাভ কৰাটো নিৰ্ভৰ কৰিছিল ব্ৰিটিছক সন্তুষ্ট কৰিব পৰাৰ ওপৰত আৰু চাকৰিৰ উন্নতিও নিৰ্ভৰ কৰিছিল তাৰ ওপৰতেই। মধ্যবিত্তক নিজ স্বাৰ্থ- চেতনাই ব্ৰিটিছৰ বেছি ওচৰ চপাই নিছিল আৰু ব্ৰিটিছকেই আদৰ্শ হিচাপে গ্ৰহণ কৰাৰ কাৰণেই এওঁলোকৰ মাজত জীৱনৰ সকলো ক্ষেত্ৰতে ব্ৰিটিছক অনুকৰণ কৰাৰ প্ৰৱণতা বৃদ্ধি পাইছিল। আনন্দৰাম ঢেকিয়াল ফুকনে তেওঁৰ ঘৰৰ গোপালৰ কিৰীটিটোও কৰিছিল ইংলণ্ডৰ মহাৰাণীৰ কিৰীটিৰ আৰ্হিত। এনে ধৰণৰ গভীৰ আনুগত্যৰ কাৰণেই তেওঁলোকে ব্ৰিটিছৰ আনুকূল্য অবিহনে দেশৰ উন্নতি অসম্ভৱ বুলি ভাবিব পাৰিছিল। তথাপি এটা কথা অনস্বীকাৰ্য যে আহি থকা নতুন সমাজখন তেওঁলোকৰ দৃষ্টিত ধৰা পৰিছিল।

উপাৰ্জনৰ ক্ষেত্ৰত দেখা যায়, সাধাৰণ প্ৰজা আৰু গাঁৱৰ মধ্যবিত্তত কৈ চাকৰিজীৱীসকলৰ উপাৰ্জন ভাল আছিল আৰু জীৱিকাও নিৰাপদ আছিল। উপাৰ্জনৰ এটা বুজন অংশ সঞ্চয়ো কৰিব পাৰিছিল। নগৰত থাকি চাকৰি কৰিলেও এওঁলোকৰ গাঁৱত খেতিৰ উপযোগী যথেষ্ট পৰিমাণৰ মাটি আছিল। ব্ৰিটিছ পুঁজিয়ে যিহেতু থলুৱা মানুহক ব্যৱসায়- বাণিজ্যৰ বিশেষ সুবিধা উলিয়াই দিয়া নাছিল, গতিকে এওঁলোকে সঞ্চয়ৰ এটা বুজন অংশ ব্যয়

কৰিছিল গাঁৱৰ অভাৱগ্ৰস্ত দুখীয়া কৃষকৰ পৰা কম মূল্যত মাটি কিনাত। আনহাতে যি সঞ্চয় আৰু ব্ৰিটিছৰ তলত চাকৰি কৰা সঞ্চয় এই দুয়োবিধ সঞ্চয়ৰ শৈল্পিক বিনিয়োগৰ ক্ষেত্ৰ তেওঁলোকৰ কাৰণে মুকলি নাছিল। আনহাতে ব্যৱসায়- বাণিজ্যৰ প্ৰতিও এওঁলোকৰ আগ্ৰহ নাছিল (তৎকালীন অসমত ব্যৱসায়- বাণিজ্য কৰাটোক ভাল চকুৰে নাচাইছিল)।

সেয়ে এই শ্ৰেণীটো আধুনিক বুৰ্জোৱা শ্ৰেণীলৈ উন্নীত হ'ব নোৱাৰিলে বুলি অনুমান কৰাটো অসঙ্গত নহ'ব। ব্ৰিটিছ ব্যৱসায়ী পুঁজিয়ে দুই-এটা সুৰুঙা উলিয়াই দিয়াত শেষত দুই-এজনে, ব্ৰিটিছৰ নুমলীয়া সহযোগী হিচাপে ব্যৱসায়- বাণিজ্যত হাত দিছিল। অভিজ্ঞতাই মধ্যবিত্তক এই শিক্ষা দিয়া নাছিল যে ব্ৰিটিছ পুঁজিয়ে দেশীয় পুঁজিক সহজে বাট এৰি নিদিয়ে আৰু প্ৰশাসনীয় ক্ষেত্ৰতো তেওঁলোকক বাহন হিচাপেহে বিচাৰে। এইখিনি বুজি নোপোৱাৰ কাৰণেই মধ্যবিত্ত শ্ৰেণী কুৰি শতিকাৰ দ্বিতীয় দশকলৈকে ব্ৰিটিছৰ ওচৰত কৃতজ্ঞ আছিল আৰু ব্ৰিটিছৰ অনুগ্ৰহ আৰু আনুকূল্যতেই দেশৰ কল্যাণ সাধিবলৈ বিচাৰিছিল।

ড° হীৰেণ গোহাঁয়ে ঠিকেই লক্ষ্য কৰিছে যে, 'মণিৰাম দেৱানেই তেওঁৰ কাৰ্য-দক্ষতাৰ কাৰণে সকলোতকৈ আগতে ব্ৰিটিছ পুঁজিয়ে দিব পৰা সকলোখিনি আদায় কৰি লয়। ... সকলোতকৈ আগতে তেৱেঁই বুজি পায় বিকাশৰ এটা নিৰ্দিষ্ট বিন্দুলৈকেহে ইংৰাজে দেশীয় পুঁজিক সহায়- সমৰ্থন কৰিব। আৰু সেই সীমা চেৰাই গ'লেই প্ৰতিযোগিতাৰ ভয়ত তাক নিৰ্বিবাদে বিনাশ কৰিব।''[৩] মণিৰামেই তাৰ উপযুক্ত প্ৰমাণ। ১৮৪৪ চনলৈকে কোম্পানীৰ দেৱান হিচাপে চাকৰি কৰি পিছত চাকৰি এৰি আহি মণিৰামে চিনামৰা আৰু চেংলুঙত দুখন চাহ বাগান পাতিছিল। ১৮৫২ লৈকে শিৱসাগৰত ব্যক্তিগত উদ্যোগত পতা তিনিখন চাহ বাগানৰ দুখনেই আছিল মণিৰামৰ। ব্ৰিটিছ পুঁজিয়ে মণিৰামক আগ বাঢ়িবলৈ নিদিলে। পুলিচতেই ব্ৰিটিছে প্ৰতিদ্বন্দ্বীক মোহাৰি পেলালে। সামন্তীয় অতীতৰ প্ৰতি মোহমুক্তি নঘটিলেও মণিৰামৰ মন পুঁজিবাদ আৰু নতুন জীৱনৰ প্ৰতি চাল খাইছিল বুলি অনুমান কৰাৰ যথেষ্ট থল আছে। এতিয়া নিশ্চয় আমি এই সিদ্ধান্তলৈ আহিব পাৰোঁ যে পুৰণি সম্ভ্ৰান্ত শ্ৰেণীটোৰ ব্যক্তিগত সঞ্চয় থাকিলেও ব্ৰিটিছ পুঁজিৰ সন্মুখত তিষ্ঠিব নোৱাৰিলে। সেয়ে ব্যক্তিগত সঞ্চয় আধুনিক পুঁজিত পৰিণত হ'ব নোৱাৰিলে। ব্যক্তিগত দেশীয় পুঁজিয়ে বাধা পোৱাৰ কাৰণেই সম্ভাৱনা থকা সত্ত্বেও অসমত এটা স্বাধীন বুৰ্জোৱা শ্ৰেণীৰ উদ্ভৱ সম্ভৱ নহ'ল। আধুনিক শিক্ষাৰ লগত পৰিচয়হীন আহোম যুগৰ বিষয়া শ্ৰেণীটো ব্ৰিটিছৰ একান্ত

অনুগত চাকৰিয়াল হিচাপেই থাকি গ'ল। তথাপি আধুনিক সভ্যতা- সংস্কৃতিৰ দ্বাৰা অনুপ্ৰাণিত হোৱাৰ কাৰণেই আধুনিক শিক্ষা প্ৰবৰ্তনৰ ক্ষেত্ৰত তেওঁলোকৰ যথেষ্ট উদ্যম দেখা গৈছিল। আধুনিক শিক্ষাৰে শিক্ষিত মধ্যবিত্ত শ্ৰেণীটো আছিল মূলতঃ চাকৰিজীৱী। ঔপনিবেশিক শোষণ প্ৰক্ৰিয়াত তেওঁলোকৰ বাবে চাকৰিৰ বাহিৰে আন একো আৰ্থিক সুযোগ- সুবিধা নাছিল। ব্ৰিটিছ পুঁজিৰ সহযোগী হিচাপে আনন্দ ৰাম ঢেকিয়াল ফুকন আৰু মাণিক চন্দ্ৰ বৰুৱাই 'বৰুৱা ফুকন ব্ৰাদাৰ্চ' নাম দি বহলভাৱে ব্যৱসায় আৰম্ভ কৰিছিল।' এওঁলোকৰ পিছতে মাণিক চন্দ্ৰৰ সহযোগী ভোলানাথ বৰুৱাৰ নামো উল্লেখযোগ্য। এওঁলোকৰ ব্যৱসায় বেছি দূৰ আগবাঢ়িব নোৱাৰিলে। তথাপি এটা কথা অনস্বীকাৰ্য যে আৰ্থিক-ৰাজনৈতিক স্বাধীনতা নথকা সত্ত্বেও শিক্ষিত মধ্যবিত্তৰ মাজত গতিশীলতা লক্ষ্য কৰা যায়। তেওঁলোকৰ অফুৰন্ত প্ৰাণ-শক্তিৰ বলতেই আধুনিক সভ্যতা- সংস্কৃতিৰ সোঁত অসমলৈ প্ৰবাহিত হয় আৰু নতুন সভ্যতা- সংস্কৃতিৰ বোৱতী নদীৰ দুপাৰৰ পলসত ন ন প্ৰতিভাৰ জন্ম হয়।

(২)

আধুনিক ধৰণে জীৱন নিৰ্বাহ কৰাসকলৰ ভিতৰত আনন্দৰামেই প্ৰথম বুলি জনা যায়। ইংৰাজী শিক্ষা লাভ কৰাসকলৰ ভিতৰত আনন্দৰাম দ্বিতীয় আছিল। তেওঁৰ দদায়েক যজ্ঞৰাম খাৰঘৰীয়া ফুকনহে ইংৰাজী শিক্ষা লাভ কৰা প্ৰথম অসমীয়া আছিল। ১৮৪৫ত উচ্চ শিক্ষা শেষ নকৰাকৈ কলিকতাৰ পৰা ঘূৰি আহি আনন্দৰামে গুৱাহাটীত স্থায়ীভাৱে বসবাস কৰে। তেতিয়াৰ পৰাই অসমত তথাকথিত 'নৱজাগৰণ'ৰ আৰম্ভ বুলি কোৱা হয়। বংশ কৌলীন্যৰ ফালৰ পৰা আনন্দৰাম সম্ভ্ৰান্ত কুলীন ব্ৰাহ্মণ সন্তান। তেওঁৰ পিতৃ-পিতামহ আহোম ৰাজত্বত দুৱৰীয়া বৰুৱা আছিল। আনন্দৰামে স্থায়ীভাৱে গুৱাহাটীত বসবাস কৰাৰ সময়তো তেওঁলোক আছিল এটা সম্পদশালী পৰিয়াল। সম্পদ আৰু সামাজিক প্ৰতিপত্তি দুয়োটাৰে অধিকাৰী আছিল আনন্দৰাম। তেওঁৰ জীৱনযাত্ৰাৰ বিৱৰণ পাওঁ গুণাভিৰাম বৰুৱাই লিখা 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত'ত। এই প্ৰসঙ্গত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই লিখিছে, "আনন্দৰামে কলিকতাৰ পৰা গুৱাহাটীলৈ ঘূৰি আহোঁতে শান্তিপুৰীয়া কলকিনাৰী ধূতি, মিৰ্জাই চোলা, গাত এখন চাল, ভৰিত মোজা আৰু জোতা পিন্ধিছিল। জেনকিন্স চাহাবক দেখা কৰোঁতে পেণ্টুলন, চাপকন আৰু টুপী পিন্ধি গৈছিল। ঘৰত দেশীয় মানুহক দেখা কৰিবলৈ ঢলা বিছনাত তুলি, গাৰু দি এটুকৰা বহা ঠাই কৰিছিল। চাহাবক দেখা কৰা কোঠালিত মেজ-মাচিয়া, কৌচ কিতাপ ভৰা আলমাৰী, চিঠি থবৰ বাবে খাকৰা কাগোৰৰ

দীঘল মোনা আদি থৈছিল। তেওঁ পাক্কীত উঠিছিল। আনহাতে গুৱালকুচীয়া ভুৱা সোণাৰিৰ হতুৱাই ঘৰৰ দেৱতা গোপালৰ বাবে যিটি সোণৰ কিৰীটি কৰাইছিল সেইটি মহাৰাণী ভিক্টোৰীয়াৰ কিৰীটিৰ আৰ্হিত কৰিছিল।"[৫] জীৱন-যাত্ৰাৰ এই ধৰণ নিশ্চয় আধুনিক আৰু ইংৰাজ প্ৰভাৱিত। বঙালী অভিজাত সম্প্ৰদায়ৰ প্ৰভাৱো এই ক্ষেত্ৰত নুই কৰিব নোৱাৰি। ৰাজা ৰামমোহন ৰায়ৰ জীৱন-যাত্ৰাৰ ধৰণৰ লগতো এওঁৰ যথেষ্ট সাদৃশ্য আছে।

আনন্দৰামে প্ৰচলিত সমাজ ব্যৱস্থাত থকা সামন্তীয় ধ্যান-ধাৰণা বিধি-ব্যৱস্থাক অস্বীকাৰ কৰিলেও ইয়াৰ পিছত কোনো বলিষ্ঠ যুক্তি নাছিল। তাৰ যোগে তেওঁ কোনো ঐতিহাসিক অৱস্থা সৃষ্টিৰ দাবী কৰিব খোজা নাছিল। প্ৰকৃততে ফুকনৰ জীৱনত আচাৰ-আচৰণগত কিছু পৰিবৰ্তনহে লক্ষ্য কৰা যায়। সামন্তীয় ধ্যান-ধাৰণাৰ মূলত তেওঁ আঘাত কৰা নাছিল। তেওঁৰ জীৱন-যাত্ৰাৰ বিবৰণৰ পৰা এটা কথা স্পষ্ট হয় যে আচাৰ-আচৰণগত যিখিনি নতুনত্ব তেওঁ দাবী কৰিব পাৰে সেইখিনিও আছিল ইংৰাজ-প্ৰভাৱিত আৰু নিজ শ্ৰেণী স্বাৰ্থ প্ৰণোদিত। ব্ৰিটিছৰ পৰামৰ্শ আৰু সহায়তে আনন্দৰামে কলিকতালৈ গৈ ইংৰাজী শিক্ষা লাভ কৰিছিল আৰু ব্ৰিটিছৰ অনুগ্ৰহতেই চৰকাৰী চাকৰিও লাভ কৰিছিল। সেয়ে ফুকন ব্ৰিটিছৰ ওচৰত কৃতজ্ঞ আছিল।

ইংৰাজেই দেশৰ ভৱিষ্যত, ইংৰাজ যে এদিন ঘূৰি যাব বা যাব লাগিব সেই কথা তৎকালীন মধ্যবিত্ত সমাজে ভাবিব পৰা নাছিল। প্ৰকৃততে ইংৰাজ ঘূৰি যোৱাটো তেওঁলোকে বিচৰা নাছিল। তেওঁলোকে বিচাৰিছিল ব্ৰিটিছ শাসনৰ তলত যিখিনি উন্নতিৰ সম্ভাৱনাই দেখা দিছিল তাক ৰূপ দিবলৈ। ব্ৰিটিছ শাসনে বঙ্গৰ সমাজ জীৱনলৈ অনা ৰূপান্তৰে আনন্দৰামক গভীৰভাৱে অনুপ্ৰাণিত কৰিছিল। বঙ্গৰ আৰ্হিতে তেওঁ অসমৰো ৰূপান্তৰ সাধিবলৈ বিচাৰিছিল। বঙ্গৰ 'ইয়ং বেঙ্গল' গোষ্ঠীৰ কাম-কাজ দেখিও তেওঁ অনুপ্ৰাণিত হৈছিল। অসমতো তেনে দল গঠন হোৱাটো তেওঁ বিচাৰিছিল। হেমচন্দ্ৰ বৰুৱালৈ দিয়া চিঠিত তেওঁ লেখিছিল, "বঙ্গদেশত 'যুবা বাঙ্গালী' নামেৰে এক শ্ৰেণী মানুহ ওলাইছে। আসামত দোষ এৰি গুণ লোৱা কিছুমান লোকৰ এটি অংকুৰ হোৱা দেখি মোৰ মন আনন্দেৰে পূৰ হৈছে আৰু এনে আশা হৈছে যে সেই গজালিটি সোনকালে এজুপি উত্তম গছ হ'ব আৰু সুগন্ধি ফুল আৰু ফলেৰে আসামৰ শোভা আৰু সুখ বঢ়াব।"[৬] মনত ৰখা ভাল যে ইয়ং বেঙ্গল' গোষ্ঠীয়ে ইংৰাজক সমালোচনা কৰিলেও ইংৰাজ শাসনৰ উচ্ছেদ বিচৰা নাছিল। এই সম্পৰ্কে বদৰুদ্দিন উমৰৰ বক্তব্য অনুধাৱনযোগ্য, 'ইয়ং বেঙ্গল দলের ৰাজনৈতিক বক্তব্য অন্যাদের থেকে অনেক স্পষ্ট এবং জোৰাল

হ'লেও অৰ্থনৈতিক জীৱনেৰ মেৰুদণ্ডহীনতাৰ জন্যে তাদেৰ ইংৰাজ বিৰোধিতা ইংৰাজ শাসনেৰ কতকগুলি দুষ্কৃতিৰ সমালোচনাৰ মধ্যেই সীমাবদ্ধ ছিলো। ইংৰাজ শাসনেৰ উচ্ছেদ তাৰা কেউই কামনা কৰেন নি...।"[১] মণিৰাম দেৱানে মিলচৰ ওচৰত আবেদন দাখিল কৰাৰ সময়তে আনন্দৰামেও এখন স্মাৰকপত্ৰ দিছিল। তাত ফুকনে ব্ৰিটিছ শাসন মানি লৈ কিছু সংস্কাৰ প্ৰাৰ্থনা কৰিছিল। ইয়ং বেঙ্গল গোষ্ঠীৰ ভুল-ভ্ৰান্তি থাকিলেও জাতীয়তাবাদী গণতান্ত্ৰিক ধাৰাৰ উদ্বোধনতে তেওঁলোকে কিছু সহায়তা কৰিছিল বুলি ভাবিব পাৰি। কিন্তু আনন্দৰাম শাসন-সংস্কাৰৰ প্ৰাৰ্থনাতেই ক্ষান্ত আছিল।

আনন্দৰামে এফালে অসমৰ অৰ্থনৈতিক সামাজিক উন্নতি বিচাৰিছে, আনফালে সেই উন্নতিৰ প্ৰধান বাধা ব্ৰিটিছৰ একান্ত অনুগত চাকৰিয়াল হিচাপে থাকি ব্ৰিটিছ আস্থাভাজন হ'ব খুজিছে। আনকি মণিৰামৰ ব্ৰিটিছ বিৰোধিতাত তেওঁ বিচলিত হৈছে। ফুকনৰ ৰাজনৈতিক আচৰণত দেখা পোৱা এই স্ববিৰোধ ব্যৱহাৰিক জ্ঞানপ্ৰণোদিত হ'লেও এই স্ববিৰোধ বুজি নাপালে মধ্যবিত্তৰ চৰিত্ৰ আৰু ভূমিকাৰ মূল্যায়নো প্ৰমাদ-দুষ্ট হৈ পৰে। মধ্যবিত্তৰ স্ববিৰোধ বিচাৰ কৰোঁতে, তেওঁলোকৰ শ্ৰেণীগত সীমাবদ্ধতাৰ লগতে তৎকালীন ঐতিহাসিক অৱস্থাৰ সীমাবদ্ধতাৰ প্ৰতিও লক্ষ্য ৰখা প্ৰয়োজন।

চাকৰিয়েই আছিল শিক্ষিত মধ্যবিত্তৰ সামাজিক প্ৰতিপত্তি আৰু জীৱিকা অৰ্জনৰ একমাত্ৰ পথ। ব্ৰিটিছেও বিচাৰিছিল শিক্ষিত মধ্যবিত্তক শাসন-যন্ত্ৰৰ বাহনত পৰিণত কৰিবলৈ। অৰ্থনৈতিক জীৱন ব্ৰিটিছ পুঁজিৰ লগত সাঙোৰ খাই থকাৰ কাৰণেই ব্ৰিটিছ মধ্যবিত্তৰ পৰা আনুগত্য আৰু বিশ্বস্ততা দাবী কৰিব পাৰিছিল। কিন্তু মধ্যবিত্তৰ ব্ৰিটিছৰ প্ৰতি থকা আনুগত্যৰ এইটোৱেই একমাত্ৰ কাৰণ নহয়। শিক্ষিত মধ্যবিত্তই ব্ৰিটিছৰ মুখত শুনিছিল নতুন জীৱনৰ বাণী। বঙ্গৰ আধুনিক সমাজ জীৱনে মধ্যবিত্তৰ মনলৈ এই প্ৰত্যয় আনি দিছিল যে ইংৰাজেই হ'ল নতুন সমাজ-সভ্যতাৰ অগ্ৰদূত। শিল্পবিপ্লৱে সম্ভৱ কৰি তোলা ইংলণ্ডৰ নতুন সমাজখনে আনন্দৰামক গভীৰভাৱে অনুপ্ৰাণিত কৰিছিল। 'ইংলণ্ডৰ বিৱৰণ' শীৰ্ষক ৰচনাত আনন্দৰামে গভীৰ আস্থাৰে ইংলণ্ডক প্ৰশংসা কৰিছে। নিজ দেশত ব্ৰিটিছ বুৰ্জোৱাৰ ভূমিকা আৰু অধিকৃত ভাৰতবৰ্ষত তেওঁলোকৰ ভূমিকাৰ পাৰ্থক্য বুজি উঠাৰ সেই ঐতিহাসিক অৱস্থা অসমত কেতিয়াও সৃষ্টি হোৱা নাছিল। সেয়ে ফুকনে দেশৰ কল্যাণ বিচাৰিছিল ব্ৰিটিছৰ অনুগ্ৰহতেই। দেশৰ এই কল্যাণ কামনাৰ মাজতো আছে এক অন্তৰ্নিহিত অসঙ্গতি। শ্ৰেণী হিচাপে ফুকন ব্ৰিটিছৰ মুখাপেক্ষী, গতিকে জনসাধাৰণৰ কল্যাণ বিচাৰিলেও, শোষণ-মুক্তিৰ কাৰণে জনসাধাৰণৰ

পিছত থিয় হোৱাটো তেওঁৰ পক্ষে সম্ভৱ নাছিল। স্মৰণযোগ্য, মধ্যবিত্তৰ এই অৰ্থনৈতিক মেৰুদণ্ডহীনতাৰ কাৰণেই ব্ৰিটিছে অসমত বঙলা ভাষা জাপি দিব পাৰিছিল।

(৩)

তৎকালীন ঐতিহাসিক অৱস্থাৰ সীমাবদ্ধতা আৰু মধ্যবিত্তৰ শ্ৰেণীগত সীমাবদ্ধতা সত্ত্বেও এচাম মধ্যবিত্তৰ মাজত নতুন চিন্তা-চেতনা, মানৱতাবাদ, যুক্তিবাদ লক্ষ্য কৰা যায়। তেওঁলোকেই পাশ্চাত্যৰ ভাৱধাৰা প্ৰচাৰত ঘাই ভূমিকা লৈছিল। আনন্দৰাম, হেমচন্দ্ৰ, গুণাভিৰাম অসমীয়া মধ্যবিত্তৰ আদিকালৰ এই ত্ৰিমূৰ্তিয়েই এই দিশত আগভাগ লৈছিল। আধুনিক শিক্ষা-সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত বঙলা ভাষা যেনেকৈ বাধা- স্বৰূপ আছিল সেইদৰে মধ্যযুগীয় কুসংস্কাৰ-অন্ধসংস্কাৰো বাধাস্বৰূপ আছিল। সেয়ে এই ত্ৰিমূৰ্তিয়ে এফালে যেনেকৈ অসমীয়া ভাষা পুনৰ প্ৰতিষ্ঠা আৰু ভাষাটোক এটা আধুনিক ৰূপ দিয়াত ভূমিকা লৈছিল, আনফালে তেনেকৈ অসমীয়া সমাজৰ বুকুত খোপনি পুতি থকা মধ্যযুগসুলভ সামন্তীয় কুসংস্কাৰ দূৰ কৰাৰ কাৰণেও তৎপৰ হৈ উঠিছিল। বঙ্গত অভিজাত আৰু নতুন মধ্যবিত্ত শ্ৰেণীয়ে শ্ৰেণীগত বিকাশৰ প্ৰয়োজনতে সামন্তীয় ধ্যান- ধাৰণা আৰু সামাজিক কুসংস্কাৰৰ বিৰুদ্ধে সংস্কাৰ আন্দোলন সংগঠিত কৰিছিল। প্ৰখ্যাত সমাজতত্ত্ববিদ বদৰুদ্দিন উমৰে লিখিছে, "বৰ্ণাশ্ৰম উদ্ভূত বিধি-নিষেধ খ্ৰীষ্টধৰ্ম অথবা ইছলামৰ বিধি-নিষেধৰ থেকে এত বেশী নিৰ্দিষ্ট ও ব্যাপক ছিলো যে, হিন্দু সমাজেৰ মধ্যে কোনো প্ৰবল সংস্কাৰ আন্দোলন ব্যতীত বাংলাদেশেৰ হিন্দুদেৰ মধ্যে বুৰ্জোৱা শিক্ষা-সংস্কৃতিৰ বিকাশ অথবা বুৰ্জোৱাসুলভ কোনো মানবীয় সম্পৰ্ক স্থাপন একেবাৰেই ছিলো অসম্ভব। একাৰণেই উনিশ শতকে মধ্যশ্ৰেণীৰ শ্ৰেণীগত বিকাশ ও সংহতি অৰ্জনেৰ সংগ্ৰাম সমাজ ও ধৰ্ম সংস্কাৰেৰ আন্দোলনেৰ সঙ্গে জড়িত হয়েছিলো অবিচ্ছিন্নভাবে।"[১] অসমতো এই ত্ৰিমূৰ্তিয়েও সামাজিক কুসংস্কাৰ- অন্ধকুসংস্কাৰ মধ্যযুগীয় বিধি-নিষেধ দূৰ কৰাৰ প্ৰয়াস কৰিছিল শ্ৰেণীগত বিকাশৰ ঐতিহাসিক অৱস্থা সৃষ্টিৰ প্ৰয়োজনতে। কিন্তু বঙ্গৰ দৰে সিয়েই এটা আন্দোলনৰ ৰূপ লাভ কৰিব নোৱাৰাৰ কাৰণে তেওঁলোকৰ প্ৰচেষ্টা ব্যক্তিগত ক্ষোভৰ পৰ্যায়তে থাকি গ'ল। তেওঁলোকৰ এই প্ৰচেষ্টা বঙ্গৰ আধুনিক সমাজ আৰু সংস্কাৰ আন্দোলনৰ প্ৰভাৱৰে পৰিণতি আছিল বুলি আমাৰ ধাৰণা। আনহাতে তেওঁলোকৰ এই কামে সমাজৰ ওপৰত প্ৰভাৱ পেলাব নোৱাৰাৰ অন্যতম কাৰণ হ'ল অসমত বঙ্গৰ দৰে কুসংস্কাৰ-অন্ধসংস্কাৰ অথবা সামন্তীয় বিধি- নিষেধ প্ৰকট নাছিল আৰু যিখিনি

তেওঁলোকে সংস্কাৰ সাধন কৰিব খুজিছিল সিবোৰো আছিল এমুঠিমান উচ্চবৰ্ণৰ সমস্যাহে। নতুন জীৱন আৰু সমাজৰ চিত্ৰ মধ্যবিত্তৰ চকুত উদ্ভাসিত হৈছিল সঁচা, কিন্তু মুক্তিৰ স্বপ্ন তেওঁলোকে দেখা নাছিল, দেখা নাছিল নতুন সমাজ বিকাশৰ সঠিক পথ।

ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত চালুকীয়া মধ্যবিত্তই ইংৰাজ-প্ৰভাৱিত নতুন সমাজৰ বাণী অসমলৈ বহন কৰি আনি অসমত নতুন চিন্তা-চেতনাৰ বীজ ৰোপণ কৰিছিল। ১৮৪৬ৰ 'অৰুনোদই' যুগৰ থুনুক-থানাক অসমীয়া ভাষাক ১৮৮৯ত 'জোনাকী'য়ে এটা বিজ্ঞানসন্মত ৰূপ দিয়ে আৰু ১৯০০ত প্ৰকাশিত 'হেমকোষে' আধুনিক অসমীয়া ভাষাৰ ভেটি সুদৃঢ় কৰি তোলে। এইখিনি কৃতিত্বৰ দাবী নিঃসন্দেহে চালুকীয়া মধ্যবিত্তই কৰিব পাৰে।

ঊনবিংশ শতিকাৰ শেষৰ তিনিটা দশকত কলিকতা নগৰৰ বুকুতে অসমীয়া মধ্যবিত্তৰ নতুন জীৱন, শিক্ষা- সংস্কৃতিৰ লগত পৰিচয় ঘটে আৰু তাতেই ৰাজনীতিৰো প্ৰথম পাঠ আওৰায়। কলিকতাত শিক্ষা গ্ৰহণ কৰিবলৈ যোৱাসকলেই আছিল নতুন জীৱন আৰু সংস্কৃতিৰ অগ্ৰদূত আৰু প্ৰৱৰ্তক। আৰ্থিক আৰু সাংস্কৃতিক দুয়োটা দিশতে অনগ্ৰসৰতাৰ কাৰণে মধ্যবিত্তৰ বিকাশৰ গতি আছিল মন্থৰ। অৱশ্যে তৎকালীন অসমৰ পৰিস্থিতি মধ্যবিত্তৰ বিকাশৰ অনুকূল নাছিল। নতুন প্ৰশাসনীয় আৰু অৰ্থনৈতিক ব্যৱস্থাই এচামৰ চাকৰি আৰু আন উপায়েৰে উপাৰ্জনৰ বাট উলিয়াই দিলেও সংখ্যাগৰিষ্ঠ কৃষক প্ৰজাই খাজনাৰ শোষণত অতিষ্ঠ হৈ সংগ্ৰামৰ পথ গ্ৰহণ কৰিছিল। আনহাতে উদীয়মান মধ্যবিত্তই কলিকতাৰ অভিজ্ঞতাৰ পৰা এই শিক্ষাই পাইছিল যে ব্ৰিটিছৰ সহযোগ অবিহনে তেওঁলোকৰ শ্ৰেণীগত বিকাশ অসম্ভৱ। এই সহযোগ আৰু অনুগ্ৰহ আদায়ৰ ক্ষেত্ৰত কৃষকৰ ব্ৰিটিছ বিৰোধী ভূমিকাই বাধাস্বৰূপে থিয় দিছিল। কাৰণ ঊনবিংশ শতিকাৰ কৃষক বিদ্ৰোহ আৰু বিক্ষোভে ব্ৰিটিছক সচকিত কৰি তুলিছিল। এনে এক পৰিস্থিতিতে কৃষকৰ সংগ্ৰামী চেতনাক ব্ৰিটিছ আৰু মধ্যবিত্তৰ স্বাৰ্থৰ অনুকূলে পৰিচালিত কৰাৰ প্ৰয়োজনীয়তা আহি পৰে। সংগ্ৰামী কৃষক প্ৰজাক ৰাজনীতিৰ শিক্ষা দিয়াৰ মানসেৰে ১৮৮৪ত যোৰহাটত জগন্নাথ বৰুৱাৰ উদ্যোগত 'সাৰ্বজনিক সভা' গঠিত হয়। 'সাৰ্বজনিক সভা'ৰ জন্ম আৰু জগন্নাথ বৰুৱাৰ স্বদেশস্বজাতি প্ৰেমৰ বৰ্ণনা প্ৰসঙ্গত যতীন্দ্ৰনাথ গোস্বামীয়ে লিখিছে, "তেওঁৰ আৰ্থিক অৱস্থা কিছু টনকিয়াল হোৱাত অসমীয়া মানুহক ৰাজনৈতিক কথা আলোচনা কৰাৰ প্ৰণালী শিকাবৰ উদ্দেশ্যে যোৰহাটত 'সাৰ্বজনিক সভা' গঠন কৰে।"[১০] ১৮৭২ চনত কলিকতাত পঢ়ি থাকোতেই ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড নৰ্থ ব্ৰুকক

অভিনন্দ: জন্মো জগন্নাথৰ 'সাৰ্বজনিক সভা'ৰ জন্মৰ সাতাইশ বছৰৰ আগতেই, ১৮৫৭ চনৰ জাতীয় মহাবিদ্ৰোহতেই অসমীয়া প্ৰজাই ৰাজনীতিৰ শিক্ষা গ্ৰহণ কৰি ১৮৬১ আৰু ১৮৬৮-৬৯ ত নগাঁও, দৰং আৰু কামৰূপত প্ৰত্যক্ষভাৱে ব্ৰিটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। সেই সংগ্ৰামী প্ৰজাক ৰাজনীতিৰ জ্ঞান দিবলৈ মধ্যবিত্ত শ্ৰেণী ওলাই অহাটো তাৎপৰ্যপূৰ্ণ।

সামগ্ৰিকভাৱে অসমীয়া মধ্যবিত্ত যিহেতু ভূমি-স্বাৰ্থৰ লগত জড়িত, গতিকে খাজনা বৃদ্ধিকে মূলধন হিচাপে লৈ গঠিত সাৰ্বজনিক সভাই সকলোকে সমবেত কৰিব পাৰিছিল। অৱশ্যে একাংশ কৃষককো সভাই লগত পাই ছিল। সভাৰ উদ্দেশ্য জগন্নাথ বৰুৱাৰ ভাষাত আছিল, "The Association was established for the purpose of repersenting the wishes and aspirations of the people to the Government, explaining to the people the object and policy of the Government and generally ameliorating the condition of the people." সেই একে বছৰতে তেজপুৰত বিখ্যাত ব্যৱসায়ী আৰু চাহ খেতিয়ক হৰিবিলাস আগৰৱালা, উকিল লম্বোদৰ বৰা আদি মধ্যবিত্তৰ উদ্যোগত 'ৰায়ত সভা' (১৮৮৪) গঠিত হয়।[১১] এই সংগঠন দুটাই আগৰ ৰাইজমেলৰ সংগ্ৰামী পথ এৰি চৰকাৰৰ ওচৰত আবেদন-নিবেদনেৰে ৰাইজৰ অভাৱ-অভিযোগ দূৰ কৰাৰ পথ গ্ৰহণ কৰিছিল। আবেদন-নিবেদনৰ এই পথতেই মধ্যবিত্তই লাহে লাহে বিকাশ লাভ কৰিছিল।

চাকৰি আৰু ভূ-সম্পত্তিয়েই আছিল অসমীয়া মধ্যবিত্তৰ উপাৰ্জনৰ ঘাই পথ। ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰতো দেখা গৈছিল, তেতিয়াও মাৰোৱাৰীৰ প্ৰতিদ্বন্দ্বী হিচাপে থিয় দিব পৰা এটা ব্যৱসায়ী শ্ৰেণী গঢ় লৈ উঠা নাছিল। আধুনিক ব্যৱসায়ত হাত দিব পৰাকৈ মূলধনো নাছিল আৰু তাৰ কাৰণে ব্ৰিটিছে সুবিধাও দিয়া নাছিল। সম্পদশালী দুই-এটা পৰিয়ালে চাকৰিৰ মোহ এৰি সাহস কৰি চাহ শিল্পত হাত দিছিল। চাহ শিল্পত জগন্নাথ বৰুৱাকেই আগৰণুৱা বুলি ক'লেও তেওঁৰ আগতে কেইবাজনেও চাহ বাগান পাতি ব্ৰিটিছ পুঁজিৰ প্ৰতিদ্বন্দ্বিতাত তিষ্ঠিব নোৱাৰি শেষত বিক্ৰী কৰি দিছিল। মণিৰামৰ পিছতে বোসেশ্বৰ বৰুৱাই ছয়- সাতখনমান চাহ বাগান খুলিছিল, পিছত ১৮৮৬ত ব্ৰিটিছ কোম্পানীক বিক্ৰী কৰি দিছিল। চাহখেতিত হাত দিয়াসকলৰ ভিতৰত হেমধৰ বৰুৱা, কৃষ্ণকান্ত হাতীবৰুৱা, মালভোগ বৰুৱা আৰু গঙ্গাগোবিন্দ ফুকনৰ নাম উল্লেখযোগ্য। দীননাথ বেজবৰুৱায়ো শিৱসাগৰৰ আৰু

ৰজাবাৰীত দুখন চাহ বাগান খুলিছিল বুলি জনা যায়। মধ্যবিত্তই শ্ৰেণীগত বিকাশৰ প্ৰয়োজনতে সাৰ্বজনিক সভা, ৰায়ত সভা আদি গঠন কৰিছিল বুলি এতিয়া নিশ্চয় অনুমান কৰি ল'ব পাৰো। এই সংগঠনসমূহৰ পৰামৰ্শ চৰকাৰে গ্ৰহণ কৰিছিল। ব্ৰিটিছে জানিছিল যে মধ্যবিত্তই কিছুমান সুবিধাহে বিচাৰিব, স্বাধীনতা নিবিচাৰে। আৰ্থিক স্বতন্ত্ৰতা নিবিচাৰিলেও চালুকীয়া মধ্যবিত্তই ব্ৰিটিছ আমোলৰ প্ৰথম চাৰিটা দশকতে অসমত ভাষিক-সাংস্কৃতিক চেতনাৰ বীজ ৰোপণ কৰে।

য়ুৰোপীয় সাহিত্য আৰু বঙ্গৰ নতুন সমাজ-সংস্কৃতিৰ প্ৰভাৱে অসমীয়া মধ্যবিত্তক জাতীয় আত্মপ্ৰতিষ্ঠাৰ প্ৰেৰণা যোগাইছিল। ১৮৭২ত জগন্নাথ, মাণিকচন্দ্ৰ আৰু গঙ্গাগোবিন্দৰ নেতৃত্বত কলিকতাত গঠিত 'অসমীয়া সাহিত্য সভা'খনেই ১৮৮৮ত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'লৈ ৰূপান্তৰিত হয়। ১৮৮৫ চনলৈকে জীয়াই থকা অসমীয়া সাহিত্য সভাৰ গুৰিয়ালকেইজনেই অসমলৈ ঘূৰি আহি সাৰ্বজনিক সভা, ৰায়ত সভা গঠন কৰিছিল। এই সভা গঠন কৰাৰ পিছত গুণাভিৰামৰ এদনীয়া প্ৰচেষ্টাৰে ১৮৮৫ত 'আসাম বন্ধু' প্ৰকাশ হয়। সামাজিক-ৰাজনৈতিক দিশত সভা দুখনে আৰু সাহিত্যিক- সাংস্কৃতিক দিশত 'আসাম বন্ধু'ৱে ব্ৰিটিছৰ লগত সহযোগিতাৰ নীতিকে অনুসৰণ কৰিছিল। 'আসাম বন্ধু' প্ৰকৃততে অসমৰ বন্ধু আছিল নে নাই, তাক বিচাৰ কৰি চোৱা প্ৰয়োজন। কাকতখনৰ উদ্দেশ্য প্ৰসঙ্গত গুণাভিৰামে প্ৰথম বছৰ প্ৰথম সংখ্যাত লিখিছিল, "আপোনাআপুনি মিত্ৰভাৱে সমন্ধ লগাই, আমি ওলাইছোহি, এতেকে আমাৰ পৰিচয় দিবলগীয়া হৈছে। আসামৰ বন্ধু অনেক, অনেক অনেক প্ৰকাৰে আসামৰ হিত সাধন কৰিব লাগিছে। কোনো ৰজাঘৰৰ বিষয়া হই প্ৰজাৰ সু-শাসনৰ নিমিত্তে সদায় উদ্যোগী। কোনোৱেবা পুথি-পাঁজি লেখি দুখীয়া মাতৃভাষাৰ উন্নতি সাধিব লাগিছে। কোনোএবা মধ্যস্থ হৈ প্ৰজাৰ দুখ বিৱৰণ ৰজাৰ আগত সহস্ৰ মুখে ক'ব লাগিছে। এইবিলাকেই বাস্তৱিক আসামৰ বন্ধু। এইবিলাকৰ সহিতে তুলনা কৰিলে আমাৰ পক্ষে আসাম বন্ধু নামে পৰিচয় দিয়া ফিতাহি মাথোন। আমি শাসন-বিচাৰ আদি ৰাজনৈতিক বিষয়বিলাকত হস্তক্ষেপ কৰিব নোখোজো।"[১০] ইয়াত গুণাভিৰামৰ অজ্ঞাতেই অসমীয়া মধ্যবিত্তৰ শ্ৰেণী-চৰিত্ৰ আৰু গঠন-বিন্যাস সুন্দৰভাৱে প্ৰকাশ পাইছে। ৰজাঘৰৰ বিষয়া, চাকৰিয়াল, পুথি-পাঁজি লিখি মাতৃভাষাৰ উন্নতি সাধন কৰাসকল, সাহিত্যিক, বুদ্ধিজীৱীসকল, মধ্যস্থ হৈ ৰজাৰ আগত প্ৰজাৰ দুখ দাঙি ধৰাসকল, সাৰ্বজনিক আৰু ৰায়ত সভা আদি এই সকলোবিলাকে গুণাভিৰামে বাস্তৱিকতে অসমৰ প্ৰকৃত বন্ধু বুলি স্বীকাৰ কৰি 'আসাম বন্ধু'কো সেই শাৰীতে ঠাই দিছে। ব্ৰিটিছৰ একান্ত অনুগত

আধুনিক মধ্যবিত্ত শ্ৰেণীক আসামৰ বন্ধু বুলি স্বীকাৰ কৰা 'আসাম বন্ধু' ৰাজনৈতিক বিষয়ৰ পৰা দূৰত থকাটোৰ পৰা আমি এটা সিদ্ধান্তলৈ আহিব পাৰো যে শ্ৰেণীগতভাৱে যিহেতু মধ্যবিত্ত ব্ৰিটিছ নিৰ্ভৰশীল গতিকে স্বদেশ-স্বজাতিৰ কল্যাণ আন্তৰিকভাৱে বিচাৰিলেও ব্ৰিটিছ-শোষণত বিক্ষুব্ধ অসমীয়া প্ৰজাৰ লগত থিয় দিয়াটো সম্ভৱ নাছিল। সেয়ে 'আসাম বন্ধু' সচেতনভাৱে ৰাজনীতি তথা বিক্ষুব্ধ প্ৰজাৰ সংগ্ৰামৰ পৰা এক নিৰাপদ দূৰত্বত আছিল। 'আসাম বন্ধু'ৱে প্ৰতিকূল অৱস্থাতো অসমীয়া ভাষা- সাহিত্যলৈ যি অৰিহণা যোগালে তাক স্বীকাৰ কৰি লৈও ক'ব লাগিব যে বিনিময়ত স্বাধীনতাৰ দাবী, শোষণমুক্তিৰ দাবী ত্যাগ কৰিছিল। সেইফালৰ পৰা 'আসাম বন্ধু'ক অসমীয়া মধ্যবিত্তৰ যোগ্য বন্ধু হিচাপে আখ্যা দিব পাৰি। ১৮৮৬ চনত কাকতখনৰ প্ৰকাশ বন্ধ হয় আৰু ১৮৮৭ চনত গুণাভিৰামে ব্ৰিটিছ চৰকাৰৰ পৰা 'ৰায়বাহাদুৰ' উপাধি লাভ কৰে।[১৪] স্মৰণযোগ্য যে তাৰ তিনি বছৰৰ আগতে (১৮৮৪) মাণিকচন্দ্ৰই অনাৰেৰী মেজিষ্ট্ৰেট পদ লাভ কৰে।[১৫] ১৮৯৮ চনত জগন্নাথেও চৰকাৰৰ পৰা 'ৰায়বাহাদুৰ' উপাধি আৰু অনাৰেৰী মেজিষ্ট্ৰেট পদ লাভ কৰে।[১৬] 'ৰাইজ মেল'ৰ নেতৃত্বত সংগঠিত অসমীয়া প্ৰজাৰ সংগ্ৰামী চেতনাক ব্ৰিটিছৰ স্বাৰ্থৰ অনুকূলে পৰিচালিত কৰাৰ কাৰণে চলোৱা প্ৰচেষ্টাৰ কাৰণেই মধ্যবিত্ত এই সন্মানৰ অধিকাৰী হ'ব পাৰিছিল বুলি আমাৰ ধাৰণা।

১৮৮৬ চনৰ ডিচেম্বৰত বলিনাৰায়ণ বৰাৰ 'মৌ'ৰ জন্ম হয়। 'মৌ' ব্ৰিটিছৰ একান্ত অনুগত আছিল, কিন্তু কংগ্ৰেছৰ বিৰোধী আছিল। কংগ্ৰেছৰো যে মূলতঃ ব্ৰিটিছৰ লগত কোনো বিৰোধ নাছিল সেইটো বুজি পাওঁতে 'মৌ'ৰ কিছু সময় লৈছিল। লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে এচামৰ কঠোৰ সমালোচনাৰ আগত 'মৌ' তিষ্ঠিব নোৱাৰিলে। ১৮৮৭ চনত 'মৌ'ৰ প্ৰকাশ বন্ধ হয়। ১৮৮৯ত অঃ ভাঃ উঃ সাঃ সভাৰ মুখপত্ৰ 'জোনাকী' প্ৰকাশ হয়। উল্লেখযোগ্য যে 'জোনাকী'ও ৰাজনীতিৰ চাৰি সীমাৰ বাহিৰত আছিল। আধুনিক অসমীয়া ভাষা- সাহিত্যৰ বিকাশত 'জোনাকী'ৰ অৱদান অনস্বীকাৰ্য। 'জোনাকী' গোষ্ঠীৰ নেতৃত্বত সংগঠিত সাহিত্যিক-সাংস্কৃতিক আন্দোলনে অসমীয়া জাতিলৈ ভালেখিনি মহৎ অৱদান দি গ'ল, যাৰ কাৰণে এওঁলোক অসমীয়া জাতিৰ চিৰস্মৰণীয়। কিন্তু বিনিময়ত তেওঁলোকে জনসাধাৰণৰ মূল সমস্যাৰ পৰা সচেতনভাৱে আঁতৰি আছিল (সঙ্গত কাৰণতেই)। 'জোনাকী'য়ে নতুন সাহিত্য-সংস্কৃতিৰ যি ঢল অসমলৈ বোৱাই আনিছিল তাৰ পলসতে ন সৃষ্টিৰ প্ৰেৰণাৰে ন ন প্ৰতিভাৰ জন্ম হৈ আঞ্চলিক জাতীয় চেতনাৰ চাৰি সীমাৰ ভিতৰত থাকিও সৰ্বভাৰতীয় জাতীয় চেতনাক আঁকোৱালি লৈছিল'

মূলতঃ নিজ শ্ৰেণী স্বাৰ্থৰ লগত জড়িত মধ্যবিত্তৰ সংগঠন 'সাৰ্বজনিক সভা' আৰু 'ৰায়ত সভা' খাজনা ৰেহাই, বজাৰ পতা, ৰাস্তা-ঘাট বন্ধোৱা আদি জনহিতকৰ কিছুমান কামতে আবদ্ধ থাকিলেও প্ৰকৃততে দুয়োটা সংগঠনেই মাটিগিৰীৰ সংগঠনত পৰিণত হৈছিল। ফলত শিক্ষিত মধ্যবিত্তৰ সকলোকে অনুপ্ৰাণিত কৰিব পৰা নাছিল। বঙ্গৰ মধ্যবিত্তৰ দ্বাৰা অনুপ্ৰাণিত হৈ অসমীয়া শিক্ষিত মধ্যবিত্তয়ো অসমত পুঁজিবাদৰ বিকাশ মনে-প্ৰাণে বিচাৰিছিল। অৰ্থনৈতিক জীৱন ব্ৰিটিছ পুঁজিৰ লগত বান্ধ খাই থকাৰ কাৰণে নিৰঙ্কুশ ব্ৰিটিছবিৰোধিতা তেওঁলোকৰ কাৰণে সম্ভৱ নাছিল।

১৮৮৫ চনত ব্ৰিটিছৰ উদ্যোগতেই সৰ্বভাৰতীয় জাতীয় অনুষ্ঠান কংগ্ৰেছৰ জন্ম হয়। অসমীয়া মধ্যবিত্তই প্ৰতি বছৰেই কংগ্ৰেছত যোগদান কৰিছিল যদিও কংগ্ৰেছৰ দ্বাৰা তেওঁলোক অনুপ্ৰাণিত হোৱা নাছিল বুলি আমাৰ ধাৰণা। প্ৰথম অৱস্থাত কংগ্ৰেছে কোনো আঞ্চলিক বা ৰাজ্যিক সমস্যাক প্ৰাধান্য নিদিয়াটো ইয়াৰ অন্যতম কাৰণ হ'ব পাৰে। বঙ্গৰ 'ব্ৰিটিছ ইণ্ডিয়ান এছোচিয়েশ্যন', 'ইণ্ডিয়ান এছোছিয়েশ্যন', দেশীয় ধনী গোষ্ঠীৰ উদ্যোগত গঢ়ি উঠা বেঙ্ক শিল্প আদিয়েহে অসমীয়া মধ্যবিত্তক অনুপ্ৰাণিত কৰিছিল। সেয়ে দেখা গ'ল কংগ্ৰেছত যোগদান কৰাৰ পিছতো অসমত তেওঁলোকে কংগ্ৰেছ গঠন নকৰি গঠন কৰিলে 'আসাম এছোছিয়েশ্যন'। আৰ্থিক-সাংস্কৃতিক দুৰ্বলতাৰ কাৰণেই তেওঁলোকৰ সৰ্বভাৰতীয় জাতীয় চেতনাক বাট এৰি দিয়া নাছিল। তাৰ বিপৰীতে বঙ্গৰ 'ইণ্ডিয়ান এছোছিয়েশ্যন'ৰ আৰ্হিৰে ১৯০৩ চনত 'আসাম এছোছিয়েশ্যন' গঠন কৰি আত্মৰক্ষামূলক নীতিহে গ্ৰহণ কৰিছিল।

বঙ্গ ভঙ্গ আৰু স্বদেশী আন্দোলনৰ সফল সমাপ্তিলৈকে (১৯০৫-১১) অৰ্থাৎ অসমে পুনৰ সুকীয়া প্ৰদেশৰ মৰ্যাদা লাভ নকৰালৈকে এইছোৱা কালৰ মধ্যবিত্তৰ গুৰিয়াল আছিল জগন্নাথ আৰু মাণিকচন্দ্ৰ। এছোছিয়েশ্যান গঠনৰ গুৰিতো আছিল এওঁলোক দুজনেই। ব্যৱসায়-বাণিজ্য, চাহ শিল্পৰো বাটকটীয়া আছিল এই দুই ৰুৰুৱা। ব্ৰিটিছ পুঁজিৰ এওঁলোক প্ৰকৃততে সহযোগীহে আছিল। এই দুৰ্বলতাৰ কাৰণেই এছোছিয়েশানৰ অসমীয়া জাতীয় চেতনাই সাম্ৰাজ্যবাদ-বিৰোধী জাতীয় চেতনাক বাট এৰি দিব খোজা নাছিল। স্বদেশী আন্দোলনেও অসমীয়া মধ্যবিত্তক প্ৰভাৱিত কৰিব পৰা নাছিল। অসমীয়া মানুহৰ কাৰণে চাকৰি আদি সংৰক্ষণ কৰাৰ চৰ্ত সাপেক্ষে তেওঁলোকে 'কাৰ্জন আঁচনি' সমৰ্থনহে কৰিছিল। এই কালছোৱাত মধ্যবিত্তই অসমৰ কাৰণে যে একো কৰা নাছিল এনে নহয়, ঐতিহাসিক অৱস্থাৰ

সীমাবদ্ধতাক অতিক্ৰম নকৰাকৈও অসমীয়া জাতিৰ কাৰণে ভালেখিনি মহৎ অৱদান দি গৈছে। আমি ইয়াত সিবোৰৰ আলোচনাৰ পৰা বিৰত আছোঁ।

১৯১৬ চন মানৰ পৰা এছোছিয়েশ্যনৰ চৰিত্ৰলৈ কিছু পৰিবৰ্তন আহে। এচাম নবীন মধ্যবিত্তৰ যোগদান আৰু সৰ্বভাৰতীয় ৰাজনৈতিক পৰিস্থিতিৰ পৰিবৰ্তনেই ইয়াৰ প্ৰধান কাৰণ আছিল বুলি সহজে অনুমান কৰিব পাৰি। ১৯০৭ চনত জগন্নাথ আৰু ১৯১৫ চনত মাণিক চন্দ্ৰৰ মৃত্যুৰ পিছত নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন আৰু ঘনশ্যাম বৰুৱা মধ্যবিত্তৰ দিগদৰ্শক হিচাপে ওলাই আহে। সৰ্বভাৰতীয় ৰাজনেতিক পটভূমিলৈ লক্ষ্য কৰিলে দেখা যায় ১৯০৭ চনৰ বিভাজনৰ পৰা ১৯১৭ লৈকে নৰম পন্থীৰ নেতৃত্বত ভাৰতীয় কংগ্ৰেছে জনসাধাৰণক উৎসাহ-উদ্দীপনা যোগাব পৰা নাছিল। চৰম-পন্থীসকলেও নতুন কাৰ্য্যসূচীলৈ আগবাঢ়ি যাব পৰা নাছিল। স্বায়ত্ত শাসন লাভ কৰাৰ আশাত কংগ্ৰেছে ধনে-জনে প্ৰথম মহাসমৰত ব্ৰিটিছক সহায় কৰিছিল। বিনিময়ত ভাৰতীয় মধ্যবিত্তই ব্ৰিটিছৰ পৰা প্ৰশংসোও লাভ কৰিছিল। কিন্তু যুদ্ধৰ পৰিণতি স্বৰূপে তীব্ৰ অৰ্থনৈতিক সংকটে দেখা দিলে।

অসমতো চাৰিওফালে হাহাকাৰ লাগিল, নিত্য প্ৰয়োজনীয় সকলো বস্তুৰ মূল্য বাঢ়ি গ'ল। অৰ্থনৈতিক সংকট আৰু ব্ৰিটিছ চৰকাৰে কৰা প্ৰতাৰণাই নবীনসকলক বিতুষ্ট কৰি তুলিছিল। লক্ষ্য কৰিবলগীয়া যে ১৯০৫ চনৰ পৰা ১৯১৬ চনলৈকে এইছোৱা কালত ভালেকেইজন প্ৰতিনিধিয়ে অসমৰ পৰা কংগ্ৰেছ অধিবেশনত যোগদান কৰিছিল কিন্তু ১৯০৬ চনত এজন প্ৰতিনিধিৰ বাহিৰে আন কোনেও 'আচাম এছোছিয়েশ্যন'ক প্ৰতিনিধিত্ব কৰা নাছিল। আনুষ্ঠানিকভাবে এছোছিয়েশ্যনে কংগ্ৰেছৰ নীতি গ্ৰহণ কৰা নাছিল। ১৯১৭ চনত পৰিস্থিতিৰ কিছু পৰিবৰ্তন ঘটিছিল। আৰু এই বছৰতে এছোছিয়েশ্যনৰ পৰা তেৰজনীয়া এটা প্ৰতিনিধি দলে কংগ্ৰেছত যোগদান কৰিছিল। কংগ্ৰেছৰ এই অধিবেশনতেই আনুষ্ঠানিকভাবে অসমীয়া মধ্যবিত্ত ভাৰতীয় জাতীয় আন্দোলনৰ লগত জড়িত হৈ পৰিছিল আৰু লাহে লাহে অসমত ভাৰতীয় জাতীয়তাবাদী চিন্তা ধাৰাৰ সূচনা হৈছিল। এই প্ৰসঙ্গত এছোছিয়েশ্যনৰ গুৱাহাটী অধিবেশনৰ মণ্ডপতে ১৯১৬ চনৰ ২৫ ডিচেম্বৰত অসম ছাত্ৰ সন্মিলনৰ জন্মৰ ইতিহাসলৈ মনত পেলোৱা উচিত হব। প্ৰবীণ মধ্যবিত্তৰ আপত্তি আওকাণ কৰি ছাত্ৰ সমাজে সন্মিলন গঠন কৰিছিল। গতিকে এছোছিয়েশ্যনৰ চৰিত্ৰলৈ অহা পৰিবৰ্তনত ছাত্ৰ সমাজৰো নিশ্চয় ভূমিকা আছিল। তথাপি প্ৰবীণ মধ্যবিত্তই চৰম পন্থাৰ হাতলৈ এছোছিয়েশ্যনখন এৰি দিবলৈ বিচৰা নাছিল। ছাত্ৰ সন্মিলনৰ জন্মৰ এবছৰ নৌহওঁতেই ১৯১৭ চনত

এছোছিয়েশ্যনৰ সভা-মণ্ডপতে 'অসম সাহিত্য সভা'ৰ জন্ম হয়। প্ৰবীণ মধ্যবিত্তই শ্ৰেণীগত বিকাশ আৰু সংহতিৰ প্ৰয়োজনতে সাহিত্য-সংস্কৃতিৰ এখন মঞ্চ তৈয়াৰ কৰিছিল বুলি অনুমান কৰাটো নিশ্চয় অসঙ্গত নহ'ব। কিন্তু শেষত নৰমপন্থীসকলে এছোছিয়েশ্যনক তেওঁলোকৰ নিয়ন্ত্ৰণত ৰাখিব নোৱাৰিলে।

এছোছিয়েশ্যনৰ ১৯১৮ চনৰ গোৱালপাৰা অধিবেশনত সভাপতি তৰুণৰাম ফুকনে মুকলিভাৱে চৰকাৰক কঠোৰ সমালোচনা কৰাটো তাৎপৰ্যপূৰ্ণ। অসম তথা ভাৰতৰ অনগ্ৰসৰতাৰ কাৰণে যে ব্ৰিটিছেই দায়ী সেই কথা ফুকনে মুকলিভাৱে কৈছিল। এই অধিৱেশনতেই তিনি বছৰ কাল একেৰাহে সম্পাদকৰ পদত থকা ব্ৰিটিছৰ একান্ত অনুগত ঘনশ্যাম বৰুৱাৰ ঠাইত তৰুণৰামক সম্পাদক আৰু চন্দ্ৰনাথ শৰ্মাক সহকাৰী সম্পাদক নিৰ্বাচিত কৰাটোৱে এছোছিয়েশ্যনৰ নীতিৰ পৰিবৰ্তনকে সূচনা কৰে। এতিয়া নিশ্চয় আমি এই সিদ্ধান্তলৈ আহিব পাৰো যে সৰ্বভাৰতীয় মুক্তি আন্দোলন আৰু বঙ্গৰ জনজাগৰণৰ দ্বাৰা অনুপ্ৰাণিত তৰুণসকলৰ যোগদানৰ ফলত এছোছিয়েশ্যনৰ শ্ৰেণী-ভিত্তিৰ পৰিবৰ্তন ঘটিছিল আৰু অসমত কংগ্ৰেছ গঠনৰো বাস্তৱ অৱস্থা লাহে লাহে সৃষ্টি হৈছিল।

নবীনচন্দ্ৰ বৰদলৈয়ে ১৯২০ চনৰ কলিকতা অধিৱেশনত উত্থাপিত অসহযোগৰ প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল। আনকি এছোছিয়েশ্যনৰ গুৱাহাটী বিশেষ অধিৱেশনতো ত্ৰিগুণাচৰণ বৰুৱাই উত্থাপন কৰা স্কুল-কলেজ বৰ্জনৰ প্ৰস্তাৱ সভাই গ্ৰহণ নকৰিলে। কিন্তু চন্দ্ৰনাথ প্ৰমুখ্যে এচাম ডেকাৰ নেতৃত্বত স্কুল-কলেজ বৰ্জনেৰে অসমত অসহযোগ আৰম্ভ হয়। ১৯২০ চনৰ শেষৰ ফালেহে নৰমপন্থী প্ৰবীণ মধ্যবিত্তই সৰ্বভাৰতীয় জাতীয় চেতনাক বাট এৰি দিছিল। প্ৰকৃততে কলিকতাত উচ্চ শিক্ষা লাভ কৰিবলৈ যোৱা আৰু কটন কলেজৰ ছাত্ৰসকলেই অসমত প্ৰথমে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰিছিল আৰু নবীনসকলৰ উদ্যোগতেই ১৯২১ চনত প্ৰদেশ কংগ্ৰেছ গঠিত হৈছিল।

১৯২১ চনত 'আসাম এছোছিয়েশ্যনে' জাতীয় কংগ্ৰেছক বাট এৰি দিয়াৰ লগে লগে অসমৰ ৰাজনৈতিক-সামাজিক ইতিহাসত এটি নতুন অধ্যায়ৰ সূচনা হয়। আমি এটা কথা লক্ষ্য কৰিছো যে ব্ৰিটিছ পুঁজিৰ লগত যিচাম মধ্যবিত্তৰ জীৱিকা পোনপটীয়াভাৱে জড়িত হৈ আছিল তেওঁলোকৰ পৰা কংগ্ৰেছে অকুণ্ঠ সমৰ্থন পোৱা নাছিল। কংগ্ৰেছ গঠনত যেনেকৈ নবীনসকলেই উদ্যোগ লৈছিল, অসহযোগ আন্দোলনো তেওঁলোকেই সংগঠিত কৰিছিল। এচাম মধ্যবিত্তই প্ৰকাশ্যে অসহযোগৰ বিৰোধিতাহে কৰিছিল। আইন অমান্য আন্দোলনতো ঘাই ভূমিকা লৈছিল ছাত্ৰ-যুৱক আৰু কৃষকে। প্ৰবীণ মধ্যবিত্তই

এই শতিকাৰ চতুৰ্থ দশকত আগৰ ৰায়ত সভা আৰু আসাম এছোছিয়েশ্যন পুনৰ সজীৱ কৰি তাৰ যোগেদি আঞ্চলিক কিছুমান উন্নয়ন আৰু শিক্ষামূলক কাম কৰাতহে মনোনিবেশ কৰা দেখা গৈছিল।

ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত ব্ৰিটিছ পুঁজিৰ সন্মুখত তিষ্ঠিব নোৱাৰি মধ্যবিত্তই শাসন ক্ষমতা দখল কৰি শ্ৰেণীগত বিকাশ আৰু সংহতি অৰ্জনৰ কথা চিন্তা কৰিছিল। এইখিনি কৰিবলৈ যাওঁতে জনসাধাৰণৰ আশা-আকাঙ্ক্ষাক তেওঁলোকে অস্বীকাৰ কৰা নাছিল। চাহ খেতিয়েই আছিল মধ্যবিত্তৰ উল্লেখযোগ্য ব্যৱসায়। কিন্তু এই ব্যৱসায়ো আগবাঢ়িছিল ব্ৰিটিছ পুঁজিৰ অনুগ্ৰহত। গতিকে এটা জাতীয় বুৰ্জোৱা শ্ৰেণী গঢ় লৈ উঠাৰ পৰিবেশ অসমত নাছিল। আনহাতে, শক্তিশালী বণিক গোষ্ঠী এটাও গঢ় লৈ উঠা নাছিল। মুক্তি-সংগ্ৰাম পৰিচালনা কৰোঁতে কৰ্মীসকল প্ৰায়েই অৰ্থনৈতিক সংকটত ভুগিছিল। সম্পদশালী প্ৰবীণ মধ্যবিত্তৰ একাংশক বাদ দিলে বাকী সৰহসংখ্যক সক্ৰিয় নিষ্ঠাবান কৰ্মীয়েই অৰ্থনৈতিক দুৰ্যোগৰ সন্মুখীন হ'বলগা হৈছিল। চাকৰিৰ যোগেই অসমত মধ্যবিত্তৰ বিকাশ সম্ভৱ হৈছিল আৰু তেওঁলোক ব্ৰিটিছৰ একান্ত অনুগামী আছিল। বাকী এটা অংশৰ ব্যৱসায় আছিল ওকালতি অথবা ডাক্তৰী। সেয়ে অপুঁজিপতি অসমীয়া মধ্যবিত্তই ব্ৰিটিছ শ্যাসনৰ চাৰিবেৰৰ ভিতৰতে কিছু ক্ষমতা লাভ কৰি নিজ শ্ৰেণীৰ বিকাশৰ কথা চিন্তা কৰিছিল। শ্ৰেণী-স্বাৰ্থ ৰক্ষাৰ গৰজতে তেওঁলোকে থলুৱা লোকৰ কাৰণে চাকৰি সংৰক্ষণ, ভাষা-সংস্কৃতি সুৰক্ষাৰ ওপৰত গুৰুত্ব দিছিল। মনত ৰখা ভাল এনে কাৰ্যসূচীয়ে ব্ৰিটিছক কোনো অসুবিধাত পেলোৱা নাছিল। তথাপি এটা কথা লক্ষ্য কৰা যায়, ব্ৰিটিছৰ প্ৰতি আনুগত্য থাকিলেও উকিল, ডাক্তৰ আদি মধ্যবিত্তৰ এই অংশটো আৰ্থিক দিশত কিছু মুক্ত আছিল। সেয়ে তেওঁলোকৰ একাংশই নিজ শ্ৰেণী স্বাৰ্থৰ প্ৰতি সচেতন থাকিও জনগণৰ পিছত থিয় দিব পাৰিছিল।

৫

গান্ধীৰ নেতৃত্বত পৰিচালিত মুক্তি আন্দোলনে দেশৰ মুক্তি বিচাৰিবলৈ যাওঁতে ব্ৰিটিছৰ প্ৰতি যাতে অবিচাৰ কৰা নহয় তাৰ প্ৰতিহে অধিক সচেতন আছিল। সেয়ে এচাম নবীন মধ্যবিত্তৰ গান্ধী-নিৰ্দেশিত আগোচৰ বন্ধ্যা পথত আস্থা হেৰাই গৈছিল, কিন্তু সেই পথতেই তেওঁলোকে সন্ধান লাভ কৰিছিল। কংগ্ৰেছৰ মাজত থাকিয়েই তেওঁলোকে নতুন পথেৰে আগবাঢ়িছিল। যাত্ৰাপথত যাত্ৰীৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে জন্ম লাভ কৰিছিল নতুন সংগঠনে। এই সংগঠন আছিল সমাজবাদী সংগঠন। প্ৰথমে

কংগ্ৰেছৰ ভিতৰত থাকিয়েই তেওঁলোকে কাম কৰিছিল। অসমতো গঢ়ি উঠিছিল সমাজবাদী দল। ছোভিয়েট ৰাছিয়াৰ মহান অক্টোবৰ বিপ্লৱে বহুতকে অনুপ্ৰাণিত কৰিছিল। সেই একে আদর্শ গ্ৰহণ কৰি এচাম মুক্তিযোদ্ধাই ভাৰতত গঢ়ি তুলিছিল কমিউনিষ্ট দল। কিন্তু এই বামপন্থী আন্দোলনে কৃষক-শ্ৰমিকৰ সাম্ৰাজ্যবাদ-সামন্তবাদবিৰোধী সংগ্ৰামক সঠিকভাৱে নেতৃত্ব দি মূল সংগ্ৰামৰ লগত সমন্বয় সাধন কৰাৰ এই ঐতিহাসিক দায়িত্ব পালন কৰাত ব্যৰ্থ হ'ল। ফলত স্বাধীনতা লাভৰ আকাঙ্ক্ষাই আৰু কংগ্ৰেছৰ শ্ৰেণীচৰিত্ৰ সম্পৰ্কে কোনো সঠিক ধাৰণা নথকাত কংগ্ৰেছৰ আহ্বানৰ প্ৰতিয়েই কৃষক-শ্ৰমিক বিপুলভাৱে সঁহাৰি জনাইছিল। অথচ কৃষক-শ্ৰমিকৰ সংগ্ৰামসমূহেই আছিল বিপ্লৱী জাতীয়তাবাদৰ মূল ভেটি। কংগ্ৰেছৰ বিৰোধিতা সত্ত্বেও কৃষক-শ্ৰমিকৰ সাম্ৰাজ্যবাদ-সামন্তবাদবিৰোধী সশস্ত্ৰ প্ৰতিৰোধ তীব্ৰৰূপ ধাৰণ কৰাৰ লগে লগে ব্ৰিটিছে বুজি উঠিছিল, দমন-নিপীড়নেৰে ইয়াত টিকি থকাটো আৰু সম্ভৱ নহ'ব। সেয়ে ভাৰতৰ বুকুত নিজৰ অৰ্থনৈতিক খোপনি ঠিকে ৰাখি ক্ষমতা হস্তান্তৰৰ নতুন কৌশল গ্ৰহণ কৰিলে। বিভেদৰ শক্তিসমূহক ঠিকভাৱে উপযুক্ত সময়ত ব্যৱহাৰ কৰি ব্ৰিটিছ প্ৰয়োজনজাত হিন্দু-মুছলমান বুৰ্জোৱা শ্ৰেণীৰ হাতত ভাৰতক দুভাগ কৰি ক্ষমতা হস্তান্তৰ কৰিলে।

প্ৰচাৰ কৰা হ'ল, ভাৰতে স্বাধীনতা অৰ্জন কৰিলে। কিন্তু কি সেই স্বাধীনতা? প্ৰথম স্বাধীনতা দিৱসত কিয় বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ গান্ধীভক্ত মোহনে আৰ্তনাদ কৰি উঠিছিল— "এ আজাদী জুঠী হ্যায। দেশকী জনতা ভুখী হ্যায়।" কিয় মোহনে ক'ব লগা হৈছিল, "এই স্বাধীনতা ভুৱা স্বাধীনতা। এই স্বাধীনতাত শোষিত শ্ৰেণীসমূহৰ মুক্তিৰ ব্যৱস্থা নাই।" ('ৰাজপথে ৰিঙিয়ায়') প্ৰকৃতাৰ্থত ব্ৰিটিছ সাম্ৰাজ্যবাদৰ লগত ভাৰতীয় বুৰ্জোৱাই শোষণৰ স্বত্ব লৈ আপোচ কৰিলে। এয়া আছিল সাম্ৰাজ্যবাদৰ গৰ্ভত জন্ম লোৱা ভাৰতীয় বুৰ্জোৱা জাতীয়তাবাদৰ অৱশ্যম্ভাৱী পৰিণতি। কাৰণ ভাৰতীয় জাতীয়তাবাদে স্বাধীনতাৰ চূড়ান্ত দাবী লৈ কোনো দিন ব্ৰিটিছৰ মুখামুখি হোৱা নাছিল। ব্ৰিটিছক সমালোচনা কৰাটো সাম্ৰাজ্যবাদক অস্বীকাৰ কৰা বা বিৰোধিতা কৰা নহয়। ব্ৰিটিছ শাসন-শোষণৰ বিৰুদ্ধে প্ৰথম সংগ্ৰাম কৰিছিল কৃষকে। গতিকে সেই অখ্যাত সংগ্ৰামী কৃষকসকলকেই ভাৰতীয় প্ৰকৃত (বিপ্লৱী) জাতীয়তাবাদৰ জনক। অথচ ভাৰতীয় জাতীয়তাবাদৰ জনক হিচাপে স্বীকৃতি দিয়া হৈছে ব্ৰিটিছ শাসন-শোষণৰ ওপৰত একান্ত নিৰ্ভৰশীল উচ্চ মধ্যবিত্ত শ্ৰেণীক, যিটো শ্ৰেণীৰ মূল ৰাজনৈতিক লক্ষ্য আছিল ব্ৰিটিছ স্বাৰ্থত আপোচ কৰি নিজ শ্ৰেণী স্বাৰ্থ ৰক্ষা কৰা। স্বাধীনতাৰ নামত বিদেশী শোষক শ্ৰেণীৰ পৰা দেশীয় শোষক শ্ৰেণীয়ে ক্ষমতা লাভ কৰিলে। কেৱল শোষণৰ

ৰূপটো সলনি হ'ল। কোৱা হ'ল, এয়া আছিল ১৯৪২ৰ আন্দোলনৰ সফল পৰিণতি। কথাষাৰ সঁচানে? ইতিহাসে তাৰ বিপৰীতেহে সাক্ষ্য দিয়ে। '৪২ৰ আন্দোলনৰ পিছত মুক্তি সংগ্ৰাম আগবাঢ়িছিল বেলেগ পথেৰে। সেই পথ অহিংস নাছিল, আছিল সশস্ত্ৰ। ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত আৰম্ভ হোৱা মহাবিদ্ৰোহৰ সফল পৰিসমাপ্তি ঘটে ১৯৪৬ৰ ১৮ ফেব্ৰুৱাৰীত আৰম্ভ হোৱা নৌ-বিদ্ৰোহত। ভাৰতীয় কৃষক-শ্ৰমিকৰ সাম্ৰাজ্যবাদবিৰোধী শেষ সশস্ত্ৰ বিদ্ৰোহ আছিল নৌ-বিদ্ৰোহ। ১৮৫৭ৰ পৰা ১৯৪৬ লৈকে মুক্তি আন্দোলনৰ এই সুদীৰ্ঘ কালছোৱাত কৃষক-শ্ৰমিকে শ্ৰেণীগত দুৰ্বলতা, অনৈক্য আৰু নিজা কোনো ৰাজনৈতিক মঞ্চ নথকা সত্বেও সাম্ৰাজ্যবাদ-সামন্তবাদবিৰোধী সশস্ত্ৰ বিদ্ৰোহ সংগঠিত কৰি এক গুৰুত্বপূৰ্ণ ঐতিহাসিক ভূমিকা পালন কৰিছিল। কমিউনিষ্ট আন্দোলনে এই সংগ্ৰামক সঠিকভাৱে পৰিচালনা কৰি আগবঢ়াই লৈ যোৱাত ব্যৰ্থ হোৱাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। লক্ষ্য কৰিবলগীয়া কথা যে কংগ্ৰেছৰ নেতৃত্বয়ো নিজকে শ্ৰমিক- কৃষকৰ সংগ্ৰামৰ পৰা সচেতনভাৱে আঁতৰাই ৰাখিছিল আৰু সশস্ত্ৰ গণ-সংগ্ৰামৰ বিৰোধিতা কৰিছিল ঐতিহাসিক কাৰণতে। তেওঁলোকৰ উদ্ভৱ আৰু বিকাশৰ প্ৰক্ৰিয়ালৈ লক্ষ্য কৰিলে এটা কথা স্পষ্ট হয় যে ব্ৰিটিছৰ সাম্ৰাজ্যিক স্বাৰ্থতেই মধ্যবিত্তৰ জন্ম আৰু বিকাশো সম্ভৱ হৈছিল ব্ৰিটিছৰ আনুকূল্যতেই। গতিকে কৃষক-শ্ৰমিকৰ সশস্ত্ৰ বিদ্ৰোহে ব্ৰিটিছ সাম্ৰাজ্যবাদৰ ভেটি কঁপাই তোলাৰ লগে লগে কংগ্ৰেছ নেতৃত্বকো সচকিত কৰি তুলিছিল। কৃষক-শ্ৰমিকৰ সশস্ত্ৰ বিদ্ৰোহে এচাম নবীন কংগ্ৰেছ কৰ্মীৰ প্ৰভাবান্বিত কৰিলেও কংগ্ৰেছৰ নেতত্ব আছিল গান্ধীৰ হাতত। সাধাৰণ প্ৰজাৰ হেঁচাত (কৃষক-শ্ৰমিকৰ দাবী) কংগ্ৰেছে যেতিয়া পূৰ্ণ-স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ বাধ্য হ'ল তেতিয়া গান্ধীয়ে পৰোক্ষভাৱে ব্ৰিটিছ সাম্ৰাজ্যবাদক অভয় প্ৰদান কৰি বৰলাটলৈ লিখিছিল, "স্বাধীনতা-প্ৰস্তাৱত কোনেও ভয় খাব লগা একো নাই।"[৮] গান্ধীয়ে একে সময়তে সাম্ৰাজ্যবাদ আৰু ভাৰতৰ বুকুত মূৰ দাঙি উঠা বিপ্লৱী শক্তিৰ বিৰুদ্ধে অহিংস সংগ্ৰাম আৰম্ভ কৰিছিল। সাম্ৰাজ্যবাদতকৈ বিপ্লৱী শক্তিলৈহে গান্ধীয়ে বেছি ভয় কৰিছিল। এচাম কংগ্ৰেছ কৰ্মী বিপ্লৱী ধাৰাটোৰ ফালে ঢাল খোৱা দেখি গান্ধী শঙ্কিত হৈ পৰিছিল। কংগ্ৰেছৰ নেতৃত্ব তেওঁৰ হাতৰ পৰা সৰি যোৱাৰ আশংকা কৰিয়েই গান্ধীয়ে ১৯৩৪ত কংগ্ৰেছৰ সভ্য পদো ত্যাগ কৰে। বিদায় মুহূৰ্তত গান্ধীয়ে এক বিবৃতিত কৈছিল, "There is a growing and vital difference of outlook between many Congress-men and myself ... if they gain ascendancy in the Congress, as they well may, I cannot remain in

the Congress." ইয়াৰ পিছতো দেখা গ'ল গান্ধীয়েই কংগ্ৰেছৰ পৰিচালক হিচাপে থাকিল। সেই বছৰতে সশস্ত্ৰ বিদ্ৰোহৰ নেতা সূৰ্য সেন আৰু তাৰকেশ্বৰে সাম্ৰাজ্যবাদৰ হাতত জীৱন আহুতি দিছিল। ব্ৰিটিছৰ এই নিৰ্মম নিষ্ঠুৰতাতো অহিংসবাদী মহামানব গান্ধী বিচলিত হোৱা দেখা নগৈছিল।

প্ৰবীণ কংগ্ৰেছ নেতা শ্ৰদ্ধেয় বিজয় চন্দ্ৰ ভাগৱতীদেৱে 'প্ৰকাশ'ত (১৯৮৪ ৰ এপ্ৰিলৰ পৰা ছেপ্টেম্বৰ আৰু নবেম্বৰ, ১৯৮৫ৰ ফেব্ৰুৱাৰীৰ পৰা জুনলৈকে) 'স্বাধীনতা যুদ্ধৰ পটভূমিত' শীৰ্ষক এলানি প্ৰবন্ধ লিখিছে। 'জীৱনৰ সন্ধিয়া পৰত' এৰি অহা দিনবোৰক সোঁৱৰণলৈ আনিবলৈ কৰা প্ৰয়াসৰ মাজেৰে তেওঁ প্ৰবন্ধলানিত মুক্তি সংগ্ৰামৰ সুদীৰ্ঘ ইতিহাসৰ এটি আলোচনা দাঙি ধৰিছে। তেওঁ স্বাধীনতা সংগ্ৰামৰ কেইবাটাও গুৰুত্বপূৰ্ণ দিশলৈ দৃষ্টি আকৰ্ষণ কৰিছে। তাৰ ভিতৰত স্বাধীনতা আন্দোলনক নেতৃত্ব দিয়া উচ্চ আৰু মধ্যশ্ৰেণীৰ সীমাবদ্ধতা আৰু তাৰ পৰা উদ্ভুত আন্দোলনৰ কেতবোৰ দুৰ্বলতা উল্লেখযোগ্য। আন্দোলনৰ দুৰ্বলতাৰ প্ৰতি সঠিকভাৱেই দৃষ্টি আকৰ্ষণ কৰিলেও, আন্দোলন আৰু মধ্যবিত্তৰ ভূমিকাৰ ইতিবাচক দিশটোৰ ওপৰত অধিক গুৰুত্ব দিয়াৰ কাৰণে সেইবোৰৰ ঐতিহাসিক তাৎপৰ্য তেওঁৰ দৃষ্টিসীমাৰ পৰা আঁতৰি গৈছে। তেওঁ সঠিকভাৱেই লক্ষ্য কৰিছে যে "অসহযোগ আন্দোলন সম্পৰ্কে আন এটা জৰুৰী প্ৰশ্ন হৈছে-- কিয় সেই সময়ত যুক্তপ্ৰদেশ আদিত কিষাণসকলৰ মাজত দেখা দিয়া বৈপ্লৱিক ভাৱৰ সুযোগ লবলৈ চেষ্টা কৰা নহ'ল। কিষাণৰ ওপৰত জমিদাৰৰ অত্যাচাৰ তেতিয়া বিশেষভাৱে বাঢ়ি গৈছিল।" সেই সময়ত গান্ধীয়ে কৃষক-জমিদাৰৰ মাজত আগতকৈ ভাল সম্পৰ্ক গঢ়ি তোলাৰ কাৰণেহে কৃষকসকলক আন্দোলন কৰিবলৈ আৰু জমিদাৰৰ কৰ বন্ধ নকৰিবলৈ পৰামৰ্শ দিছিল। সেয়ে ভাগৱতীদেৱে কৈছে, "এওঁলোকৰ অৰ্থনৈতিক আৰু সামাজিক প্ৰশ্নও এটা মূল প্ৰশ্ন হিচাপে লোৱা হ'লে অসহযোগ আন্দোলনৰ শক্তি বহুগুণে বাঢ়িব পাৰিলেহেঁতেন।"[১১] গোটেই সমস্যাটো, আজি জীৱনৰ বিয়লি বেলিকা, গভীৰভাৱে উপলব্ধি কৰি অন্তৰৰ সমস্ত আবেগ ঢালি তেওঁ লিখিছে, "আজি অতীতলৈ ঘূৰি চাই মই অনুভৱ কৰো যে সেই সময়ত কৃষক-মজদুৰৰ যি এটা বৈপ্লৱিক শক্তি স্বতঃস্ফূৰ্তভাৱে মূৰ দাঙি উঠিছিল তাক অসহযোগ আন্দোলনৰ কামত নলগোৱাৰ কাৰণে এটা ডাঙৰ ঐতিহাসিক সুযোগ হেৰুৱা হ'ল আৰু প্ৰতিক্ৰিয়াশীল শক্তিসমূহে সুবিধা পালে। গান্ধীজীৰ পৰিচালনাত গণ আন্দোলনে নিশ্চয় ইতিহাসত এটা বিশেষ অধ্যায় ৰচনা কৰি গৈছে, কিন্তু ভাৰতৰ দুখীয়া শোষিত শ্ৰেণীটোৱে যে সেইদিনা ৰাজনৈতিক স্বাধীনতাৰ যুদ্ধত সন্তুষ্ট নাছিল, তেওঁলোকে যে অৰ্থনৈতিক দাবী তাৰ লগত সন্নিবিষ্ট হোৱাটো বিচাৰিছিল কিষাণ আন্দোলনেই তাৰ প্ৰমাণ। ...

"কিন্তু ভাৰতৰ স্বাধীনতাৰ আন্দোলনৰ স্পষ্ট অৰ্থনৈতিক ধাৰণা এটা নথকাৰ পৰিণাম হিচাপে স্বাধীনতাৰ পিছতো আজিলৈকে যে বহুতো সমস্যা দেখা দি আছে, তাক অস্বীকাৰ কৰিব নোৱাৰি।

"অসহযোগ আন্দোলনৰ দিনৰ প্ৰথম উৎসাহতে যদি মৌলিক অৰ্থনৈতিক প্ৰশ্নৰ অৱতাৰণা কৰা হ'লহেঁতেন, তেনেহ'লে সেই আন্দোলনৰ ৰাজনৈতিক উদ্দেশ্য সাধাৰণ ৰাইজৰ কাৰণে অধিক অৰ্থপূৰ্ণ হৈ উঠিলহেঁতেন। সকলো ধৰ্মৰে দুখীয়া শ্ৰেণীৰ লোকসকলৰ জীৱনৰ লগত সম্পৰ্ক থকা কথাবিলাক আন্দোলনত জীৱন্ত হৈ উঠাহেঁতেন আজি দৰিদ্ৰতা শ্ৰেণী-বৈষম্যৰ যিবিলাক সমস্যাই ভয়াবহ ৰূপ ধাৰণ কৰিছে, তাৰ সমাধানৰ সূত্ৰ তেতিয়াই পোৱা গ'লহেঁতেন। তদুপৰি সাম্প্ৰদায়িকতাবাদীসকলে ধৰ্ম-জাত-কুল, বৰ্ণ-গোষ্ঠীৰ কথা কৈ বিভিন্নতা সৃষ্টি কৰিবলৈ অৱকাশ নাপালেহেঁতেন।"[২২] তেওঁৰ ধাৰণাৰ মৰ্মবস্তু হ'ল, আধুনিকতা, বিজ্ঞান, জনসাধাৰণৰ অৰ্থনৈতিক জীৱনৰ মূল সমস্যা আৰু তাৰ পৰাই উদ্ভূত কৃষক-শ্ৰমিক আন্দোলনৰ পৰা জাতীয় মুক্তি সংগ্ৰাম সচেতনভাৱে আঁতৰি থকাৰ কাৰণেই ভাৰতৰ বুকুৰ পৰা দৰিদ্ৰতা আৰু সাম্প্ৰদায়িকতা, বৰ্ণ-বৈষম্য, অস্পৃশ্যতা আদি সামন্তীয় অৱশেষক দূৰ কৰাটো আজিও সম্ভৱ হৈ উঠা নাই। অসহযোগ আন্দোলনৰ এজন ল'ৰা ভলণ্টিয়াৰৰ বুঢ়া কালত হোৱা অনুভূতিৰ এই কথাখিনি অত্যন্ত তাৎপৰ্যপূৰ্ণ।

কৃষক-শ্ৰমিকৰ সশস্ত্ৰ বিদ্ৰোহক কংগ্ৰেছে গুৰুত্ব নিদিলেও ভাৰতৰ মুক্তিৰ শেষ সংগ্ৰাম আছিল 'নৌ-বিদ্ৰোহ'। এই বিদ্ৰোহ সংগঠিত কৰিছিল ভাৰতীয় নাৱিকে। ১৮৫৭ৰ মহাবিদ্ৰোহৰ পিছত ১৯৪৬ৰ ১৮ ফেব্ৰুৱাৰীত বম্বেৰ 'তলোৱাৰ' জাহাজৰ পৰা ভাৰতীয় নাৱিকে প্ৰথমবাৰৰ বাবে ব্ৰিটিছ বিষয়াৰ বুকুলৈ চলোৱা গুলীৰ শব্দ ক্ষন্তেকতে ব্ৰিটিছ পাৰ্লিয়ামেণ্টত প্ৰতিধ্বনিত হ'ল। সেই গুলীৰ শব্দৰ মাজত সাম্ৰাজ্যবাদে শুনিবলৈ পালে মৃত্যু সংকেত। লগে লগে ১৯৪৮ৰ ঠাইত ১৯৪৭তে ক্ষমতা হস্তান্তৰৰ সিদ্ধান্ত গ্ৰহণ কৰি কংগ্ৰেছ আৰু লীগৰ নেতাসকলৰ লগত আলোচনাত বহিল। মুক্তি আন্দোলনৰ বিপ্লৱী ধাৰাটোক সেই আলোচনাৰ পৰা বাহিৰত ৰখা হ'ল। সাধাৰণ কৃষক-শ্ৰমিকক আঁতৰত ৰাখি ব্ৰিটিছে ভাৰতীয় উচ্চ আৰু মধ্য শ্ৰেণীৰ হাতত ক্ষমতা হস্তান্তৰ কৰিলে।

নিঃসন্দেহে এই স্বাধীনতা আছিল সাম্ৰাজ্যবাদমুখী ভাৰতীয় জাতীয়তাবাদৰ সন্তান। সেয়ে স্বাধীনতাও হ'ল বিকৃত, পঙ্গু। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যদেৱে এই স্বাধীনতাৰ প্ৰকৃত ৰূপটো উন্মুক্ত কৰিবলৈ প্ৰয়াস কৰা 'ৰাজপথে ৰিঙিয়াৱ'ৰ ১২৩ পৃষ্ঠাত চল্লিশ কোটি ভাৰতীয় জনতাক 'পঙ্গু' বুলি

আখ্যা দিয়াটোকে ইতিহাসে সমৰ্থন নকৰে। ওপৰৰ আলোচনাৰ মাজেৰে নিশ্চয় এইটো স্পষ্ট হৈছে যে প্ৰকৃততে জনতা পঙ্গু নহয়, পঙ্গু আমাৰ স্বাধীনতাহে। প্ৰখ্যাত সমাজতত্ত্ববিদ বিনয় ঘোষৰ বক্তব্য এই প্ৰসঙ্গত প্ৰণিধানযোগ্য— "আসলে স্বাধীনতা ধনতান্ত্রিক যুগেৰ অভ্যুদয় কালেৰ জাৰজ সন্তান। যেমন আৰ্থিক-বাণিজ্যিক স্বাধীনতাৰ নামে সমাজে দাৰিদ্ৰ্যেৰ প্ৰসাৰ এবং শোষণ যন্ত্ৰেৰ বিস্তাৰ হয়েছে, যাৰ ফলে সমাজে ও মানুষেৰ জীবনেৰ স্তৰে স্তৰে পৰাধীনতাৰ নাগবন্ধন দৃঢ় হয়েছে। ধনতন্ত্ৰেৰ ক্ৰমবিকাশেৰ সঙ্গে ব্যক্তিস্বাধীনতাৰ মুখোশ পৰে ব্যক্তিদাসত্বেৰ অভিনব নৃত্য চলেছে। এক একটা বিপ্লবেৰ আলোড়ন থেকে এক একটি 'স্বাধীনতা'ৰ প্ৰত্যয় উদ্ভুত হয়েছে, তাৰ পৰ সেই বিপ্লবেৰ নায়কদেৰ প্ৰভুত্ব বজায়েৰ স্বাৰ্থে ৰচিত বিধি-বিধানেৰ বেদীমূলে সেই স্বাধীনতা বিসৰ্জিত হয়েছে। আজও ইতিহাসে এই আবৃত্তিৰ শেষ হয়নি।" [১৩]

এখন দেশৰ ৰাজনীতি অৰ্থনীতিৰ নীতি নিৰ্দ্ধাৰণ কৰে শাসক শ্ৰেণীয়ে আৰু আমাৰ সামাজিক-সাংস্কৃতিক বিকাশৰ গতিপথ নিৰ্ণয়ত বুদ্ধিজীৱীয়ে এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। এই দুয়োটা শ্ৰেণীয়েই ওপৰত বৰ্ণিত উচ্চ-মধ্য শ্ৰেণীটোৰ ঐতিহ্যৰে ধাৰক- বাহক। সেই ঐতিহ্য মূলতঃ ইতিবাচক নে নেতিবাচক, সেই সম্পৰ্কে চূড়ান্ত সিদ্ধান্তত উপনীত হ'বলৈ হ'লে, মধ্যবিত্তৰ চৰিত্ৰৰ পুনৰ্মূল্যায়ন অপৰিহাৰ্য। তাৰ ভিত্তিতহে আমি বিভিন্ন জনগোষ্ঠীৰ মাতৃভূমি এই অঞ্চলটোৰ সৰ্বতোমুখী বিকাশৰ সঠিক পথৰ সন্ধান লাভ কৰিব পাৰিম। তাৰ উপৰি অসমৰ সমাজ বুৰঞ্জীৰ পৰ্যালোচনাৰ ক্ষেত্ৰতো মধ্যবিত্তৰ চৰিত্ৰৰ পুনৰ্মূল্যায়ন অপ্ৰাসঙ্গিক নহয়, উপৰন্তু অতিশয় আৱশ্যকীয়।

মধ্যবিত্তৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ সকলো দিশ ইয়াত খৰচি মাৰি আলোচনা কৰা নাই। পৰিচিত তথ্যৰ আধাৰত মধ্যবিত্তৰ উদ্ভৱ আৰু বিকাশৰ প্ৰক্ৰিয়াৰ এটি চমু আভাসহে দিয়া হৈছে। আমাৰ বিচাৰ সম্পূৰ্ণ সঠিক বুলি দাবী কৰাৰ ধৃষ্টতা আমাৰ নাই। এয়া আমাৰ এই দিশত এক বিনীত প্ৰয়াসহে মাথোন। আশা কৰো বিজ্ঞজনে এই দিশত তথ্যসমৃদ্ধ বস্তুনিষ্ঠ আলোচনা আগবঢ়াব।

## পাদ-টীকা

১। ঘোষ, বিনয়— 'বাংলাৰ নবজাগৃতি', কলিকতা ১৯৭৯, পৃষ্ঠা ৪০

২। গুহ, অমলেন্দু— 'সামন্ত যুগীয় অসমৰ ভূমি ব্যবস্থা আৰু সামাজিক শ্ৰেণী', নতুন পৃথিৱী, প্ৰথম বছৰ, চতুৰ্থ সংখ্যা গুৱাহাটী ১৯৯২

৩। গোহাঁই, হীৰেন— 'সাহিত্য আৰু চেতনা' গুৱাহাটী ১-৭৬ পৃষ্ঠা ২৪

৪। বেজবৰুৱা গ্ৰন্থাৱলী— ১ম খণ্ড, গুৱাহাটী ১৯৯৮ পৃষ্ঠা ৩৮-৩৯

৫। ভট্টাচাৰ্য, বীৰেন্দ্ৰকুমাৰ— 'ডেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি' গুৱাহাটী ১৯৭৮

৬। তালুকদাৰ, নন্দ— (সঃ) 'আনন্দৰাম ঢেকিয়াল ফুকন ৰচনা সংগ্ৰহ' গুৱাহাটী ১৯৭৭, পৃষ্ঠা ১৩০

৭। উমৰ, বদৰুদ্দিন— 'ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ ও উনিশ শতকেৰ বাঙালী সমাজ' কলিকতা ১৯৮২, পৃষ্ঠা ২১

৮। বৰুৱা, গুণাভিৰাম— 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ' গুৱাহাটী ১৯৭১

৯। উমৰ, বদৰুদ্দিন— পূৰ্বোক্ত গ্ৰন্থ পৃষ্ঠা ২৬

১০। গোস্বামী, যতীন্দ্ৰনাথ— 'জগন্নাথ বৰুৱাৰ জীৱনী', যোৰহাট ১৯৭৫ পৃষ্ঠা ৩৫

১১। গোস্বামী, উক্ত গ্ৰন্থ, পৃষ্ঠা ৩৬

১২। Guha, Amalendu-- 'Planter Raj To Swaraj', New Delhi 1977, P. 62

১৩। বৰুৱা, গুণাভিৰাম সম্পাদিত— 'আসাম বন্ধু' একত্ৰ সংকলন, গুৱাহাটী ১৯৮৪ পৃষ্ঠা ২

১৪। ভূঞা, যোগেন্দ্ৰ নাৰায়ণ (সঃ)— 'জ্ঞানদাভিৰাম বৰুৱাৰ ৰচনাৱলী' গুৱাহাটী ১৯৮১ পৃষ্ঠা ৭৭৮

১৫। গোস্বামী, প্ৰফুল্ল দত্ত— 'মাণিক চন্দ্ৰ বৰুৱা', গুৱাহাটী ১৯৭৭, পৃষ্ঠা ১২

১৬। গোস্বামী, যতীন্দ্ৰনাথ— পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা ৪৯-৫০

১৭। ভট্টাচাৰ্য, বীৰেন্দ্ৰ কুমাৰ— 'ৰাজপথে বিভিয়ায়' গুৱাহাটী, পৃষ্ঠা ১২৮

১৮। Dutta, R. Palme-- 'India To-Day' Calcutta 1983. P.362

১৯। Dutta, R. Palme উক্ত গ্ৰন্থ পৃষ্ঠা ৩৮১

২০। ভাগৱতী, বিজয় চন্দ্ৰ— 'স্বাধীনতা যুদ্ধৰ পটভূমিত' প্ৰকাশ, জুন ১৯৮৪, পৃষ্ঠা ৫৭

২১। ভাগৱতী, উক্ত প্ৰবন্ধ- পৃষ্ঠা ৬৯

২২। ভাগৱতী, উক্ত প্ৰবন্ধ- প্ৰকাশ জুলাই '৮৪ পৃষ্ঠা ৪৫

২৩। ঘোষ, বিনয়- 'মেট্ৰোপলিটন মন মধ্যবিত্ত বিদ্ৰোহ' কলিকতা ১৯৭৩ পৃষ্ঠা ১৪৪

# শঙ্কৰী ঐতিহ্য-মাৰ্ক্সবাদ আৰু বিষ্ণুপ্ৰসাদ ৰাভা

অসমৰ প্ৰবাদ পুৰুষ বিষ্ণু ৰাভাই জীৱনৰ মধ্য পৰ্বত (১৯৪৫) মাৰ্ক্সবাদী দৰ্শন গ্ৰহণ কৰি মৃত্যুৰ আগমুহূৰ্তলৈকে মাৰ্ক্সবাদকেই জনগণৰ মুক্তিৰ একমাত্ৰ সঠিক পথ বুলি বিশ্বাস কৰিছিল আৰু সেই 'আদৰ্শৰ সাধনাত জীৱনৰ সকলো সামৰ্থ্য' আগবঢ়াইছিল। কিন্তু সেই একেজন ৰাভাই জীৱনৰ আগবয়সত আছিল 'ৰূপতন্ত্ৰৰ সাধক'। মাৰ্ক্সবাদী দৰ্শনৰ লগত পৰিচয় হোৱাৰ আগতেই সাম্ৰাজ্যবাদবিৰোধী জনজাগৰণে ৰাভাক লৈ গৈছিল জনজীৱনৰ মাজলৈ। পিছত মাৰ্ক্সবাদী দৰ্শন গ্ৰহণ কৰি শ্ৰেণীহীন সমাজ ৰচনাত নিজকে নিয়োগ কৰিছিল। এয়া আছিল ৰাভাৰ অৱশ্যম্ভাৱী পৰিণতি। সমাজৰ ৰূপান্তৰ বিচাৰি জনজীৱনত সৌন্দৰ্যৰ প্ৰকাশ বিচাৰি জাতীয় মুক্তি সংগ্ৰামত জপিয়াই পৰা জ্যোতিপ্ৰসাদৰ সম্মুখত স্বাধীনতা লাভৰ পিছতহে সাম্ৰাজ্যবাদৰ সহযোগী ভাৰতীয় ধনীক শ্ৰেণীৰ স্বৰূপ উন্মুক্ত হৈছিল আৰু তাৰ পিছতহে তেওঁৰ মোহমুক্তি ঘটিছিল। অকাল মৃত্যুৰ কিছুদিনৰ আগতহে জ্যোতিয়ে মাৰ্ক্সীয় দৰ্শনত জনগণৰ মুক্তিৰ সঠিক পথৰ সন্ধান লাভ কৰিছিল। কিন্তু জ্যোতিৰ সহযোগী ৰাভাই তাৰ আগতেই সমাজৰ ৰূপান্তৰ বিচাৰি সেই নতুন পথেৰে খোজ দিছিল। স্মৰণযোগ্য যে সাম্ৰাজ্যবাদ আৰু সাম্ৰাজ্যবাদৰ প্ৰয়োজনীয়তাত ভাৰতীয় ধনীক শ্ৰেণীৰ শ্ৰেণী চৰিত্ৰ সম্পৰ্কে ৰাভাৰ ছাত্ৰ অৱস্থাতেই এটা স্পষ্ট ধাৰণা গঢ়লৈ উঠিছিল বুলি অনুমান কৰাৰ যথেষ্ট থল আছে। সেই ধাৰণাই পৰৱৰ্তীকালত তেওঁৰ ৰাজনৈতিক চেতনাৰ বিকাশত বিশেষ ভূমিকা লৈছিল বুলি অনুমান কৰিব পাৰি।

ৰাভাৰ সমগ্ৰ ৰচনা প্ৰকাশ নোহোৱালৈকে তেওঁৰ সামাজিক ৰাজনৈতিক চেতনা প্ৰবাহৰ এই ক্ৰমপৰিণতিৰ সঠিক মূল্যায়ন কৰাটো সম্ভৱ নহয় যদিও, ইতিমধ্যে ৰাভা-অনুৰাগী আৰু ৰূপান্তৰকামী ভালেকেইজন চিন্তাশীল ব্যক্তিয়ে সময়ৰ দাবী মানি এই কামত হাত দিছে। তেওঁলোকে আমাৰ ধন্যবাদৰ পাত্ৰ। কিন্তু দুই-এজন বামপন্থী বুলি জনাজাত বুদ্ধিজীৱীয়ে ৰাভাৰ আগবয়সৰ সাংস্কৃতিক চেতনাক পুনৰুত্থানবাদী-উগ্ৰজাতীয়তাবাদী হিচাপে প্ৰমাণ কৰিবলৈ প্ৰয়াস কৰা দেখা গৈছে। উপযুক্ত তথ্য প্ৰমাণসহ তৎকালীন অসমৰ সমাজ ব্যৱস্থাৰ পটভূমিতহে ৰাভাৰ ঐতিহ্য চেতনাৰ বিভিন্ন দিশৰ সঠিক মূল্যায়ন সম্ভৱ। তাৰ অবিহনে এনে ধৰণৰ একপক্ষীয় 'ৰায় দানে' ৰাভাৰ মূল চিন্তাধাৰাৰ ক্ৰমপৰিণতিকে বিকৃত কৰাৰ সম্ভাৱনাই অধিক। অসমৰ সমাজ বিকাশৰ গতিধাৰাৰ লগত ৰাভাৰ মূল চেতনা-প্ৰবাহ আৰু পৰিণতি ঘনিষ্ঠভাৱে সম্পৰ্কিত। গতিকে ৰাভাৰ আগবয়সৰ ঐতিহ্য চেতনাৰ বিভিন্ন দিশৰ এক

নিৰ্মোহ আলোচনাৰ থল আছে আৰু বৰ্তমান সময়ত তেনে আলোচনাৰ অত্যন্ত প্ৰয়োজনো।

সশস্ত্ৰ বিপ্লৱৰ মাতৃস্বৰূপা বঙ্গতেই (ঢাকা) ৰাভাৰ জন্ম (১৯০৯, ৩১ জানুৱাৰী)। তাতেই পিছত উচ্চ শিক্ষা ল'বলৈ গৈ যৌৱনৰ প্ৰথম পুৱাতে তেওঁৰ হৃদয়ত প্ৰতিধ্বনিত হৈছিল সাম্ৰাজ্যবাদবিৰোধী সশস্ত্ৰ বিদ্ৰোহীৰ পদধ্বনি। সাম্ৰাজ্যবাদৰ কোপদৃষ্টিত পৰি এঠাইৰ পৰা আন ঠাইলৈ ঘূৰি শেষত আধৰুৱাকৈ শিক্ষা জীৱন শেষ কৰিব লগা হোৱা ৰাভাই ছাত্ৰ জীৱনতে অনুভৱ কৰিছিল যে সাম্ৰাজ্যবাদৰ দাসত্বৰ শিকলি ছিঙিব নোৱাৰিলে জনগণৰ সৰ্বাঙ্গীন বিকাশ অসম্ভৱ— একে সময়তে ৰাভাই অনুভৱ কৰিছিল যে কেৱল সাম্ৰাজ্যবাদেই নহয়, সিহঁতৰ প্ৰয়োজনজাত ভাৰতীয় ধনীক শ্ৰেণীও জনগণৰ অন্যতম শত্ৰু— এই দুয়োটা শত্ৰুৰ বিৰুদ্ধে সংগ্ৰাম অনিবাৰ্য। অনুমান কৰা হয় এই উপলব্ধি আহিছিল সেই দিনা, যিদিনা সাম্ৰাজ্যবাদৰ শোষণ নিপীড়িত জনগণৰ বঞ্চিত চেতনাই সাৰ পাই সাম্ৰাজ্যবাদৰ বিৰুদ্ধে অস্ত্ৰ তুলি ধৰিবৰ কাৰণে সাজু হৈছিল। চট্টগ্ৰাম অস্ত্ৰাগাৰ লুণ্ঠন কৰিছিল। চট্টগ্ৰাম অস্ত্ৰাগাৰ লুণ্ঠন আছিল সাম্ৰাজ্যবাদৰ বিৰুদ্ধে ভাৰতীয় প্ৰজাৰ প্ৰত্যক্ষ আক্ৰমণ। ইংৰাজ শাসকগোষ্ঠী সন্ত্ৰস্ত হৈ পৰিছিল। ৰাভাই লিখিছে " . পাহাৰতলী। ছাণ্টগাৰৰ খাৰঘৰ লুটৰ এটি অধ্যায় মেল খায়। তাৰে দলৰ এজন বুলি মোকো পেলাবলৈ চক্ৰান্ত, ষড়যন্ত্ৰ চলে।" ('বিষ্ণু ৰাভা ৰচনাৱলী'- পৃষ্ঠা ২৭০)। ইয়াৰ লগত ৰাভা জড়িত নাছিল যদিও তাৰ আগতেই ৰাভাৰ দৃষ্টিত সাম্ৰাজ্যবাদৰ স্বৰূপ ধৰা পৰিছিল। সাম্ৰাজ্যবাদক পৰোক্ষভাৱে প্ৰত্যাহ্বান জনাই বাংলাত এটা 'ছড়া' লিখি কোচবিহাৰৰ ৰাজপ্ৰাসাদৰ প্ৰধান দুৱাৰত আঁৰি দিছিল। তাত লিখিছিল—

"ৰাজ্যে আছে দুইটি পাঠা
একটি কালো একটি সাদা
ৰাজ্যেৰ যদি মঙ্গল চাও
দুইটি পাঠাই বলি দাও।"

ৰাভাৰ পিতৃ গোপাল চন্দ্ৰ আছিল ব্ৰিটিছৰ এজন বিশ্বস্ত আৰক্ষী বিষয়া। ব্ৰিটিছৰ প্ৰতি থকা গভীৰ আনুগত্যৰ পুৰস্কাৰ হিচাপে গোপাল চন্দ্ৰই লাভ কৰিছিল আঢ়ৈ হাজাৰ বিঘামান মাটি আৰু 'order of British Empire'।

ভাৰতৰ মুকুতি-বলিয়া শিল্পী ৰাভাক সম্পত্তি, সন্মান একোৱেই ধৰি ৰাখিব নোৱাৰিলে। কলিকতাৰ পৰা শিক্ষা সম্পূৰ্ণ নকৰাকৈ ঘূৰি আহি ৰাভাই

মুক্তি সংগ্ৰামৰ অংশীদাৰ হ'ল আৰু তাৰ লগে লগে শঙ্কৰী কলা-সাহিত্যৰ অধ্যয়ন আৰু অনুশীলনত লাগিল। ডি. এছ. পি.ৰ চাকৰি পাইছিল— ৰাভাই অকাতৰে প্ৰত্যাখ্যান কৰিলে। এই বিষয়ে ৰাভাই নিজেই লিখিছে— "ভাৰতৰ মুকুতি-বলিয়া তেজাল ডেকা মই চাকৰি পায়ো পেলাই থৈ শ্বিলঙৰ পৰা উভতি মোৰ ভিনিহীদেউ বৰপেটাৰ ডাক্তৰৰ ঘৰত গৈ খোপনি পোতো। ... কলিকতাত বি. এছ. চি. পঢ়োতে পৃথিবীৰ শ্ৰেষ্ঠ নৃত্য-পটীয়সী, ৰুছিয়াৰ উৰ্বশী আনা পাভলোভাৰ উপদেশ সুঁৱৰি বৰপেটাৰ সত্ৰীয়া নাচবোৰ চাই আচৰিত হওঁ আৰু অসমীয়াৰ বহুমূলীয়া শঙ্কৰী কলাৰ সৈতে চিনাকি লভো।" ('বিষ্ণু ৰাভা ৰচনাৱলী'- পৃষ্ঠা ২৭৩)। এফালে জাতীয় মুক্তি সংগ্ৰাম, আনফালে জাতীয় কৃষ্টি সংস্কৃতি উদ্ধাৰ, দুয়োটাতে ৰাভাই নিজকে নিয়োগ কৰিলে। সেই বুলি ৰাভা অতীত-বিলাসী ৰক্ষণশীল নাছিল। জাতীয় মৰ্যাদাবোধৰ নামত মধ্যযুগীয় জীৱনাদৰ্শ সংস্কৃতিক আঁকোৱালি লৈ আধুনিক সংস্কৃতিক প্ৰত্যাখ্যান কৰিবলৈ বিচৰা শিল্পী তেওঁ নাছিল। কলিকতাৰ পৰা অসমলৈ উভতি আহি ৰাভাই অসমীয়া নৃত্যৰ সন্ধানত ব্যস্ত হৈ পৰিল। কামৰূপৰ 'ওজাপালি' নৃত্যই ৰাভাক আকৃষ্ট কৰে। কিছুদিন ওজাপালি নৃত্য চৰ্চা কৰাৰ পিছত তেওঁ শঙ্কৰী কলা-সাহিত্য সাধনাত নিমগ্ন হ'ল। শঙ্কৰী কলা-সাহিত্যৰ মাজত ৰাভাই বিভিন্ন জনগোষ্ঠীৰ মিলনত গঢ়ি উঠা অসমীয়া জাতিৰ সামগ্ৰিক ৰূপটোক যেন দেখা পালে। কিছুদিনলৈ তেওঁৰ সাধনাৰ থল আছিল বৰপেটা। তেওঁ লিখিছে— 'বৰপেটা ধাম। ... অসমখনৰ বিধ বিধ অসমীয়া কৃষ্টিৰ মৌ কোঁহৰ ৰহঘৰৰ সৰহীয়া বহু ইয়াতেই। ... হিয়াৰ গভীৰ তলিত গুপুতে থকা এই বৰপাট-বৰপেটা।" ('বিষ্ণুৰাভা ৰচনাৱলী'- পৃষ্ঠা ২৭৪)। সৰুৰে পৰা সংগীত-কলা-সাহিত্যৰ অনুৰাগী ৰাভাই কলিকতাত সিবোৰৰ চৰ্চাৰ কাৰণে এখন বহল ক্ষেত্ৰ পায়। প্ৰকৃততে তাতেই তেওঁৰ শিল্প প্ৰতিভাৰ বিভিন্ন দিশ বিকশিত হয়। ভাৰতীয় উচ্চাংগ সঙ্গীত আৰু শাস্ত্ৰীয় নৃত্যত লাভ কৰা পাৰদৰ্শিতাৰ কাৰণে ৰাভাই বংগৰ কলাৰ জগতত এখন সুকীয়া আসন লাভ কৰিছিল। জনগণৰ জীৱন হৰ্ষময় কৰি তোলাৰ এক অফুৰন্ত প্ৰেৰণালৈ ৰূপৰ পূজাৰী ৰাভাই শঙ্কৰী কলা-সাহিত্যত ডুব দিছিল। কিয়? ৰাভাই দেখিছিল যোৱা পাঁচশ বছৰ ধৰি শঙ্কৰী কলা-সাহিত্যই অসমৰ জনগণৰ এক ব্যাপক অংশক কৰ্ম প্ৰেৰণা যোগাই আছে। শঙ্কৰী সাহিত্য গভীৰভাৱে অধ্যয়ন কৰাৰ পিছত ৰাভাই কৈছিল- "ভাৰতীয় সঙ্গীত শাস্ত্ৰ যে কিমান জটিল তাক সঙ্গীত শাস্ত্ৰজ্ঞ নহ'লে বুজা টান। যিজন ঋষিয়ে এই সঙ্গীত শাস্ত্ৰত ব্যুৎপত্তি লাভ কৰিব পাৰিব, যি ব্ৰহ্মাচৰ্য ব্ৰত পালন কৰিব পাৰিব, যিজনে নিয়মিতভাৱে সাধনা কৰিব পাৰিব সেইজন মহাপুৰুষ সঙ্গীত বিশাৰদ হ'ব পাৰিব। এনে জটিল বিজ্ঞানত এজন [illegible] দক্ষতা লাভ কৰিছিল তেওঁ হ'ল মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে গায়ন।"

('বিষ্ণুৰাভা এতিয়া কিমান ৰাতি'- তিলক দাস, পৃষ্ঠা ৪২)। লক্ষ্য কৰিবলগীয়া কথা- ইয়াতে ৰাভাই শঙ্কৰদেৱক কলাকাৰ শিল্পী হিচাপেহে (গায়ন) গ্ৰহণ কৰিছে। কেৱল শাস্ত্ৰীয় সঙ্গীত আৰু নৃত্যৰ পাৰদৰ্শিতাৰ কাৰণেই ৰাভাই শঙ্কৰদেৱৰ প্ৰতি আকৃষ্ট হোৱা নাছিল। সৰ্বগুণাকৰ মহৎ শিল্পী হিচাপেহে শঙ্কৰদেৱক তেওঁ গ্ৰহণ কৰিছিল। এই ক্ষেত্ৰত ৰাভাই শঙ্কৰদেৱে পালন কৰা ঐতিহাসিক ভূমিকাৰ কথা পাহৰি যোৱা নাছিল বুলি আমাৰ ধাৰণা। চমু কথাত, জনগণৰ সৰ্বাঙ্গীন বিকাশ বিচাৰিয়েই ৰাভাই শঙ্কৰী ঐতিহ্যক আঁকোৱালি লৈছিল। ৰাভাৰ ঐতিহ্য-চেতনাৰ অন্তৰালত আছিল অসমৰ সমাজখনক নতুন ৰূপত সজাই তোলাৰ একাগ্ৰ বাসনা। শশী শৰ্মাই ভবাৰ দৰে, জোনাকী যুগীয়াসকলৰ দৰে ৰাভাৰ এই চেতনা 'অতীত-প্ৰীতি' নাছিল। শশী শৰ্মাই লিখিছে-- "এই কালছোৱাৰ বিষ্ণু ৰাভা জানিবা জোনাকী যুগীয়াসকলৰ সাদৃশ্যহে আছিল। অতীত-প্ৰীতি শঙ্কৰ-মাধৱৰ স্মৃতি আদিয়েই আছিল তেতিয়াৰ ৰাভাৰ জীৱনৰ আদৰ্শ।" ('সৈনিক শিল্পী বিষ্ণু ৰাভা' পৃষ্ঠা ৭৬)। জোনাকী যুগীয়াসকলৰ লগত ৰাভাৰ তুলনা নহয়। ৰাভাৰ দৃষ্টিত কলা-সংস্কৃতি এটা বিমূৰ্ত ধাৰণা নাছিল। শঙ্কৰদেৱকো তৎকালীন ঐতিহাসিক পটভূমিত বিচাৰ কৰিহে গ্ৰহণ কৰিছিল। শঙ্কৰদেৱেই প্ৰথমতে অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত এক আনুভূতিক ঐক্যৰ জন্ম দি এখন বৃহৎ সমাজ ৰচনাৰ বাট মুকলি কৰি দিছিল। শঙ্কৰৰ সেই আদৰ্শহে ৰাভাই গ্ৰহণ কৰি বিভিন্ন জনগোষ্ঠীৰ সমন্বয়ৰ মাজেৰে এখন শক্তিশালী সমাজ গঢ়াৰ কাৰণেহে তেওঁ সকলোকে আহ্বান জনাইছিল বুলি আমাৰ ধাৰণা। সেয়ে ৰাভাই গাইছিল—

অ' অসমীয়া ডেকা দল!
আজি তোৰ তেজাল বদন মলিন কিয় হ'ল?
দুৰ্গম নদ পাহাৰ গিৰি
লম্ভিঘছিলে ডেকাগিৰী
সুন্দৰ শঙ্কৰে লৰি কৰিছিলে তল
দেখুৱাইছিল জগতজুৰি অসীম বাহুৰ বল
সিও যে তোৰ নাইকিয়া হ'ল।
কীৰ্ত্তন দশম নাম-ঘোষা
হওক আমাৰ শৌৰ্য,
নাট গীত নাম বৰগীত
হওক আমাৰ তূৰ্য
আহি তেওঁ এই অসমৰ
হওক অসম বীৰ্য
অসমীয়া সমনীয়া আগবাঢ়ি যাওঁ ব'ল।"

শ্ৰীশৰ্মাক সোঁৱৰাই দিয়াৰ প্ৰয়োজন নাই যে ইয়াত ৰাভাই অসমং বৰ্ণাঢ্য সমাজখনৰ ভিত্তিত বৈষ্ণৱ ধৰ্মৰ ৰাম নামী কাপোৰ মেৰিয়াই পাঁচশ বছৰৰ পিছলৈ টানিব খোজা নাছিল। ঐতিহ্যৰ ভেটিত নতুনকৈ সমাজখন গঢ়াৰ প্ৰেৰণাহে ইয়াৰ মৰ্ম বস্তু।

শ্ৰীশৰ্মাই আৰু লিখিছে "শঙ্কৰদেৱ সামন্ত যুগৰ সৃষ্টি। অন্যান্য ভাৰতীয় বৈষ্ণৱৰ দৰে তেওঁৰো মূল আদৰ্শ আছিল সামন্তযুগীয়া সামাজিক ভেদাভেদ, জাতিভেদ আদি আঁতৰোৱা। ই এটা সজ চেষ্টা। কিন্তু শ্ৰেণীহীন সমাজ ব্যৱস্থা গঢ়লৈ নুঠে মানে এনেবোৰ সামন্তযুগীয় বিভেদ-বিচ্ছিন্নতাবো ওৰ নপৰে। শঙ্কৰদেৱে কিন্তু শ্ৰেণী সমাজকেই সমৰ্থন কৰিছিল।" ইয়াৰ পিছতে ভাগৱতৰ পৰা এটা উদ্ধৃতি দি পুনৰ লিখিছে, 'তেতিয়া শ্ৰেণী প্ৰভু তেজস্বী' পুৰুষসকলক শঙ্কৰদেৱে ৰক্ষা কবচ পিন্ধাইছে। তথাপি বিষ্ণু প্ৰসাদ ৰাভাই যেতিয়া গীত পদ আৰু প্ৰবন্ধ ৰচনা কৰি শঙ্কৰী সংস্কৃতিৰ বহুল প্ৰচাৰ হ'লেই সুখী সমৃদ্ধিশালী সমাজ গঢ়লৈ উঠিব বুলি কল্পনা কৰে, তেতিয়া তেওঁক ভাববাদীৰ বাহিৰে অন্য বুলিব নোৱাৰি।" শ্ৰী শৰ্মাৰ ঐতিহ্য চেতনা সম্পৰ্কে আমাৰ সন্দেহ আছে। শঙ্কৰদেৱৰ যুগত শ্ৰেণীৰ ধাৰণাৰ জন্ম হৈছিল জানো? 'শঙ্কৰদেৱে কিন্তু শ্ৰেণী সমাজকেই সমৰ্থন কৰিছিল' বুলি কোৱা কথাযাৰৰযোগে শ্ৰীশৰ্মাই তৎকালীন ঐতিহাসিক পটভূমিত বিচাৰ নকৰি আজিৰ পটভূমিতহে শঙ্কৰক বিচাৰ কৰা যেন অনুমান হৈছে। এনে বিচাৰ পদ্ধতি বিজ্ঞানসন্মত নে? এইটো অনস্বীকাৰ্য যে শঙ্কৰী মতবাদ সামন্তীয় সমাজৰ মতবাদ হিচাপেই পৰিগণিত হৈছিল। সামন্তীয় মতাদৰ্শই আওপকীয়াকৈ সামন্ত প্ৰভুৰ গুণানুকীৰ্তন নকৰি জন্মৰ আগতেই মাৰ্ক্স- এঙ্গেলছৰ গুণানুকীৰ্তন কৰিব লাগিছিল নেকি? শ্ৰীশৰ্মাই বোধকৰো এটা কথা পাহৰি গৈছে যে আদিম গোষ্ঠীবদ্ধ জনজাতীয় সমাজতকৈ সামন্তবাদ উন্নত সমাজ ব্যৱস্থা। বৈষ্ণৱ ধৰ্ম সেই ব্যৱস্থাৰ অনুকূল এক মতাদৰ্শ। ড° হীৰেন গোহাঁয়ে 'কীৰ্তন পুথিৰ ৰস বিচাৰ'ত লিখিছে— "সামন্তবাদে অসমৰ ৰাইজক এহাতে উন্নত, সমৃদ্ধ জীৱনৰ পথ দেখুৱালে আৰু আনহাতে সেই পথত লুণ্ঠনকাৰী দস্যুৰ শাসন স্থাপন কৰি সেই সপোন মৰীচিকাত পৰিণত কৰিলে। বৈষ্ণৱ ধৰ্ম সামন্তবাদৰ গজালিতে উপন্দিলেও এই দ্বন্দ্বৰ বীজ তাৰ মাজত বৈ গ'ল।" (পৃষ্ঠা- ৩২)। আন প্ৰসঙ্গত ড° গোহাঁয়ে লিখিছে "বহু দেৱ-দেৱীৰ ঠাইত 'একদেউ, একসেৱ' প্ৰবৰ্তন কৰাৰ তাৎপৰ্য হ'ল জনজাতীয় বহুধা- বিভক্ত সমাজৰ ঠাইত একে আৰ্হিৰ একে প্ৰশাসনৰ সামন্তবাদী সমাজ প্ৰৱৰ্তন কৰা।" (কাল-ভ্ৰমৰ, পৃষ্ঠা- ৬১)। আমি ড° গোহাঁইৰ বক্তব্য এই কাৰণেই উল্লেখ কৰিছো যে শঙ্কৰদেৱৰ পুণৰ্মূল্যায়ন বা ঐতিহাসিক মূল্যায়নৰ ক্ষেত্ৰত এক বিজ্ঞানসম্মত

পদ্ধতি গ্ৰহণ কৰি শঙ্কৰী কলা-সাহিত্যত নতুন আলোকপাত কৰাসকলৰ ভিতৰত তেওঁ অন্যতম। এই দিশত ৰঞ্জিত কুমাৰ দেৱ গোস্বামী, অমলেন্দু গুহ, প্ৰসেনজিৎ চৌধুৰী, অনিল ৰায় চৌধুৰী, শিৱনাথ বৰ্মন আদিৰ নামো বিশেষভাৱে উল্লেখযোগ্য। শঙ্কৰৰ ঐতিহাসিক মূল্যায়ন কৰিবলৈ যাওঁতে যোৱা পাঁচশ বছৰৰ অসমৰ সমাজ বুৰঞ্জীৰ সঠিক মূল্যায়নৰ বাটো তেখেতসকলেই দেখুৱাই দিছে। তেখেতসকলৰ মতৰ লগত সকলোৰে মত মিলিব লাগিব— সেই দাবী আমি কৰা নাই। আমাৰ বক্তব্য অতি স্পষ্ট-- অসমৰ সমাজ বিকাশৰ গতিপথ নিৰ্ণয়ত তেখেতসকলৰ বিচাৰ পদ্ধতিয়ে বাট দেখুৱাইছে আৰু দেখুৱাব। এনে অৱস্থাত শ্ৰী শৰ্মাৰ ওপৰত উল্লেখ কৰা ধৰণৰ বক্তব্যই উঠি অহা পাঠকক বিভ্ৰান্ত কৰাৰ সম্ভাৱনাই অধিক। তেখেতৰ বক্তব্যৰ মৰ্মবস্তু আমি এনেভাৱেই বুজিছো যে শঙ্কৰে যেন তেতিয়াই সামন্ত প্ৰভুসকলৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি শ্ৰেণীহীন সমাজ ৰচনাৰ সূচনা কৰিব লাগিছিল। বিষ্ণু ৰাভাৰ সাংস্কৃতিক চেতনাৰ মূল্যায়ন প্ৰসঙ্গত কৰা সেই মন্তব্যৰ ভাবাৰ্থ সেইটোৱেই বুলি আমাৰ ধাৰণা। শঙ্কৰৰ সংস্কৃতিৰ প্ৰচাৰ হ'লেই বিষ্ণু ৰাভাই সুখী সমৃদ্ধিশালী সমাজ গঢ় লৈ উঠিব বুলি কল্পনা কৰাৰ কথা আমি নাজানো। নতুন এক উন্নত সমাজ ব্যৱস্থালৈ উত্তৰণৰ কালছোৱাত শঙ্কৰে যি ঐতিহাসিক ভূমিকা পালন কৰিছিল তাৰ প্ৰতিহে ৰাভা আকৃষ্ট হৈছিল আৰু শঙ্কৰৰ সেই আদৰ্শহে তেওঁ গ্ৰহণ কৰিছিল বুলি বিভিন্ন তথ্যৰ পৰা জানিব পৰা গৈছে।

কলিকতাৰ পৰা ঘূৰি অহাৰ পিছৰ কিছু বছৰ ৰাভা প্ৰকৃততে আছিল ৰূপৰ পূজাৰী। জনসমাজত সৌন্দৰ্যৰ প্ৰকাশ বিচাৰি তেওঁৰ মন ব্যাকুল। ৰূপৰ পূজাৰীৰ ক্ষুধাৰ অগনি শাঁত পৰিছিল শঙ্কৰী কলা-সাহিত্যত ডুব দিয়াৰ পিছত। ৰূপতীৰ্থৰ যাত্ৰীক শঙ্কৰী সাহিত্যই বাট দেখুৱাই দিলে। "মনৰ ভোক এবাৰ উকালে সেই ভোকৰ অগনি নুমোৱা কঠিন। ... ৰূপতান্ত্ৰিকৰ অসীম ক্ষুধা।

"দিহিঙে দিপাঙে অনাই বনাই ফুৰু। ৰূপতান্ত্ৰিকৰ অসীম ক্ষুধাৰে ভৰা ৰূপ তন্ত্ৰৰ সাধনা। ৰূপ তীৰ্থ যাত্ৰা। বৰপেটা ধাম।" (বিষ্ণু ৰাভা ৰচনাৱলী ২৭৪)। সৌন্দৰ্য সৃষ্টি কৰি জনজীৱন হৰ্ষময় কৰি তোলাৰ চাবি-কাঠি বিচাৰি পালে শঙ্কৰী কলা-সাহিত্যত। ঊনবিংশ শতিকাৰ শেষ দশকলৈকে অসমীয়া সাহিত্য-সংস্কৃতি বৰ্তি আছিল আৰু তাৰ পিছতো নতুন সংস্কৃতি নিৰ্মাতাসকলক বাট দেখুৱাইছিল শঙ্কৰেই। বিষ্ণু ৰাভাকো শঙ্কৰী ঐতিহ্যই প্ৰভাৱিত কৰিছিল। স্মৰণযোগ্য যে ৰাভাৰ দৃষ্টিত কলা-সংস্কৃতি এটা বিমূৰ্ত

ধাৰণা নাছিল। শঙ্কৰদেৱৰ পিছৰ পাঁচশ বছৰৰ অসমৰ সমাজ বুৰঞ্জীয়ে এই সত্য নিশ্চয় স্বীকাৰ কৰিব যে অসমীয়া জাতীয় জীৱনৰ এই সুদীৰ্ঘ (পাঁচশ বছৰীয়া) যাত্ৰা পথ আলোকিত কৰি জনজীৱনৰ হৃদয়ত তেওঁলোকৰ কৰ্ম প্ৰেৰণাৰ উৎস হৈ যি কেইজন মহামনীষা মহৎ শিল্পী আজিও জীয়াই আছে তাৰ ভিতৰত শঙ্কৰদেৱেই আছিল প্ৰথম আৰু প্ৰধান। কি যাদু শক্তিৰ বলত এইটো সম্ভৱ হৈছিল? শঙ্কৰদেৱে তৎকালীন সেই জনগণৰ প্ৰাণ-প্ৰবাহৰ লগত নিজকে বিলীন কৰি তেওঁলোকৰ আত্মাৰ খোৰাক যোগাবলৈ সক্ষম হৈছিল। শঙ্কৰৰ চিন্তা আৰু কৰ্মৰ এই যি গণ উৎস, সিয়েই তেওঁক জনমানসত ধৰি ৰখাৰ অন্যতম কাৰণ বুলি অনুমান কৰাটো নিশ্চয় অসঙ্গত নহ'ব। শঙ্কৰী ঐতিহ্যৰ এই গণভিত্তিয়েই ৰাভাক নতুন সমাজৰ বাট দেখুৱাইছিল বুলি আমাৰ ধাৰণা। যি শঙ্কৰী কলা-সাহিত্যাই হাজাৰজনক পৰম শান্তি দিছিল, সকলোকে মিলাই এখন বহল সমাজ পাতিছিল সেই কলা-সাহিত্যৰ মাজত ৰাভাই দেখা পাইছিল শঙ্কৰী যুগৰ সমাজখনক। অসমৰ সমাজ বিকাশৰ এক বিশেষ ঐতিহাসিক পৰ্যায়ত শঙ্কৰৰ জন্ম। জনগণৰ প্ৰাণ পৰিধিৰ লগত নিজকে মিলাই যুগ যন্ত্ৰণাক নিজ হৃদয়ত ধাৰণ কৰি শঙ্কৰে সৃষ্টি কৰিছিল যুগোপযোগী শিল্প সাহিত্য, যি নতুন সমাজখনৰ বিভিন্ন গোষ্ঠীৰ লোকৰ হৃদয়ৰ দাবী পূৰণ কৰি জনজীৱনক আনন্দ দান কৰিছিল। ড° হীৰেন গোহাঁয়ে ঠিকেই লক্ষ্য কৰিছে যে "এহাতে তেওঁলোকৰ ৰুচি অধিক মাৰ্জিত, সংস্কৃত অধ্যয়নপুষ্ট মনৰ প্ৰভাৱেৰে উন্নত কৰা আৰু আনহাতে তেওঁলোকৰ মানসিকতাই ঢুকি পোৱাকৈ লোকায়ত সাহিত্য ৰচনা কৰা মাও জে দঙে উল্লেখ কৰা এই দ্বিমুখী কাৰ্য তেওঁ সম্পন্ন কৰিছিল অবিস্মৰণীয় সফলতাৰে।

"এই ব্যাপক জনভিত্তি কীৰ্তন ঘোষাৰ সাহিত্য বিচাৰতো পাহৰিব নোৱাৰি।" ("কীৰ্তন পুথিৰ ৰস বিচাৰ"- পৃষ্ঠা ৩৭)। শঙ্কৰে অসমৰ সমাজ বিকাশত লোৱা এই ভূমিকাৰ কথা ৰাভাই মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। এই প্ৰসঙ্গত তিলক দাসে ৰাভাৰ জীৱনীত উল্লেখ কৰা এষাৰ কথালৈ আঙুলিয়াব পাৰি। শঙ্কৰদেৱৰ চিহ্নযাত্ৰা চাই থাকোঁতে এগৰাকী পোহাৰীয়ে বেচিবলৈ অনা মাছৰ কথা পাহৰি যোৱা, পিছত গেলি যোৱা মাছ লুইতৰ পানীত ধুব খোজোঁতেই মাছে সাঁতোৰ মেলা— গুৰু চৰিতত উল্লেখ কৰা এই ঘটনাটোৰ তাৎপৰ্য ৰাভাই এনেদৰে ব্যাখ্যা কৰিছিল "ইয়াৰ তাৎপৰ্য এয়েই— শ্ৰীমন্ত শঙ্কৰৰ কাব্য, কলা, সঙ্গীত, সাহিত্য প্ৰতিভাৰ বলত গেলি যোৱা সমাজখনে প্ৰাণ পালে।" ("বিষ্ণুৰাভা এতিয়া কিমান বাস্তি"- পৃষ্ঠা ১৫)। শঙ্কৰী কলা-সাহিত্যৰ এই সামাজিক ভূমিকাৰ উপৰিও ৰাভাক মহৎ কলাকাৰ সৰ্বগুণাকৰ শঙ্কৰৰ বহুমুখী প্ৰতিভায়ো গভীৰভাৱে আকৃষ্ট কৰিছিল। সেয়ে তেওঁ কৈছিল,

"সঁচাকৈয়ে আজি শঙ্কৰদেৱেই অসমীয়াৰ প্ৰাণ। আজি শঙ্কৰদেৱৰ যি কোনো কৃষ্টি বা সাহিত্য বাদ দিলে অসমীয়াৰ মৃত্যু হ'ব। শঙ্কৰ নাথাকিলে অসমীয়াৰ একেবাৰেই নাই। শঙ্কৰদেৱে কি নাজানিছিল আৰু কিনো নিদিছিল? অসমীয়াক তেৱেঁই সকলো দি গৈছিল।" (ৰচনাৱলী- পৃষ্ঠা ৭২)। শঙ্কৰক গুৰু বুলি স্বীকাৰ কৰিলেও ৰাভা বৈষ্ণৱ ভকতত পৰিণত হোৱা নাছিল আৰু শঙ্কৰী ঐতিহ্যই তেওঁক পিছলৈকো টনা নাছিল। অসমৰ জনসাধাৰণৰ সৰ্বাঙ্গীন বিকাশ বিচাৰিয়েই ৰাভাই জাতীয় সংস্কৃতিৰ পুনৰুজ্জীৱন কামনা কৰিছিল। জীৱনৰ সকলো দিশ সামৰি সেই জীৱনক নতুন ৰূপত সজাই তোলাৰ একাগ্ৰ বাসনাৰে, প্ৰাচীন ভাৰতীয় শাস্ত্ৰৰ অধাৰত শঙ্কৰদেৱে যি 'উদাৰ সহজ গতিময় নামধৰ্মৰ মহিমা' প্ৰচাৰ কৰিছিল সিয়েই অসমৰ জনসাধাৰণক ভৱিষ্যতৰ বাট দেখুৱাইছিল। শঙ্কৰৰ জনমুখী শিল্প-সাহিত্যক সঠিকভাৱে মূল্যায়ন কৰিব পাৰিছিল জ্যোতিপ্ৰসাদে আৰু শঙ্কৰী কলা-সাহিত্যৰ মূল প্ৰেৰণাক শুদ্ধভাৱে উপলব্ধি কৰিব পাৰিছিল কাৰণেই তেওঁ সামন্তীয় ভুৱা আভিজাত্যক আওকাণ কৰি জনগণৰ মাজত সাহসেৰে থিয় দিব পাৰিছিল। জ্যোতিপ্ৰসাদৰ প্ৰায় সমসাময়িক ৰাভাৰ সম্মুখতো শঙ্কৰৰ দৰে এটা পৰম্পৰাৰ জন্ম দি যোৱা কোনো শিল্পী নাছিল। শঙ্কৰেই আছিল যোৱা পাঁচশ বছৰত একমাত্ৰ শিল্পী যিজনে জীৱনৰ বিভিন্ন দিশ সামৰি যুগৰ উপযোগী কলা-সাহিত্যৰ মাধ্যমেৰে এফালে এক নিৰ্দিষ্ট আদৰ্শ প্ৰচাৰ কৰিছিল আৰু আনফালে জনজীৱন হৰ্ষময় কৰি তুলিছিল। ৰাভাই যুগমীয়া সেই শঙ্কৰী কলা-সাহিত্যক পোহৰলৈ আনিবলৈ প্ৰয়াস কৰিছিল। সেইখিনি কৰিবলৈ যাওঁতে যুগৰ দাবীক ৰাভাই আওকাণ কৰা নাছিল। শঙ্কৰী ঐতিহ্যৰ ভেটিত নতুন সংস্কৃতি নিৰ্মাণৰহে বাট দেখুৱাইছিল ৰাভাই। যুগৰ দাবী আৰু সময়ৰ আহ্বান ৰাভাৰ হৃদয়ত ঠিক সময়তেই প্ৰতিধ্বনিত হৈছিল। কিন্তু জীৱন আৰু জগত সম্পৰ্কে এক ভাববাদী দৃষ্টিভঙ্গী থকাৰ কাৰণে জাতীয় সংস্কৃতিৰ পুনৰ জীৱনৰ জৰিয়তে জাতীয় চেতনা জগাই তুলি যুগৰ দাবী পূৰণ কৰিব খুজিছিল। শঙ্কৰক 'গুৰু' বুলি স্বীকাৰ কৰিবলৈও সেই একে প্ৰসঙ্গতে ৰাভাই কৈছিল "কিন্তু এই কৃষ্টি সংস্কৃতি সভ্যতা ধনী অসমীয়াৰ হাতত নাই, চফল নগৰীয়াৰ প্ৰাণত নাই, আছে দুখীয়া হজুৱা, হালোৱা, বনুৱা, অসমীয়া গাঁৱলীয়াৰ হিয়াৰ অন্তঃস্থলত। সেই অন্তৰ ভেদি আজিও বৈ আছে সেই মন্দাকিনীৰ কুলু কুলু গতি। সেই গতিৰ মাজতে অসমীয়া জাতিৰ ছন্দ অসমীয়া কৃষ্টিৰ স্পন্দন ছন্দিত হৈ আছে। এই কুৰি শতিকাৰ সাম্ৰাজ্যবাদীৰ ধুমুহা বলিছে। ধনতান্ত্ৰিকতাৰ বিজয় বৈজয়ন্তীৰ ধ্বজা উৰিছে। সেই ধনতান্ত্ৰিকতা আৰু সাম্ৰাজ্যবাদৰ হেঁচাত অসমীয়া গাঁৱলীয়া দুখীয়া হজুৱা হালোৱা বনুৱা বাচি থাকিবনে? যদি

অসমীয়াৰ এই দুখীয়া শ্ৰেণী মৰে, তেন্তে অসমীয়া জাতিও মৰিব, লগে লগে লয় পাব অসমীয়া কৃষ্টি, অসমীয়া সংস্কৃতি, অসমীয়া সভ্যতা। এই কৃষ্টি, এই সভ্যতা বচাবই লাগিব। এই নিষ্পেষিত নিৰ্যাতিত নিপীড়িত দুখীয়া অসমীয়াক বচাবলৈ হ'লে বচাব লাগিব বিপ্লৱৰ মাজেদি সেই ধনীসকলৰ বিৰুদ্ধে যুঁজি, যি ধনীৰ কোনো জাতি নাই, সমাজ নাই, ধৰ্ম নাই— যিটো জাতি ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বৰ খুটা, য'তে সিহঁতৰ লাভ ত'তেই সিহঁত। সিহঁতে গাঁৱলীয়া অসমীয়াৰ তেজ শুহিছে। পটাশিলত পিহিছে, পিণ্ডত দিছে, বিচাৰ কৰিছে, বক্তৃতা দিছে, ৰাইজৰ ব্যক্তিগত স্বাধীনতা হৰণ কৰিছে। সিহঁতেই হৈছে চোৰাং বাজাৰী মুনাফাখোৰ, ধন ঘটিবলৈ সিহঁতেই লগ হৈছে বাৰ বিদেশী বগা বঙ্গাল ইংৰাজৰ। সিহঁতৰ বক্তৃতা, লিখনি, সাহিত্য সকলো ভুৱা। সকলো মিছা। কলিৰ পাছত সত্য যুগ আহিব বুলি শাস্ত্ৰই কয়। সেই সত্য যুগ আহিছে। সেই সত্য বুজিব লাগিব, জানিব লাগিব, আযত্ত কৰিব লাগিব। সেই সত্য হৈছে মুক্তি, হেজাৰ বছৰৰ বন্দীশালত বন্দী হৈ থকা দলৰ মুক্তি, হালোৱাৰ মুক্তি, হজুৱাৰ মুক্তি, বনুৱাৰ মুক্তি। সেই সত্য হৈছে মানুহেই সত্য। সেই সত্যৰ মাজত শ্ৰেণীভেদ নাই, আছে সাম্য।" ("ৰচনাবলী" পৃষ্ঠা ৮১-৮২)। এই উপলব্ধি আহিছিল মাৰ্ক্সীয় সমাজ বীক্ষা গ্ৰহণৰ পিছত। ইয়াৰ আগলৈকে ৰাভাই জাতীয় সংস্কৃতিৰ পুনৰুজ্জীৱনৰ জৰিয়তে জাতীয় চেতনা জগাই তুলি এখন নতুন সমাজৰ সপোন দেখিছিল। এই সমাজখন যে অসমীয়া সমাজেই আছিল তাত সন্দেহ নাই। এই চেতনাও আহিছিল স্বাধীনতা সংগ্ৰামৰ পৰাই। স্বাধীনতা সংগ্ৰামে ভাৰতৰ সমাজ জীৱনলৈ অনা ব্যাপক জন জাগৰণে ৰাভাক জাতীয়তাবাদী চিন্তাধাৰাৰে উদ্বুদ্ধ কৰিছিল। সেই বুলি তেওঁক সংকীৰ্ণ জাতীয়তাবাদী আখ্যা দিব পৰা নাযায়। দুই এক বামপন্থী বুদ্ধিজীৱীয়ে ৰাভাক উগ্ৰজাতীয়তাবাদী আৰু পুনৰুত্থানবাদী আদৰ্শেৰে অনুপ্ৰাণিত হৈ কেৱল অসম আৰু অসমীয়া জাতিৰ উন্নতিৰ কথাহে জীৱনৰ আগবয়সত চিন্তা কৰিছিল বুলি কৰা মন্তব্য মানি ল'ব নোৱাৰি। অসমীয়া মানে ৰাভাই কেৱল অসমীয়া ভাষী মানুহখিনিকে বুজা নাছিল। অসমীয়া মানে ৰাভাই অসমীয়া ভাষী আৰু বিভিন্ন জনগোষ্ঠীৰ লোকৰ মাজত এক আবেগিক ঐক্যৰ কথাহে বুজাব খুজিছিল। বৃহত্তৰ অসমৰ পৰিকল্পনাৰ অন্তৰালতো আছিল অসমীয়া আৰু বিভিন্ন জনগোষ্ঠীৰ স্বকীয় সংস্কৃতিৰ পূৰ্ণ বিকাশ সাধন কৰাৰ পৰিকল্পনাহে।

অসমৰ এক আদিম জনগোষ্ঠীৰ পৰা অহা ৰাভাৰ নিজ গোষ্ঠীৰ উপৰিও, বিভিন্ন গোষ্ঠীৰ ধ্যান-ধাৰণা, কলা-সংস্কৃতিৰ সম্যক জ্ঞান আছিল। যিমানেই তেওঁ শঙ্কৰী কলা-সাহিত্যৰ ভিতৰলৈ সোমাই গৈছে সিমানেই তেওঁৰ দৃষ্টিৰ সিবোৰৰ ভিতৰত থকা জনজাতীয় উপাদানবোৰ প্ৰত্যক্ষভাৱে ধৰা পৰিছিল

পৰিছিল। ৰাভাৰ শিল্পী হৃদয়ে এই সত্য নিশ্চয় উপলব্ধি কৰিব পাৰিছিল যে যুগ যন্ত্ৰণাৰ স্বৰূপ উপলব্ধি কৰিব পাৰিছিল কাৰণেই শঙ্কৰৰ অজ্ঞাতেই তেওঁৰ কলা-সাহিত্যৰ তৎকালীন সমাজ জীৱনৰ চিত্ৰ ফুটি ওলাইছিল। আমাৰ ধাৰণা শঙ্কৰৰ পিছত বিষ্ণু ৰাভাইহে যুগ যন্ত্ৰণাৰ স্বৰূপ সঠিকভাৱে উপলব্ধি কৰিব পাৰিছিল। দলিত নিপীড়িত প্ৰজাৰ বন্দী বেদনা আৰু বঞ্চিত চেতনাই ৰাভাৰ শিল্পী সত্তাক জোকাৰি দিছিল। সেয়ে তেওঁ জনগণৰ মাজলৈ গৈ কাণ পাতি শুনিছিল তেওঁলোকৰ হৃদয়ৰ সংবাদ; ভাগ লৈছিল তেওঁলোকৰ সুখ-দুখৰ। তৎকালীন ঐতিহাসিক পৰিস্থিতিত ৰাভাৰ দৃষ্টিত জনসাধাৰণৰ দুখ-দুৰ্গতিৰ প্ৰকৃত কাৰণ ধৰা পৰা নাছিল। গতিকে তেওঁ অতীজৰ সাংস্কৃতিক সম্পদ-সমূহৰ পুনৰুজ্জীৱনৰ জৰিয়তে এখন নতুন সমাজৰ সপোন দেখিছিল। তাক ৰূপ দিবৰ কাৰণে ৰাভাই হাতে-কামে লাগিছিল। এই ক্ষেত্ৰত তেওঁক বাট দেখুৱাইছিল শঙ্কৰী ঐতিহ্যই। ড০ হীৰেন গোহাঁয়ে লিখিছে “জনজাতীয় সীমা ভাঙি হৰি নামৰ ৰস কেউপিনে বোৱাই দিয়াটো আছিল অসমীয়া বৈষ্ণৱ ধৰ্মৰ বিশ্বজনীন দিশ। কিন্তু তাৰ শিপাডাল আছিল জনজাতীয় আচাৰ-অনুষ্ঠানৰ মাজত। এইখিনিতে আছিল শঙ্কৰদেৱৰ মৌলিকতা। এই উপায়েৰেই তেওঁৰ পূৰ্বসূৰীসকল বিফল হোৱা ক্ষেত্ৰত তেওঁ অৰ্জন কৰিছিল স্থায়ী সাফল্য।’ (কীৰ্তন পুথিৰ ৰস বিচাৰ’ পৃষ্ঠা ৩৫) এই শঙ্কৰী ঐতিহ্যই ৰাভাক লৈ গৈছিল অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজলৈ। জনজীৱনৰ অন্তৰৰ কোঁহে কোঁহে সোমাই থকা লোকগীত, লোক সংস্কৃতিৰ মাজত ৰাভাই বিচাৰিছিল তেওঁলোকৰ হৃদয়ৰ সংবাদ। গাঁৱে গাঁৱে, পৰ্বতে-পাহাৰে ঘূৰি ফুৰি, জন জীৱনৰ বাণীস্বৰূপ আৰু জীয়াই থকাৰ আনন্দ লোকগীত, লোক সংস্কৃতিৰ সমল বুটলি ৰাভাই সেই জীৱনক নতুন ৰূপ দিয়াৰ প্ৰয়াস কৰিছিল। আজি কালিৰ বুদ্ধি-শ্ৰমিকৰ দৰে ৰাভাই যান্ত্ৰিকভাৱে এই কাম কৰা নাছিল। জনজীৱনৰ প্ৰাণ-প্ৰবাহৰ লগত নিজকে বিলীন কৰি দি জীৱনৰ নতুন ৰূপ দিব খুজিছিল। ৰাভাই বিশ্বাস কৰিছিল যে একোটা জাতিৰ দেহত প্ৰাণ প্ৰতিষ্ঠা কৰে শিল্পীয়েহে। শঙ্কৰদেৱ তেনে এজন মহৎ শিল্পীয়েই আছিল। কিন্তু ৰাভাৰ শিল্পীমনৰ নতুন সমাজৰ সপোন থানবান হ'বলৈ সৰহ পৰ নালাগিল। যিমানেই তেওঁ জনজীৱনৰ মাজলৈ সোমাই গৈ দলিত সাধাৰণ প্ৰজাৰ আশা-আকাঙ্ক্ষা, সফলতা-বিফলতা, আনন্দ-বেদনাৰ লগত নিজকে মিলাই দিছিল সিমানেই তেওঁ উপলব্ধি কৰিছিল জাতীয় সংস্কৃতিৰ পুনৰ জীৱনৰ জৰিয়তে তেওঁৰ সপোন দিঠকত পৰিণত হ'ব নোৱাৰে। এফালে সাম্ৰাজ্যবাদী শোষণ-নিৰ্পীড়ন, আনফালে সামন্তীয় কুসংস্কাৰ, অন্ধ সংস্কাৰ, ধ্যান-ধাৰণাই জাতিটোৰ সৰ্বাঙ্গীন বিকাশৰ পথ ৰুদ্ধ কৰি ৰাখিছে। ৰাভাৰ সন্মুখত স্বাধীনতা সংগ্ৰামে ৰাইজৰ দুখ-দুৰ্দশাৰ প্ৰকৃত কাৰণসমূহ লাহে লাহে প্ৰত্যক্ষ কৰি দিলে।

সমাজ জীৱনত সুন্দৰক বিকশাই তোলাৰ প্ৰেৰণাৰে ৰাভাই জন সমুদ্ৰত অৱগাহন কৰা কাসছোৱাতেই অসমত বামপন্থী চিন্তাধাৰাৰ বিকাশ ঘটে। জনামতে ত্ৰিশৰ দশকৰ শেষৰ বছৰত অসমত বিপ্লৱী কমিউনিষ্ট পাৰ্টি গঠিত হয়। এই পাৰ্টিৰ নেতৃত্বতেই অসমত সৰ্বপ্ৰথম ৰাজ্যজুৰি কৃষক-শ্ৰমিক আৰু ছাত্ৰৰ সংগঠন গঢ়ি উঠে। স্মৰণযোগ্য যে জনজাতি অধ্যুষিত অঞ্চলসমূহত এই পাৰ্টিৰ সংগঠন আনতকৈ অধিক শক্তিশালী আছিল। এই কথা অনস্বীকাৰ্য যে সেই সময়ত এই পাৰ্টিৰ এক ব্যাপক গণভিত্তি আছিল। সেই সময়তে ৰাভাই অসমৰ গাঁৱে গাঁৱে ঘূৰি থলুৱা সংস্কৃতিৰ সমল বুটলি ফুৰিছিল আৰু একে সময়তে গীত-মাতেৰে তেওঁৰ বুকুৰ আপোন দলিত প্ৰজাৰ মাজত আনন্দ বিলাই ফুৰিছিল। এইদৰে অনাই বনাই ফুৰোতেই 'অঘৰী-সৰ্বহাৰা শিল্পী' ৰাভা বিপ্লৱী কৃষক সংগঠনৰ সান্নিধ্যলৈ আহে। সাম্ৰাজ্যবাদী শোষণ-নিপীড়নেই জন্ম দিয়া বিপ্লৱী কৃষকৰ সান্নিধ্যলৈ আহি ৰাভাৰ পৰিচয় ঘটে এক নতুন সমাজ বীক্ষাৰ লগত। তাৰ আধাৰত তেওঁ দেখা পালে তেওঁৰ 'সেব্যৰ থল' 'হিন্নাৰ আমঠু' ৰাইজৰ মুক্তিৰ সঠিক পথ। নতুন সমাজ বীক্ষা-মাৰ্ক্সীয় দৰ্শন গ্ৰহণৰ পিছৰে পৰা তেওঁৰ ভাবাদৰ্শলৈ পৰিবৰ্তন আহে। শিল্প-সংস্কৃতিৰ ধাৰণাবো সলনি হয়। ত্ৰিশৰ দশকত যিজন ৰাভাই লিখিছিল "অসমীয়া সমনীয়া আগবাঢ়ি যাওঁ ব'ল"– সেই একেজন ৰাভাই চল্লিশৰ দশাকত মুক্তকণ্ঠে আহ্বান জনালে "ব'ল ব'ল ব'ল কৃষক শক্তিৰ দল।·অ' বনুৱা সমনীয়া। আগবাঢ়ি যাওঁ ব'ল।... নিৰ্যাতিত, নিপিড়ীত-কৃষক শক্তিমান।" মাৰ্ক্সীয় দৰ্শন গ্ৰহণ কৰাটো আছিল ৰাভাৰ অৱশ্যম্ভাবী পৰিণতি। মাৰ্ক্সীয় বীক্ষাৰ লগত পৰিচয় হোৱাৰ পিছত ৰাভাই অকাতৰে গণমুক্তিৰ জাতীয়তাবাদী বন্ধ্যা পথ পৰিহাৰ কৰি 'অসমীয়া'ক নহয় কৃষক বনুৱাকহে বিশ্ব গণমুক্তিৰ সংগ্ৰামৰ অংশীদাৰ হ'বলৈ আহ্বান জনাইছে। এই নতুন পথৰ পথিক হিচাপে শিল্পী ৰাভাই যেন নিজকে নতুনকৈ আবিষ্কাৰ কৰিলে "মাৰ্ক্সবাদ-লেলিনবাদে মোৰ চঞ্চল অস্থিৰ জীৱনলৈ আনি দিছে সাগৰ সঙ্গমৰ পূৰ্ণতা আৰু গভীৰতা। মাৰ্ক্সীয় দৰ্শনত আশ্ৰয় লোৱাৰ পিছৰ পৰা মৃত্যু পৰ্যন্ত ৰাভাই বিশ্বাস কৰিছিল যে মাৰ্ক্সবাদেই অসম তথা বিশ্বৰ নিপীড়িত শোষিত মানুহৰ মুক্তিৰ একমাত্ৰ পথ। মাৰ্ক্সবাদ আৰু সমাজতন্ত্ৰই আছিল ৰাভাৰ জীৱনৰ (চল্লিশৰ দশকৰ মাজ ভাগৰ পৰা) চালিকা শক্তি। জীৱনৰ বিয়লি বেলিকা ৰোগশয্যাত পৰি মৃত্যুৰ ক্ষণ গণি থকা দিনকেইটাতে ৰাভাই এই কথা অকপটভাৱে স্বীকাৰ কৰিছে যে "ৰাইজৰ অসমী বল।·সীমাহীন শকতি। এই জোৱাল কথাবাৰে বুজা নাছিলো।" "যিসকল অসমীয়াৰ প্ৰাণস্বৰূপ, যিসকল অসমীয়া সংস্কৃতিৰ ধাৰক আৰু বাহক সেইসকল হালোৱা হজুৱা বনুৱা ভন

মজলীয়া ৰাইজ ক্লিষ্ট, শোষিত দলিত, নিষ্পেষিত আৰু নিপীড়িত। এই ৰাইজৰ দুখত সমদুখী হৈ ৰাইজৰ হিয়াৰ মৰম চেনেহৰ অঠাই সাগৰত পানীত নাদুৰি সাঁতুৰি উমলি ফুৰিছিলো।"

"১৯৪৫ চনৰ পৰা ৰাইজৰ মাজত জপিয়াই পৰি বহু সভা-সমিতিৰ যোগে ৰাইজৰ প্ৰতি মোৰ কৃতজ্ঞতা যাচিছিলো। তেতিয়াৰ পৰাই ভাৰতৰ বিপ্লৱী সাম্যবাদী দলৰ লগত সংশ্লিষ্ট থাকি মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দ্ববাদৰ লগত পৰিচিত হৈ আৰু লেলিনবাদৰ সম্যক জ্ঞানৰ উপলব্ধিৰ আশাত, প্ৰকৃত কমিউনিষ্ট হোৱাৰ আশাত ৰাইজৰ হিয়াৰ আমঠু ৰাইজৰ প্ৰাণৰ লগৰী আৰু ৰাইজৰ লগত একে লগে মিলি জুলি মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি ৰাইজক উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰো।" (ৰচনাৱলী, পৃষ্ঠা ৩০৫-০৬)।

প্ৰশ্ন হয় কিহৰ কাৰণে ৰাভাই ৰাইজৰ প্ৰতি 'কৃতজ্ঞতা' যাচিছিল? ৰূপতন্ত্ৰৰ সাধনাইহে জনসাধাৰণৰ লগত ৰাভাৰ এক নিবিড় সম্পৰ্ক গঢ়ি তুলিছিল সেই কথা তেওঁ নিজেই স্বীকাৰ কৰিছে। কৃষক বনুৱাৰ হৃদয়ৰ সান্নিধ্য লাভত ৰূপৰ পূজাৰী ৰাভাৰ ক্ষুধাৰ অগনি শাত পৰিছিল। শিল্প প্ৰতিভাৰ বিভিন্ন দিশ বিকশিত হৈছিল। সময়ত সেই সান্নিধ্যই ৰাভাৰ সমাজ চেতনাৰো বিভিন্ন দিশ বিকশাই তুলি কৃষক বনুৱাৰ মুক্তিৰ সঠিক পথৰ সন্ধান দিছিল। বিপ্লৱী কৃষক বনুৱা সিমানতে ক্ষান্ত নাথাকি তেওঁলোকৰ সুখ-দুখৰ সমভাগী শিল্পী ৰাভাৰ কংকালত মুক্তি যুঁজৰ সৈনিকৰ টঙালি বান্ধি দি নতুন পথৰ সহযাত্ৰী কৰি লৈছিল— ৰাভাই বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগদান কৰিছিল। কৃষক বনুৱাই ৰূপৰ পূজাৰী ৰাভাক তেওঁলোকৰ বহল হৃদয়ত আশ্ৰয় দি তেওঁক শিল্পী হিচাপে গঢ়ি তুলিছিল। জীৱনৰ শেষ মুহূৰ্তত তেওঁ আবেগ-বিহ্বল সুৰে কৈছিল, "ৰাইজেই গণ দেৱতা। এই গণ দেৱতাৰ অতীত হিয়াত কিমান দয়া! কিমান কৃপা! অথচ সেই প্ৰাণৰো প্ৰাণ কিমান অজেয়! এই ৰাইজৰ হিয়া কোঁহৰ পৰা কৃষ্টি অমৃতৰ সুৰৰ টোপালবোৰ বুটলি আনি মই মোৰ নিজৰ মন কোঁহত ভৰাই লওঁ। সেই মন কোঁহত বহঘৰা, মৌচাক সাজি তাৰ পৰা নিজৰি ওলোৱা ৰসৰ টোপালবোৰ বিলাস দিবলৈ ধৰো।" (ৰচনাৱলী- পৃষ্ঠা ৩০৬)। ৰাভাৰ আজীৱন সাধনাৰ ফল সেই কৃষক বনুৱাই সময়ত জনগণৰ মুক্তিৰ নতুন পথৰ সন্ধান দি এক বিজ্ঞানসন্মত সমাজ খীকাৰ লগত পৰিচয় কৰাই দিয়াৰ পিছতহে ৰাইজৰ অসীম শক্তি ৰাভাৰ সন্মুখত প্ৰত্যক্ষ হৈছিল। সেয়ে ৰাভাই জীৱনৰ শেষ সময়ত ৰাইজৰ প্ৰতি কৃতজ্ঞতা যাচিছিল বুলি সহজেই অনুমেয়।

মাৰ্ক্সীয় দৰ্শন গ্ৰহণৰ পিছত ৰাভাৰ দৃষ্টিত জীৱন আৰু জগত নতুন ৰূপত উদ্ভাসিত হৈ উঠিল। তাৰ আধাৰত তেওঁ মানুহক নতুনকৈ আৱিষ্কাৰ কৰিলে। এই সমাজ দীক্ষা গ্ৰহণৰ পিছত শিল্পী ৰাভাই যেন নৱজন্ম লাভ কৰিলে। জীৱনৰ মধ্য পৰ্বত ৰচনা কৰা গীত আৰু অন্যান্য ৰচনাই শিল্পী ৰাভাৰ নৱজন্মৰে স্বাক্ষৰ বহন কৰিছে। এহাতে শিল্পীৰ তুলিকা, আনহাতে বিশ্ব গণ মুক্তি সংগ্ৰামৰ সৈনিকৰ বন্দুক এয়ে আছিল বিষ্ণু ৰাভা। ড° হীৰেন গোঁহাইৰ সম্পাদনাত প্ৰকাশিত ৰাভাৰ জীৱন আৰু কৃতি বিষয়ক আলোচনী গ্ৰন্থৰ নাম 'সৈনিক শিল্পী বিষ্ণু ৰাভা' সাৰ্থক হৈছে। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে জীৱনৰ শেষ কালছোৱাত ৰাভাৰ ৰাজনৈতিক অৱস্থান সম্পৰ্কে দুই-এজন বামপন্থী ভাবাপন্ন বুদ্ধিজীৱীয়ে নিজৰ মত দাঙি ধৰিছে। আমি ভাবো আলোচনাৰ থল আছে। কিন্তু আমাৰ প্ৰশ্ন হ'ল ৰাভাৰ সমগ্ৰ ৰচনা আৰু এখন বিজ্ঞানসন্মত জীৱনী হাতত নপৰাকৈ ৰাভাৰ প্ৰতিভাৰ আৰু চিন্তাকৰ্মৰ পূৰ্ণাঙ্গ মূল্যায়ন সম্ভৱ জানো? দ্বিতীয় কথা তৎকালীন ভাৰতৰ বামপন্থী আন্দোলন আৰু ৰাজনৈতিক পৰিস্থিতিৰ তথ্য-নিৰ্ভৰ বিচাৰ বিশ্লেষণৰ আধাৰতহে ৰাভাৰ ৰাজনৈতিক অৱস্থান সম্পৰ্কে নিৰ্মোহ আলোচনা সম্ভৱ। তথাপি এটা কথা অনস্বীকাৰ্য যে ৰাভাৰ মাৰ্ক্সবাদ আৰু জনগণৰ প্ৰতি থকা গভীৰ আনুগত্য সন্দেহৰ অতীত। যি গণ আনুগত্যই মহাপ্ৰতিভাশালী শঙ্কৰদেৱক এজন মহৎ শিল্পী, মহৎ কলাকাৰত পৰিণত কৰিলে সেই একে গণ আনুগত্য আৰু জনগণৰ প্ৰতি থকা অকৃত্ৰিম মমতাই বিপ্লৱী মনীষা ৰূপতন্ত্ৰৰ সাধক বিষ্ণুপ্ৰসাদ ৰাভাক মাৰ্ক্সবাদৰ গভীৰ আনুগত্যৰ এগৰাকী বিপ্লৱী শিল্পীত পৰিণত কৰিলে।

# জ্যোতিপ্ৰসাদৰ চিন্তাধাৰাৰ উত্তৰণ প্ৰসঙ্গ

কোনো এখন সমাজত তাৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক অৱস্থাই সেই সমাজৰ অগ্ৰগতিৰ সহায়ক নতুন চিন্তাধাৰা আৰু সংগঠনৰ জন্ম দিয়ে। কিন্তু সেই চিন্তা আৰু সংগঠনৰ লগত প্ৰত্যক্ষভাৱে যুক্ত নাথাকিলেও মহৎ প্ৰতিভাৰ চিন্তা আৰু কৰ্মধাৰা সামাজিক অগ্ৰগতিৰ সহায়ক হ'ব পাৰে। আমাৰ সমাজত এনে উদাহৰণ বিৰল নহয়। জ্যোতিপ্ৰসাদৰ চিন্তা আৰু কৰ্মধাৰাকো এই দিশৰ পৰা বিচাৰ কৰিলেহে সমাজৰ অগ্ৰগতিত তেওঁৰ ভূমিকাৰ সম্যক পৰিচয় পোৱা হ'ব। জনজীৱনৰ বোৱতী-সুঁতিৰ লগত নিজক বিলীন কৰি দি এই মহৎ শিল্পীগৰাকীয়ে সেই জনজীৱনৰ বুকুৰ পৰাই বুটলিছিল তেওঁৰ সাধনাৰ কলা-সংস্কৃতিৰ সমল। তাৎপৰ্যপূৰ্ণ কথা যে জীৱনৰ শেষ কালছোৱাত তেওঁ মানৱ জাতিৰ অগ্ৰগতিত প্ৰধান ভূমিকা লোৱা সাম্যবাদী আন্দোলন আৰু মাৰ্ক্সীয় দৰ্শনৰ আশ্ৰয় লৈছিল মানৱজাতিৰ কল্যাণ বিচাৰি। জ্যোতিৰ এই উত্তৰণ বা চেতনা প্ৰবাহৰ এই ক্ৰমপৰিণতিত যিবোৰ উপাদানে সহায় কৰিছিল সিবোৰৰ বিচাৰ অবিহনে তেওঁৰ চিন্তা আৰু কৰ্মৰাজিৰ মূল্যায়ন প্ৰমাদদুষ্ট হৈ পৰিব। কাৰণ জনজীৱনৰ বোৱতী সুঁতিয়েই জ্যোতিৰ চিন্তা আৰু কৰ্মধাৰাক ক্ৰমাগতভাৱে আগবঢ়াই নিছিল সমাজ বিকাশৰ চালিকা শক্তি সমাজতন্ত্ৰৰ ফালে। গতিকে জ্যোতিৰ শিল্প প্ৰতিভাৰ বিৱৰ্তন আমাৰ সমাজ জীৱনৰেই আদৰ্শ সংঘাতৰ ইতিহাস।

ব্ৰিটিছ শাসনৰ প্ৰাৰম্ভিক কালছোৱা আছিল অসমীয়া ভাষা-সংস্কৃতিৰ কাৰণে অন্ধকাৰ যুগ। ১৮৩৬ত ব্ৰিটিছ সাম্ৰাজ্যবাদে নিজা স্বাৰ্থতে অসমত বঙলা ভাষাক আদালত আৰু শিক্ষাৰ মাধ্যম হিচাপে গ্ৰহণ কৰিছিল। ১৮৭৩ চনত অসমীয়া ভাষাই হৃত মৰ্যাদা ঘূৰাই পায়। সাধাৰণতে অসমৰ আদালত আৰু শিক্ষানুষ্ঠানৰ পৰা অসমীয়া ভাষাক নিৰ্বাসন দিয়াৰ অন্তৰালত বাঙালী আমোলাৰ চক্ৰান্তহে অসমীয়া মধ্যবিত্তই দেখা পাইছিল আৰু সাম্ৰাজ্যবাদৰ অনুগ্ৰহতহে অসমীয়া ভাষাই প্ৰাপ্য মৰ্যাদা ঘূৰাই পাইছিল বুলি তেওঁলোকে প্ৰমাণ কৰি দেখুৱাবলৈ প্ৰয়াস কৰিছিল। কিন্তু ইতিহাসে মধ্যবিত্তৰ ধাৰণা ভুল বুলি প্ৰতিপন্ন কৰিছে। মন কৰিবলগীয়া কথা যে ১৮৭৩ চনত অসমীয়া ভাষাই হৃত মৰ্যাদা ঘূৰাই পায় যদিও অসমীয়া পাঠ্যপুথিৰ অভাৱত তাৰ পিছতো ভালেকেইবছৰ বঙলা ভাষাৰ পাঠ্যপুথিৰ যোগেহে শিক্ষা লাভ কৰিব লগা হৈছিল। এফালে অসমীয়া ভাষাৰ দুখ লগা অৱস্থা আৰু আনফালে

এচাম অসমীয়া মধ্যবিত্তৰ ভাষা-সংস্কৃতিৰ প্ৰতি উদাসীনতা আৰু ইংৰাজৰ চাল-চলন, ভাষা-সংস্কৃতিৰ প্ৰতি গভীৰ আনুগত্যই অসমীয়া মানুহৰ মাজত হীনমন্যতাৰ জন্ম দিছিল। তাৰ লগে লগে এইটোও লক্ষ্য কৰা যায় যে ব্ৰিটিছৰ নতুন প্ৰশাসনীয় আৰু অৰ্থনৈতিক ব্যৱস্থাই এচাম প্ৰাচীন অভিজাত আৰু এমুঠিমান চাকৰিজীৱীক পুষ্ট কৰিব পাৰিলেও সাধাৰণ কৃষক-প্ৰজাৰ আৰ্থিক-সামাজিক জীৱন দুৰ্বহ কৰি তুলিছিল। সংগঠিতভাৱে কৃষক প্ৰজাই ব্ৰিটিছ শাসন-শোষণৰ বিৰুদ্ধে মাজে মাজে বিদ্ৰোহো কৰিছিল।

অসমৰ জাতীয় জীৱনৰ এই পটভূমিতে তেজপুৰৰ গমিৰিত আগৰৱালা পৰিয়ালে ইতিমধ্যেই আৰ্থিক আৰু সামাজিকভাৱে প্ৰতিষ্ঠিত হৈ অসমত জনাজাত হৈ পৰিছিল। আগৰৱালা পৰিয়ালৰ পূৰ্বপুৰুষ "নৱৰঙৰাম আগৰৱালা ৰাজপুতনা দেশৰ এটা পুৰুষানুক্ৰমে অতি ধনী বংশৰ ল'ৰা।" 'চন্দ্ৰকুমাৰ আৰৱালা'— জ্যোতিপ্ৰসাদ- পৃষ্ঠা ১)। ১৮১১ চনত নৱৰঙৰামে জীৱিকাৰ সন্ধানত অসমলৈ আহিছিল। দৰঙৰ বিশ্বনাথত মাৰোৱাৰী ব্যৱসায়ী এজনৰ লগত কিছুদিন কাম কৰাৰ পিছত গমিৰিত নিজাকৈ ব্যৱসায় আৰম্ভ কৰিছিল। অসমীয়া ছোৱালী এজনী বিয়া কৰাই নৱৰঙৰামে তাতেই থিতাপি লৈছিল। সেই সময়ত গমিৰিৰ পৰা উজনি খণ্ড আহোম ৰজাৰ অধীনত আছিল। আহোম ৰজাই নৱৰঙৰামক ছয়দুৱাৰ অঞ্চলৰ হাটৰ কৰটোলা, হাটখোৱা পদত নিযুক্তি দিছিল। উজনি অসম ব্ৰিটিছৰ দখললৈ অহাৰ পিছত নৱৰঙৰাম গমিৰি, ৰাংচালি আৰু বেঙাবাৰী এই তিনিটা অঞ্চলৰ মৌজাদাৰ হৈছিল। এই প্ৰসঙ্গত জ্যোতিপ্ৰসাদে লিখিছে, "এইদৰে আহোম স্বৰ্গদেৱসকলৰ আমোলৰে পৰা বিষয়া নিযুক্ত হৈ তাৰ পিছত ব্ৰিটিছ আমোলতো ক্ষমতাশালী বিষয়া হোৱাত তেওঁ অসমীয়া সমাজৰ বুকুত সোমাই অসমীয়া প্ৰজাৰ ভিতৰত এজন ক্ষমতাশালী লোক হ'বলৈ সুবিধা পায়।" ('চন্দ্ৰকুমাৰ আগৰৱালা'— জ্যোতিপ্ৰসাদ- পৃষ্ঠা ২)। ১৮৬৫ত নৱৰঙৰামৰ মৃত্যুৰ পিছত পুতেক হৰিবিলাস আগৰৱালাই ব্যৱসায়-বাণিজ্যত মন পুতি লাগি কম দিনৰ ভিতৰতে বঙ্গ, উৰিষ্যা, অসম— এই তিনিওটা অঞ্চললৈকে ব্যৱসায় বিয়পি পৰিছিল।

হৰিবিলাসৰ কাম কেৱল ব্যৱসায়-বাণিজ্যতে সীমাবদ্ধ নাছিল. তেওঁৰ চিন্তা আৰু কৰ্মধাৰা সমাজৰ বিভিন্ন দিশলৈ প্ৰসাৰিত হৈছিল। "হৰিবিলাসে সাংসাৰিক উন্নতিৰ লগে লগেই নিজৰ মানসিক আৰু আধ্যাত্মিক উন্নতিৰ কাৰণেও যত্নপৰ হ'ল।" (জ্যোতি) তৎকালীন অসমৰ সাহিত্য- সংস্কৃতিৰ দিশত শংকৰদেৱৰ সৃষ্টিয়েই আছিল প্ৰধান আশ্ৰয়স্থল। তাৰ উপৰি শংকৰ-মাধৱ

প্ৰচাৰিত ভক্তি ধৰ্মক কেন্দ্ৰ কৰিয়েই সেই কালত অসমীয়া সংস্কৃতি গঢ়ি উঠিছিল। উল্লেখযোগ্য যে শঙ্কৰ-মাধৱৰ ৰচনাৰাজি জনসাধাৰণে নিজে পঢ়িবলৈ পোৱা নাছিল। হৰিবিলাসে সেই অমূল্য ৰচনাৰাজি অধ্যয়ন কৰি সকলোৱে যাতে নিজে নিজে তাৰ সোৱাদ ল'ব পাৰে তাৰ কাৰণে সিবোৰ ছপাই জনসাধাৰণৰ হাতত তুলি দিছিল। জ্যোতিপ্ৰসাদে লিখিছে, "এই আধ্যাত্মিক জ্ঞান পিপাসু আৰু বিদ্যোৎসাহী হৰিবিলাসে শঙ্কৰ-মাধৱৰ সাহিত্যৰ ভিতৰ সোমাই তাৰ গৌৰৱত মুগ্ধ হৈ সকলো অসমীয়াকে সেই অমৃত ৰস সহজেই পান কৰিবলৈ পোৱাকৈ প্ৰথমে শঙ্কৰ-মাধৱৰ হাতে লিখা পুথিবোৰ ছপাই উলিয়াই অসমীয়াৰ পুৰণি সাহিত্য নব্য শিক্ষিতৰ চকুত পেলালে। ('চন্দ্ৰকুমাৰ আগৰৱালা'— পৃষ্ঠা ৪-৫)।

অসমীয়া জাতিক নিজ ঐতিহ্যৰ উত্তৰাধিকাৰ সম্পৰ্কে সচেতন কৰাৰ চেতনাই হৰিবিলাসক শঙ্কৰ-মাধৱৰ সাহিত্যৰাজি ছপাবলৈ উদগনি দিছিল। এই বিষয়ে জ্যোতি সহযোগী বিষ্ণু ৰাভাই লিখিছে, "এইজনা পুৰুষে মোট সলায়, মাৰোৱাৰী গুচি নিভাঁজ অসমীয়া হয়। অসমীয়া বৈশিষ্ট্যৰ বুজন লয়, অসমীয়া সৃষ্টি, সংস্কৃতি আৰু সভ্যতাৰ বিষয়ে দকৈ জানিবলৈ চেষ্টা কৰে। ভালকৈয়ে জানিব পাৰে .. এই সময়ত অসমীয়া জাতিক অমৰ কৰিবৰ কাৰণে হৰিবিলাস আগৰৱালাই অসমীয়াৰ অমৃত কীৰ্তন-পুথি, গুণমালা, ভটিমা ছপাই অসমীয়া জাতিক সেই অমৃত পান কৰিবলৈ সুবিধা দিয়ে। মৃত-সঞ্জীৱনীৰ দৰে সেই অমৃত পান কৰি, অসমীয়া জাতি আকৌ ঠন ধৰি উঠে, অসমীয়া বুলি চিনাকি দিয়ে।" ('অমৰজ্যোতি'— বিষ্ণু ৰাভা 'আমাৰ প্ৰতিনিধি' ২০শ বছৰ ১ম সংখ্যা, পৃষ্ঠা ৫০)। জ্যোতিৰ মাক কিৰণময়ী আছিল সুগায়িকা, সঙ্গীত প্ৰেমিক আৰু পিতৃ পৰমানন্দও আছিল সুগায়ক আৰু বেহেলাবাদক। বিষ্ণু ৰাভাই লিখিছে, "উনৈছ শতিকাৰ শেহছোৱাৰ তেজপুৰৰ কাৰেং হেন সেই পকা ঘৰ নৱৰঙ্গৰ সপোনৰ ৰসেৰে ভৰপূৰ, হৰিবিলাসৰ হৰি নামেৰে ৰজনজন, য'ত গীত-মাত বাজনাৰে নিতৌ ৰজনজনাই উঠে ... সেই ঘৰতে মজলিছৰ মাজেদি পৰমানন্দ আগৰৱালাৰ বেহেলাৰ ৰেপনিৰ পৰা মৌ সৰা লক্ষীৰাম বৰুৱাৰ বাজনাৰ লগে লগে হিন্দুস্থানী সঙ্গীতৰ সুৰৰ লহৰ বয়, অসমীয়া গীত-মাত, ভাষা-সাহিত্যৰ আলচ চলে।" ('আমাৰ প্ৰতিনিধি' ওপৰত উল্লেখ কৰা সংখ্যা) জ্যোতিৰ শিল্প প্ৰতিভা বিকাশত দেউতাকৰ লগত মাকৰ দানো আছিল অপৰিমেয়। জ্যোতিৰ বৰদেউতাক চন্দ্ৰকুমাৰেই আছিল 'জোনাকী'ৰ জন্মদাতা আৰু প্ৰথম সম্পাদক। এইদৰে আগৰৱালা পৰিয়ালে অসমীয়াৰ প্ৰাণত জাতীয় আত্মচেতনা জগাই তোলাৰ এক অনুকূল পৰিবেশ গঢ়ি তুলিছিল। মন কৰিবলগীয়া যে সাম্ৰাজ্যবাদৰ তাত ক্ষতি হোৱা নাছিল।

চন্দ্ৰকুমাৰে সচেতনভাৱেই 'জোনাকী'ক ৰাজনীতিৰ পৰা আঁতৰত ৰাখিছিল। সেয়ে হ'লেও চন্দ্ৰকুমাৰ জাতীয় মুক্তি আন্দোলনৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। মহাত্মা গান্ধী অসমলৈ আহোঁতে তেজপুৰত আগৰৱালা পৰিয়ালৰ ঘৰ ভৱনতেই আছিল। ইয়াৰ পৰা সহজে অনুমান কৰি ল'ব পাৰি যে তেজপুৰত অসহযোগ আন্দোলনৰ কৰ্মীসকলৰ কেন্দ্ৰ আছিল আগৰৱালাৰ ঘৰখনেই।

অসমীয়া ভাষা নিৰ্বাসিত হোৱাৰ পৰা আৰম্ভ কৰি আধুনিক অসমীয়া ভাষা-সাহিত্যৰ বাটকটীয়া 'জোনাকী' পৰ্যন্ত এই সুদীৰ্ঘ কালছোৱাৰ ইতিহাস হ'ল অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতিষ্ঠাৰ সংগ্ৰামৰ ইতিহাস। এই ইতিহাসৰ গতিপথ নিৰ্ণয়ত আগৰৱালা পৰিয়ালৰ ভূমিকা আছিল লেখত ল'বলগীয়া। ইয়াৰ উপৰি সাম্ৰাজ্যবাদ-বিৰোধী জাতীয় আন্দোলনৰ প্ৰতিও আগৰৱালা পৰিয়ালে সঁহাৰি জনাইছিল। জ্যোতি প্ৰসাদৰ সামাজিক-ৰাজনৈতিক চেতনা বিকাশত তেওঁৰ পাৰিবাৰিক পৰিবেশে সহায় কৰিছিল বুলি অনুমান কৰাটো নিশ্চয় অসঙ্গত নহয়। সামগ্ৰিকভাৱে বিচাৰ কৰিলে দেখা যায় জ্যোতিৰ প্ৰতিভা বিকাশত তেওঁৰ পৰিয়ালৰ দান আছিল অপৰিমেয়।

(২)

'শোণিত কুঁৱৰী'ৰ যোগে কলাৰ জগতত প্ৰৱেশ কৰা জ্যোতিৰ শিল্প প্ৰতিভাৰ পৰিচয় সেই নাটতেই পোৱা যায়। ১৯১৭ চনত চৈধ্য বছৰ বয়সত ৰচনা কৰিছিল 'শোণিত কুঁৱৰী'। কৈশোৰ আৰু যৌৱনৰ দোমোজাত ৰচনা কৰা এই নাটখনিত কিশোৰ হৃদয়ৰ অসংযত উচ্ছ্বাস লক্ষ্য কৰা নাযায়। সৌন্দৰ্যপিয়াসী জ্যোতিৰ শিল্পী মনটোক পাৰিবাৰিক পৰিবেশে কৈশোৰতে জগাই তুলিছিল। প্ৰেম আৰু যৌৱনৰ মুক্তিৰ সপোন দেখিছিল যৌৱনত ভৰি দিব খোজা জ্যোতিয়ে। 'চিত্ৰলেখা' চৰিত্ৰ সৃষ্টিৰ কাৰণেই জ্যোতিয়ে 'শোণিত কুঁৱৰী' ৰচনা কৰিছিল বুলি সহজেই অনুমেয়। উষা-অনিৰুদ্ধ প্ৰেম আৰু সৌন্দৰ্যৰ প্ৰতীক; চিত্ৰলেখা সেই সৌন্দৰ্যৰ পূজাৰী ৰূপকাৰ আৰু কৃষ্ণ সংস্কৃতিৰ প্ৰতীক। প্ৰেম আৰু সৌন্দৰ্যৰ লগত সুন্দৰৰ পূজাৰীৰ বিচ্ছেদ অসম্ভৱ। চিত্ৰলেখাই নিজকে নিজে কৈছে, 'তোমাৰে মোৰে কোনে বিচ্ছেদ ঘটাব পাৰিব? তোমাক মোক বিধাতাই লগৰীয়া কৰি দিছে, কোনে এৰুৱাব পাৰিব বাৰু? তোমাৰ লগে সাত বৰণৰ তুলি লৈয়ো মই আছিলো আৰু থাকিমেই।'' ('জ্যোতিপ্ৰসাদ ৰচনাৱলী' পৃষ্ঠা ৫৫)। অনন্ত সৌন্দৰ্য তৃষ্ণাৰ প্ৰতীক চিত্ৰলেখা।" চিত্ৰলেখাৰ মাজেৰে শিল্পীৰ সৌন্দৰ্য তৃষ্ণাই প্ৰকাশ পাইছে। পৌৰাণিক কাহিনীটো অৱলম্বন মাথোন। এই প্ৰসঙ্গত জ্যোতিৰ নিজৰ বক্তব্য হ'ল- "... অভিনৱত্বই হৈছে এই নাটকীয় চৰিত্ৰ সৃষ্টিৰ প্ৰধান ভেটি। এই

সৃষ্টি নাট্যকাৰে কেতিয়াবা কোনো এটা abstract ideaক ৰূপ দি, কেতিয়াবা কোনোবা নাট্যকাৰে নতুন ভাবৰাজ্যৰ বাতৰিৰ (message) ভেজ-মঙহেৰে গঢ়া জীৱ হিচাপে নাটকত সন্নিবেশিত কৰে। ... বহুত সময়ত পুৰণি চৰিত্ৰ এটাৰ আলম লৈয়ো নাট্যকাৰে চৰিত্ৰ সৃষ্টি কৰিবলৈ প্ৰয়াস পায়। . ই হৈছে পুৰণি চৰিত্ৰ এটাৰ নতুন interpretation দিয়া। এনেকুৱাত সেই পুৰণি চৰিত্ৰৰ বাহিৰা আবৰণ যদিও একেথাকে নাট্যকাৰে কিন্তু সেই চৰিত্ৰৰ inner. being ক নিজেই সৃষ্টি কৰি পুৰণি ফটিকাৰ বাটিত নতুন সুৰা দাঙি ধৰে। . লিখকৰ 'শোণিত কুঁৱৰী'ৰ চিত্ৰলেখাৰ চৰিত্ৰটো এনে ধৰণৰ চৰিত্ৰ সৃষ্টিৰ প্ৰযাস।" ('জ্যোতিপ্ৰসাদ ৰচনাৱলী' পৃষ্ঠা ৪৯৬-৯৭)।

জ্যোতিৰ দৃষ্টিত ভাৰতীয় সংস্কৃতিৰ প্ৰতীক আৰু সংস্কৃতিৰ পূজাৰী শিল্পীয়ে মানুহৰ সপোন দিঠকলৈ পৰিণত কৰে— জ্যোতিৰ এই ধাৰণাৰ বীজ 'শোণিত কুঁৱৰী'ত নিহিত আছিল বুলি নিশ্চয় ভাবিব পাৰি। ঊষাৰ সপোন চিত্ৰলেখাই দিঠকত পৰিণত কৰাৰ মাজেৰে জ্যোতিয়ে যেন সেই সত্যকেই প্ৰতিপন্ন কৰিব খুজিছে। এই প্ৰসঙ্গত ভবানন্দ দত্তৰ বক্তব্য বিবেচনাযোগ্য, "শ্ৰীকৃষ্ণই কবিৰ মনত বিশ্ব বিয়পা চিৰ সুন্দৰৰ 'সাকাৰ প্ৰকাশ' মানৱ সংস্কৃতিৰ পূৰ্ণাঙ্গ ৰূপ। কবি চিত্তত কৃষ্ণ আৰু সংস্কৃতি একাৰ্থবাচক।" ('অসমীয়া কবিতাৰ কাহিনী' পৃষ্ঠা ৬৩)। ওপৰত উল্লেখ কৰা হৈছে যে ঊষা-অনিৰুদ্ধ প্ৰেম আৰু সৌন্দৰ্যৰ প্ৰতীক— চিত্ৰলেখা প্ৰেম আৰু সৌন্দৰ্যৰ পূজাৰী। সেই প্ৰেম আৰু সৌন্দৰ্য দুষ্কৃতিৰ অগ্নিগড়ত বন্দী। দুষ্কৃতিৰ প্ৰতীক বাণক সংস্কৃতিৰ প্ৰতীক কৃষ্ণই পৰাজিত কৰি প্ৰেম আৰু সৌন্দৰ্যক মুক্তি দিছে। ইয়াত জ্যোতিৰ অজ্ঞাতেই বাস্তৱেই যেন প্ৰতিফলিত হৈছে। শিল্পীক তৎকালীন সমাজ বাস্তৱতাই এনে এটা ধাৰণাক ৰূপ দিয়াত প্ৰেৰণা যোগাইছিল বুলি অনুমান কৰিব পাৰি। সামন্তীয় কুসংস্কাৰ অন্ধসংস্কাৰে সমাজখনক আৱৰি আছে, বিদেশী শাসনৰ তলত সমাজৰ মুক্ত বিকাশ অৱৰুদ্ধ, প্ৰেম আৰু যৌৱন সামন্তীয় অন্ধ সংস্কাৰ কাৰাগাৰত বন্দী, কিন্তু শিল্পী প্ৰাণে বিচাৰে সমাজত সুন্দৰৰ প্ৰকাশ। সমাজক এই বন্দী দশাৰ পৰা মুক্ত কৰাৰ বাসনাই জ্যোতিক যেন ব্যাকুল কৰি তুলিলে।

ঠিক এনে সময়তে অসহযোগ আন্দোলনে জ্যোতিক লৈ গ'ল জনজীৱনৰ মাজলৈ। সাধাৰণ মানুহৰ মাজত জ্যোতিয়ে যেন নিজকে পুনৰ আৱিষ্কাৰ কৰিলে। জনজীৱনৰ চোতালত জীৱন-যৌৱনৰ জয়গান শুনি জ্যোতিৰ হৃদয় এক নতুন আলোকেৰে উদ্ভাসিত হৈ উঠিল। লোকগীতৰ মাজত জ্যোতিয়ে শুনিলে মুক্ত মানুহৰ হৃদয়ৰ সংবাদ। কৈশোৰতে লিখা

'শোণিত কুঁৱৰী'ত পুনৰ চকু ফুৰালে। লোকগীতৰ আৰ্হিত নাটকখনৰ গীত ৰচনা কৰি তাত আইনাম, বিয়ানাম, বনগীত, বিহুগীতৰ সুৰ সংযোজন কৰিলে। এই বিষয়ে জ্যোতিয়ে 'শোণিত কুঁৱৰী'ৰ দ্বিতীয় তাঙ্কৰণৰ পাতনিত লিখিছে" ... কলেজীয়া জীৱনত বিশেষকৈ ১৯২১ চনৰ অসহযোগ আন্দোলনে অন্তৰত এটা প্ৰবল জাতীয় অনুপ্ৰেৰণা যোগায়। তেতিয়াৰ পৰাই অসমীয়া সংস্কৃতিৰ নিজা বৈশিষ্ট্য কেনেকৈ অসমীয়া সাহিত্য, কলা, সঙ্গীতত ফুটাই তুলিব পাৰি তাৰ বাবে এটা ধাউতি হ'বলৈ ধৰে। ... 'শোণিত কুঁৱৰী'ৰ গীতবোৰত এইদৰে বিয়ানাম, আইনাম, বনগীত, বিহুগীতৰ সুৰেৰে নতুন ধৰণৰ সুৰ দিলো।" ('জ্যোতিপ্ৰসাদ ৰচনাৱলী— পৃষ্ঠা ০৪-০৬)। স্মৰণযোগ্য যে চিত্ৰলেখাৰ পদুমকলি নাচো আছিল বিভিন্ন লোক-নৃত্যৰ সমাবেশ।

গণসাহিত্য সৃষ্টি সম্পৰ্কত ড০ হীৰেন গোহাঁয়ে লিখিছে, "সকলো শ্ৰেণী বিভক্ত সমাজতে ফল্গুধাৰাৰ দৰে বৈ আছে জনসাধাৰণৰ নিজা সংস্কৃতিৰ ধাৰা জনসাধাৰণৰ মেহনতি জীৱনৰ নানা জয়-পৰাজয়, সুখ-দুখ, শোষণ-সংগ্ৰামৰ নানা অভিব্যক্তি ইয়াত ফুটি আছে। লোকগীতৰ ভাব যেনেকৈ জনসাধাৰণৰ অন্তৰৰ পৰা নিগৰি ওলোৱা, তেনেকৈ লোকগীতৰ ভাষাও যেন নিজস্ব ভাষা। আজিৰ যুগত প্ৰগতিশীল কাব্যই ইয়াৰ পৰাই যাত্ৰা আৰম্ভ কৰিব লাগিব।" তেখেতে আৰু লিখিছে, "আমাৰ কৃষিপ্ৰধান সমাজৰ ব্যাপক জনগণৰ সংগ্ৰাম আৰু সংকল্পৰ আকাঙ্ক্ষা আৰু যন্ত্ৰণাৰ যোগ্য প্ৰতিনিধি হিচাপে কবিতাক গঢ় দিবলৈ যিসকলে বিচাৰে তেওঁলোকৰ পক্ষে লোক সাহিত্যৰ ভাষা, ঠাঁচ আৰু বিবিধ অলঙ্কাৰৰ অৱলম্বন এটা স্বাভাৱিক সিদ্ধান্ত।" ('সাহিত্য আৰু চেতনা'- ২১১, ২২৭)। জ্যোতি প্ৰসাদেও যাত্ৰা আৰম্ভ কৰিছিল লোক সাহিত্যৰ পৰাই। লোক সাহিত্যৰ মাজত জ্যোতিয়ে শুনিছিল জনজীৱনৰ সুখ-দুখ, জয়-পৰাজয়ৰ সংবাদ। লোক সংস্কৃতিৰ গৱেষক বিনয় ঘোষে লিখিছে, "লোক সংস্কৃতি হ'ল এই জৈৱিক জনগোষ্ঠীৰ সংস্কৃতি— গোষ্ঠীভুক্ত সকলেৰ প্ৰত্যক্ষ মানৱিক সম্পৰ্ক, আত্মিক সংযোগ ও গভীৰ আন্তৰিকতা থেকে উৎসাৰিত। তাৰ পৰিধি সংকীৰ্ণ, কিন্তু প্ৰাণশক্তি প্ৰাকৃতিক প্ৰস্ৰবণেৰ মতো চিৰ প্ৰবাহমান।" ('বাংলাৰ লোক সংস্কৃতিৰ সমাজতত্ত্ব— পৃষ্ঠা ১)। লোক সংস্কৃতিৰ নিজৰাত অৱগাহন কৰি জ্যোতিয়ে তাৰ বুকুৰ পৰা বুটলি আনিছিল অসমীয়া কলা-সংস্কৃতিৰ সমল, সৃষ্টি কৰিছিল আধুনিক কলা-সাহিত্য, তাত প্ৰতিধ্বনিত হৈছিল অসমীয়া জনজীৱনৰ হৃদয়ৰ বেদনা-আনন্দ, সুখ- দুখ, জয়-পৰাজয়। অসমীয়া সাধাৰণ প্ৰজাই সেই কলা- সাহিত্যত নিজক বিচাৰি পাইছিল। সেয়ে আজিও জ্যোতিৰ সৃষ্টিয়ে আমাৰ হৃদয়-মন আলোড়িত কৰে।

তৎকালীন অসমৰ মধ্যবিত্ত সমাজে 'শোণিত কুঁৱৰী'ৰ নৃত্য-গীতক সহজে গ্ৰহণ কৰা নাছিল। জ্যোতিয়ে যি বিহুগীত নৃত্যক আদৰি লৈছিল সেই বিহু সম্পৰ্কে শিক্ষিত মধ্যবিত্তৰ ধাৰণা আছিল এনে ধৰণৰ, "চৈত্ৰৰ বিহুত সংক্ৰান্তিৰ পৰা সাত দিন কোনো ঠাইৰ ইতৰ লোকসকলে স্ত্ৰী-পুৰুষে কোনো প্ৰকাশ্য স্থানলৈ গই নৃত্য-গীত কৰে। সি সময়ত অবাচ্য ও অশ্লীল গীত গোৱা নিলৰ্জ্জ ভাব- ভঙ্গী দেখুৱা হয়। এইটি নিয়ম শীঘ্ৰে দেশৰ পৰা গুচিলে বড় উপকাৰ আৰু সুনীতি সংস্থাপন কৰা হয়।" ('আসাম বুৰঞ্জী"– গুণাভিৰাম বৰুৱা, পৃষ্ঠা ২০২- ২০৩)। ভুৱা আভিজাত্যই অসমীয়া মধ্যবিত্তক জ্যোতিৰ লোকগীত সুৰীয়া গীতক অৱজ্ঞাৰ চকুৰে চাবলৈ উদগনি দিছিল। কিন্তু জ্যোতি বিচলিত হোৱা নাছিল। অৱশ্যে এচাম শিক্ষিত লোকে জ্যোতিক এই ক্ষেত্ৰত উদগনি দিছিল। সামন্তীয় মান-সম্ভ্ৰম বা আভিজাত্যই নব্যশিক্ষিত মধ্যবিত্তক লোক-সংস্কৃতিক আদৰি লোৱাত বাধা দিয়াটোক আমি শ্ৰেণী বিদ্বেষৰ অন্যৰূপ বুলি ভাবো। জ্যোতিয়ে সেই সময়ত নিজ শ্ৰেণীৰ ফালে পিঠি দি জ্ঞাতে হওক, অজ্ঞাতে হওক জনসাধাৰণৰ পক্ষ গ্ৰহণ কৰিছিল। ড০ হীৰেন গোহাঁয়ে জ্যোতিৰ প্ৰতিভা মূল্যায়ন প্ৰসঙ্গত লিখিছে, "জ্যোতিপ্ৰসাদে নিজক সুন্দৰৰ পূজাৰী শিল্পী বুলি ভাবিছিল। কিন্তু এই শিল্পীৰ সাধনা শেষত বিমূৰ্ত সৌন্দৰ্যৰ আৰাধনাৰ পৰা গৈ জনগণৰ অক্ষয় সৃষ্টি শক্তিৰ বন্দনালৈ পৰিণত হ'ল।" জ্যোতিৰ চেতনাৰ এই পৰিবৰ্তন বা পৰিণতি যে অৱশ্যম্ভাবী আছিল তাৰ আভাস আমি তেওঁৰ প্ৰথম সৃষ্টিতেই পাওঁ।

বিমূৰ্ত সৌন্দৰ্যৰ সাধক জ্যোতিয়ে যেতিয়া দেখিলে প্ৰেম আৰু সৌন্দৰ্য সামন্তীয় ধ্যান-ধাৰণাৰ কাৰাগাৰত বন্দী, যেতিয়া দেখিলে সমাজখনৰ বিকাশ ঔপনিবেশিক শাসনত অৱৰুদ্ধ, তেতিয়া তেওঁৰ মন বিদ্ৰোহী হৈ উঠিল। এই বিদ্ৰোহী চেতনাও আহিছিল জনজীৱনৰ পৰাই। অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণৰ জৰিয়তে জ্যোতিৰ জনজীৱনৰ লগত আত্মীয়তা স্থাপন হৈছিল। যি সুন্দৰৰ তেওঁ পূজাৰী সেই সুন্দৰ জনজীৱনত তেতিয়াও বিকশিত হৈ উঠা নাই। তেওঁৰ অশান্ত মন ক্ষান্ত নহ'ল। অসহযোগ আন্দোলনৰ পিছতেই জ্যোতিয়ে ৰচনা কৰিলে সামন্তীয় সমাজ ব্যৱস্থাৰ প্ৰতি প্ৰত্যাহ্বানস্বৰূপ 'কাৰেঙৰ লিগিৰী'। উল্লেখযোগ্য যে নাটকখন লিখাৰ আগতে মহাত্মা গান্ধীৰ নেতৃত্বত সংগঠিত আইন অমান্য আন্দোলনত তেওঁ সক্ৰিয় অংশগ্ৰহণ কৰিছিল। 'ৰূপালীম' নাটৰ পাতনিত জ্যোতিয়ে লিখিছে যে 'শোণিত কুঁৱৰী' চৈধ্যৰ পৰা সোতৰ বছৰত আৰু 'কাৰেঙৰ লিগিৰী' এঁকৈশৰ পৰা তেইশ বছৰৰ ভিতৰত ৰচনা কৰা। 'কাৰেঙৰ লিগিৰী'ত যৌৱনৰ উচ্ছ্বাস আছে কিন্তু সেই উচ্ছ্বাসত জ্যোতি উটি-ভাঁহি যোৱা নাই। 'শোণিত কুঁৱৰী'ৰ পৰা

কেইবছৰমানৰ প্ৰধানত ৰচনা কৰা 'কাৰেঙৰ লিগিৰী'ত জ্যোতিৰ চেতনাৰ সোঁত সলনি হোৱাৰ স্পষ্ট প্ৰমাণ পোৱা যায়। সাম্ৰাজ্যবাদবিৰোধী মুক্তি সংগ্ৰামত অংশগ্ৰহণ কৰি জ্যোতিয়ে কেবল ৰাজনৈতিক মুক্তিয়েই বিচৰা নাছিল, বিচাৰিছিল সমাজখনৰ ৰূপান্তৰ। সেয়ে ৰাজনৈতিক আন্দোলনৰ লগতে সমান্তৰালভাৱে এক সাংস্কৃতিক আন্দোলন গঢ়ি তুলিবলৈ প্ৰয়াস কৰিছিল যেন আমাৰ ধাৰণা হয়। 'কাৰেঙৰ লিগিৰী'য়ে এটা ইংগিত দিয়ে যে অসহযোগ আৰু আইন অমান্য আন্দোলনৰ মাজেৰে জ্যোতিয়ে নিষ্পেষিত জনগণৰ হৃদয়-বেদনা নিজ হৃদয়ত উপলব্ধি কৰিছিল। শ্ৰেণী শোষণত জৰ্জৰিত সাধাৰণ প্ৰজাৰ হৃদয়ৰ বন্দী বেদনাই 'কাৰেঙৰ লিগিৰী'ত প্ৰাণ পাই উঠিছে শেৱালীৰ আত্মত্যাগৰ মাজেৰে। সুন্দৰ কোঁৱৰৰ অনুশোচনাৰ মাজেৰে প্ৰতিভাত হৈছে— শেৱালীৰ আত্মত্যাগ ব্যৰ্থ হ'ব নোৱাৰে। সেয়ে এই আত্মত্যাগৰ মাজত নতুন সমাজ সৃষ্টিৰ সপোন লুকাই আছে। কিন্তু মন কৰিবলগীয়া যে জ্যোতিৰ চিৰবিদ্ৰোহী মনৰ প্ৰতীক সুন্দৰ কোঁৱৰৰ চকুত সেই সপোন জিলিকি উঠা নাই- সঙ্গত কাৰণতেই। ড° গোহাঁয়ে শেৱালী চৰিত্ৰৰ বিশ্লেষণ প্ৰসঙ্গত শুদ্ধ আৰু সাৰ্থক মন্তব্যই দিছে, "প্ৰেমৰ চৰম মূল্য দিবলৈ প্ৰস্তুত শেৱালীয়ে সুন্দৰ কোঁৱৰত আত্মপ্ৰতাৰণাৰ প্ৰাচীৰ বিধ্বস্ত কৰি সামন্তবাদৰ শেষ দুৰ্গ জয় কৰিছে। ... শেৱালী যেন সেই নিৰীহ জনতাৰ প্ৰতীক ইতিহাসৰ শীৰ্ষবিন্দুত যাৰ বিজয় গৌৰৱ অৱশ্যম্ভাবী।"

'কাৰেঙৰ লিগিৰী' অসমৰ কোনো ঐতিহাসিক যুগৰ প্ৰতীক নহয়। মধ্যযুগীয় ধ্যান-ধাৰণা, ৰীতি-নীতিৰে পৰিপুষ্ট এখন সামন্তীয় সমাজক জ্যোতিয়ে ইয়াত ৰূপদান কৰিছে। যিখন সমাজ ঔপনিবেশিক শাসনত নতুনকৈ সাৰ-পানী পাই নতুন ৰূপত ঠন ধৰি উঠিছিল। ৰাজমাও সামগ্ৰিকভাৱে সামন্তীয় সমাজখনৰ প্ৰতীক, ক্ষয়িষ্ণু সেই সমাজখনক নিজৰ সমস্ত শক্তি প্ৰয়োগ কৰি ধৰি ৰাখিব খুজিছে। কিন্তু সমাজ গতিশীল। ইতিহাসৰ অমোঘ নিয়ম— এখন সমাজৰ গৰ্ভতে জন্ম লয় নতুন সমাজে- পুৰণিয়ে নতুনক বাট এৰি দিয়ে, কিন্তু সহজে নহয়। ৰাজমাওৰ গৰ্ভতে জন্ম হ'ল নতুনৰ প্ৰতীক সুন্দৰৰ। ৰাজমাও আৰু সুন্দৰৰ কল্পনাই— জ্যোতিৰ সমাজ বিকাশৰ গতিধাৰা সম্পৰ্কে সচেতনাৰ পৰিচয় দিয়ে যদিও তাৰ মাজত মধ্যবিত্তৰ জীৱনবোধ আৰু বিভ্ৰান্তিৰ লক্ষ্য কৰা যায়। সুন্দৰ কোঁৱৰ জ্যোতিৰ সম্পূৰ্ণ প্ৰতিভূ নহয় যদিও ('সাহিত্য আৰু চেতনা' পৃষ্ঠা- ১২৪) সুন্দৰৰ মাজে দিয়েই সমাজ সত্য সম্পৰ্কে জ্যোতিৰ বহুখিনি ধাৰণা প্ৰকাশ পাইছে। সুন্দৰ কোঁৱৰৰ সামন্তীয় ৰীতি-নীতিৰ প্ৰতি ক্ষোভ আৰু তাৰ ধ্বংস সাধনৰ স্পৃহা নাটকখনৰ পাতে পাতে জিলিকি আছে অথচ সুন্দৰে নিজৰ অজানিতেই সামন্তবাদক ধৰি ৰাখিব

খুজিছে। ৰাজসিংহাসন গ্ৰহণ কৰি ৰাজকাৰ্য পৰিচালনাত সুন্দৰৰ আপত্তি নাই, আপত্তি মাথোন প্ৰাচীন ৰীতি-নীতিৰ প্ৰতি আনুগত্য দেখুৱাই কাঞ্চনক বিয়া কৰোৱাত। লক্ষ্য কৰিবলগীয়া যে শাস্ত্ৰীয় বিধানৰ প্ৰতি বিৰাগৰ অন্তৰালত আছিল শেৱালীৰ প্ৰতি থকা আসক্তি। সেই সত্যক স্বীকাৰ কৰি লোৱাত সুন্দৰক সামন্তীয় মৰ্যাদাবোধে বাধা দিছে। "সেইবোৰ কথাত তুমি বিশ্বাস নকৰিবা আই। ৰজাৰ কোঁৱৰে লিগিৰীক তিমান ওখ শাৰীলৈ নোতোলে।" ('জ্যোতিপ্ৰসাদ ৰচনাৱলী' পৃষ্ঠা- ৮৯)। এই প্ৰসঙ্গত ড০ হীৰেন গোহাঁয়ে যেন শেষ সত্যটো উদঙাই দিছে, "সামন্তবাদী সমাজৰ বিৰুদ্ধে তেওঁৰ বিদ্ৰোহ সম্পূৰ্ণ বিশুদ্ধ হ'লহেঁতেন যদি তেওঁ এই ব্যক্তিগত প্ৰেমৰ প্ৰেৰণাক স্বীকৃতি দিলেহেঁতেন। তেওঁৰ বিদ্ৰোহত সেয়ে এটা ভেজাল আছে সি সম্পূৰ্ণ সচেতন নহয়— বহুদূৰ সি সমাজৰ বিৰুদ্ধে ব্যক্তিগত আক্ৰোশ আৰু ক্ষোভৰ প্ৰকাশ। এহাতে ই যেনেকৈ আত্মকেন্দ্ৰিক আনহাতে ধ্বংসমুখী- সৃষ্টিৰ সপোন ইয়াত অনুপস্থিত।" ('সাহিত্য আৰু চেতনা'- ১২৪)।

সামগ্ৰিকভাৱে সামন্তবাদক প্ৰতিনিধিত্ব কৰিছে ৰাজমাৱে আৰু সেই সমাজখন যিটো শক্তিয়ে ধৰি ৰাখিব খুজিছে সেই শক্তিক প্ৰতিনিধিত্ব কৰিছে অনঙ্গ, সুদৰ্শন, কাঞ্চনমতী আদিয়ে। এই তিনিওৰে সামন্তবাদৰ প্ৰতি আছে গভীৰ আনুগত্য। সমাজ বান্ধোন ছিঙিবলৈ তেওঁলোকে ভয় কৰে। সুদৰ্শনে সুন্দৰক বুজাইছে— "জন্ম মৃত্যু আৰু বিবাহ ই বিধাতাৰ নিবন্ধন।" ('জ্যোঃ ৰঃ ৭৫)। কাঞ্চনমতীয়ে অনঙ্গক পৰামৰ্শ দিছে ৰাজকোঁৱৰক তেওঁলোকৰ প্ৰণয়ৰ কথা ক'বলৈ। কাঞ্চনমতীক অনঙ্গই কৈছে, "মই তাকে কৰিলে, তোমাৰে মোৰে প্ৰণয়ৰ কথা ওলাই পৰিব।

কা ঃ ওলাই পৰিলে কি হ'ব?

অ ঃ সমাজে কি বুলিব?

কা ঃ তাৰমানে আপোনাৰ সমাজলৈ ভয়। ...

কাঞ্চনমতী আৰু শেৱালী এই নাম দুটাই জ্যোতি যে চৰিত্ৰসমূহৰ শ্ৰেণী অৱস্থান সম্পৰ্কে (তেওঁ তৎকালীন ঐতিহাসিক অৱস্থাত যি ধৰণে বুজিছিল) কিছু সচেতন আছিল তাৰেই ইঙ্গিত দিয়ে। সামন্তীয় শোষণৰ পৰা অহা সম্পদৰ প্ৰাচুৰ্যৰ প্ৰতীক যেন কাঞ্চনমতী আৰু শেৱালী ফুলৰ দৰে নিৰ্মল নিৰীহ প্ৰজাৰ প্ৰতীক যেন শেৱালী।

প্ৰাচীন ৰীতি-নীতিৰ প্ৰতি দেখুওৱা সুন্দৰৰ ক্ষোভত মাতৃয়ে যন্ত্ৰণাত ছটফটাই উঠিছে। কিন্তু আত্মকেন্দ্ৰিকতাৰ কাৰাগাৰত বন্দী সুন্দৰৰ বিদ্ৰোহত

সৃষ্টিৰ প্ৰেৰণা নাই— আছে ব্যৰ্থ আস্ফালন। আনহাতে শেৱালীৰ আত্মত্যাগ আশাহত নিৰীহ প্ৰজাৰ বন্দী বেদনাৰ তুলনাত অধিক জীৱন্ত ৰূপত প্ৰকাশ পোৱা শেৱালীৰ আত্মত্যাগে সামন্তবাদৰ ভেটি কঁপাই তুলিছে। তথাপি এই কথা অনস্বীকাৰ্য যে জ্যোতিক প্ৰাচীন ভাৰতীয় দৰ্শন আৰু গান্ধী দৰ্শনে এনেভাৱে প্ৰভাৱিত কৰিছে যে জনজীৱনৰ মুক্তিৰ আৰু সেই জীৱন হৰ্ষময় কৰি তোলাৰ পথ বিচাৰিছে তাৰ আধাৰতে। 'কাৰেঙৰ লিগিৰী'ৰ পিছৰ অংশত দেখা যায়, সুন্দৰৰ চৰিত্ৰত গীতা আৰু গান্ধীৰ অহিংস নীতিৰ প্ৰভাৱ সুস্পষ্ট। "... সিহঁতৰ আক্ৰমণৰ অন্যায়টো প্ৰতিপন্ন কৰাবৰ কাৰণে অতি ওখ মানৱীয় নৈতিক মহলাৰ পৰা প্ৰতিৰোধ কৰি ·মই প্ৰাণ এৰিলে সিহঁতে পাছত সেই বিষয়ে ভাবিবলৈ ধৰিব। নাভাবি নোৱাৰে।"

"মানুহৰ মনত দৈৱী আৰু আসুৰী প্ৰবৃত্তিৰ যুদ্ধ হ'লে সদায়েই দৈৱী প্ৰবৃত্তিৰ জয় হয়। দৈৱী প্ৰবৃত্তি কেতিয়াবা যুদ্ধ কৰি পৰাভূত হ'লেও তাত স্বয়ং ভগৱানে হস্তক্ষেপ কৰেহি।" (জোঃ ৰঃ- ২৮৭)।

ইয়াৰ লগে লগে দেখা যায় বিজ্ঞানৰ নতুন নতুন আবিষ্কাৰে সমাজ জীৱনলৈ যি নতুনত্ব আনিছিল সেইখিনি জ্যোতিৰ দৃষ্টিত ধৰা পৰিছিল, কিন্তু জীৱনবোধত নতুনত্ব দান কৰিব পৰা নাছিল। "যদিও বৈজ্ঞানিক সভ্যতাই আমাৰ বস্তুজ্ঞানৰ আকাশ চক্ৰবালৰ ৰেখা বহলাই নিছে, তথাপি মানুহৰ আত্মাৰ প্ৰবৃত্তিটো যোৱা নাই— নতুন বিজ্ঞানৰ আবিষ্কাৰ, সিহঁতে প্ৰথম লোহা আবিষ্কাৰ কৰা মানুহটোৱে যি বৰ্বৰ প্ৰবৃত্তিৰ বাবে তাক দা-কটাৰী কৰি নিয়োগ কৰিছিল আজিও তাতকৈ লক্ষগুণ শক্তিশালী বস্তুজ্ঞানক সেই একে অভিনৱ দা-কটাৰী সাজিবৰ কাৰণেই নিয়োগ কৰিছে।" (জ্যোঃ ৰঃ ২৮৮)। আধুনিক বিজ্ঞানে জনজীৱনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি জীৱনবোধত নতুনত্ব দান কৰিব পৰা নাই। এইটো গোটেই দেশখনতে আজিও সত্য হৈ আছে। সাম্ৰাজ্যবাদৰ নিজৰ প্ৰয়োজনতহে আধুনিক বিজ্ঞান ভাৰতলৈ আমদানী হৈছিল, গতিকে আমাৰ জীৱন যাত্ৰাৰ লগত ইয়াৰ কোনো সম্পৰ্ক তেতিয়া স্থাপিত হোৱা নাছিল। গতিকে বিদেশী পণ্য হিচাপে অহা আধুনিক বিজ্ঞানৰ অসম্পূৰ্ণতাই শিল্পী প্ৰাণক লৈ গৈছিল আধ্যাত্মিক চিন্তাৰ ওচৰলৈ। এই ক্ষেত্ৰত জ্যোতিক বাট দেখুৱাইছিল মহাত্মা গান্ধীয়ে। মন কৰিবলগীয়া যে ভাৰতীয় মধ্যবিত্তই গান্ধীৰ অহিংসাবাদক আপোচকামী ৰাজনীতিৰ ৰণকৌশল হিচাপেহে গ্ৰহণ কৰিছিল, কিন্তু জ্যোতিয়ে তাক গ্ৰহণ কৰিছিল এক জীৱন দৰ্শন হিচাপে আৰু এই দৰ্শনক প্ৰয়োগ কৰিবলৈ বিচাৰিছিল সাম্ৰাজ্যবাদ আৰু সামন্তবাদৰ বিৰুদ্ধে।

সাধাৰণভাবে ভাৰতীয় মধ্যবিত্ত আছিল ব্ৰিটিছ নিৰ্ভৰশীল, যিহেতু ব্ৰিটিছৰ নিজা প্ৰয়োজনতে এই গোষ্ঠীটোৰ উদ্ভৱ হৈছিল। ব্ৰিটিছ নিৰ্ভৰশীল হ'লেও মধ্যবিত্তৰ অগ্ৰণী অংশটোৱেই জনসাধাৰণৰ মুক্তি চেতনাৰো প্ৰতিনিধিত্ব কৰিছিল। কিন্তু তেওঁলোকৰ অৰ্থনৈতিক জীৱন ব্ৰিটিছ পুঁজিৰ লগত সাঙোৰ খাই থকাৰ কাৰণে মধ্যবিত্ত শ্ৰেণী জনসাধাৰণৰ পৰা এক নিৰাপদ দূৰত্বত আছিল। তাৎপৰ্যপূৰ্ণ যে জ্যোতিৰ চিন্তাধাৰাত এনে স্ববিৰোধ থাকিলেও তেওঁ আছিল জনসাধাৰণৰ লগত। জনজীৱনৰ লগত গঢ়ি উঠা গভীৰ আত্মীয়তাই জ্যোতিৰ ভৱিষ্যৎ জীৱনৰ গতিপথ নিৰ্ণয় কৰিছিল। জনগণৰ মুক্তি আৰু জনজীৱন হৰ্ষময় কৰি তোলাৰ প্ৰেৰণাইহে জ্যোতিক ভাৰতীয় আদৰ্শৰ ওচৰ চপাই নিছিল বুলি অনুমান কৰাৰ থল আছে। ভাৰতীয় আধ্যাত্মবাদ আৰু অহিংসবাদে জ্যোতিক সাম্ৰাজ্যবাদ সামন্তবাদ বিৰোধিতাৰ পৰা বিচলিত কৰিব পৰা নাছিল।

সাম্ৰাজ্যবাদৰ শোষণ নিপীড়ন বাঢ়ি যোৱাৰ লগে লগে জনসাধাৰণৰ সম্মুখত সাম্ৰাজ্যবাদৰ স্বৰূপ লাহে লাহে উন্মুক্ত হৈ পৰিবলৈ ধৰিলে। ব্ৰিটিছৰ বিৰুদ্ধে জনসাধাৰণ বিক্ষুব্ধ হৈ পৰিল। সাম্ৰাজ্যবাদবিৰোধী জনজাগৰণে জ্যোতিৰ চিন্তা জগততো আলোড়ন তুলিলে। জাতীয় মুক্তি সংগ্ৰামত যি সময়ত অসমীয়া কৃষক প্ৰজাই জপিয়াই পৰিছিল সেই সময়ত বহু প্ৰবীণ মধ্যবিত্তই তাৰপৰা আঁতৰি থকাহে দেখা গৈছিল। অসমীয়া ভাষা-সাহিত্যৰ কৰ্ণধাৰ বেজবৰুৱাই জনজাগৰণৰ পৰা আঁতৰি বৈষ্ণৱ দৰ্শনত আশ্ৰয় লৈছিল। কিন্তু জ্যোতিয়ে বিলাতৰ পৰা ঘূৰি আহি আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰিছিল। জ্যোতিৰ পৰম শ্ৰদ্ধেয় বেজবৰুৱাই যিজন মহাপ্ৰতিভা শংকৰদেৱৰ সৃষ্টিৰ আশ্ৰয় লৈ জনজীৱনৰ পৰা আঁতৰি থাকিব পাৰিছিল, সেইজন মহাপ্ৰতিভাৰ সম্যক পৰিচয়ে জ্যোতিক লৈ গৈছিল জনজীৱনৰ মাজলৈ। আইন অমান্য আন্দোলনৰ মাজেৰে জ্যোতিৰ দৃষ্টিত ধৰা পৰিছিল সাম্ৰাজ্যবাদৰ নগ্ন ৰূপ। গান্ধীৰ অহিংস নীতিত আস্থা ৰাখিও শিল্পী মনে মুক্তিৰ নতুন পথৰ সন্ধান কৰিছিল। এফালে আইন অমান্য আন্দোলনৰ প্ৰতি এচাম মধ্যবিত্তৰ উদাসীনতা আৰু ব্ৰিটিছৰ লগত কংগ্ৰেছৰ আপোচকামী নীতি আৰু আনফালে শ্ৰমিক-কৃষকৰ ধৰ্মঘট-বিক্ষোভ— এই পৰিস্থিতিয়ে কংগ্ৰেছৰ লগত থকা নবীন-সকলৰ মনতো কংগ্ৰেছৰ নীতিৰ প্ৰতি সন্দেহৰ ছাঁ পেলাইছিল। সংগ্ৰামী অংশটোৱে নতুন পথৰ সন্ধান কৰিছিল । ভগৎ সিঙৰ মৃত্যুদণ্ডৰ প্ৰতিবাদত অসমৰ বিভিন্ন অঞ্চলত প্ৰতিবাদ সভা, শোভাযাত্ৰা অনুষ্ঠিত হৈছিল। "The

execution of Bhagat Singh on 23 March 1931 was followed by a series of protest meetings and mourning processions in many districts of Assam." ('Planter Raj To Swaraj'- Dr A. Guha P. 186) কংগ্ৰেছৰ ভিতৰতে নবীন সংগ্ৰামীসকলে সমাজতন্ত্ৰী দল গঠন কৰিছিল। "By 1938 Congress Socialist Party group were functioning in several subdivisions such as Golaghat, Dibrugarh, Sylhet and Goalpara. " (Dr. A. Guha) উল্লেখযোগ্য যে ১৯৩৪-৪২ লৈকে ভাৰতৰ কমিউনিষ্ট পাৰ্টিয়ে (বেআইনী) গোপনে কৃষক-শ্ৰমিকৰ মাজত কাম কৰি আছিল। ১৯৩৯ চনৰ ৭ নবেম্বৰত গোলাঘাটত মহান অক্টোবৰ বিপ্লব বাৰ্ষিকী পালন কৰাটো তাৎপৰ্যপূৰ্ণ। ১৯০৪ত গোলাঘাটত মিছামৰাত কংগ্ৰেছ সমাজতন্ত্ৰীসকলৰ এখন সন্মিলন অনুষ্ঠিত হয়। সেই সন্মিলনতেই শ্ৰীমান প্ৰফুল্ল গোস্বামীক সম্পাদক হিচাপে লৈ কংগ্ৰেছ সমাজতন্ত্ৰী দল গঠন হৈছিল বুলি জনা যায়। এই সন্মিলনত কমিউনিষ্টসকলৰো এটা গোট গঠন কৰা হয়। ('Planter Raj To Swaraj- Dr A. Guha P. 251) কংগ্ৰেছৰ মাজত এই কালছোৱাত বাকঁকৈয়ে ভাঙোন ধৰে। সুন্দৰৰ পূজাৰী কংগ্ৰেছ কৰ্মী জ্যোতিক এই ঘটনাসমূহে, বিশেষকৈ সমাজতন্ত্ৰী আৰু কমিউনিষ্টসকলে, তাৰে লগে লগে শ্ৰমিক ধৰ্মঘটে প্ৰভাৱিত কৰিছিল বুলি অনুমান কৰাৰ থল আছে। এই কালছোৱাতে জ্যোতিয়ে ৰচনা কৰিছিল 'খনিকৰ' নাটকখন। ইয়াত 'কমৰেড উপেন' চৰিত্ৰটোৰে ইঙ্গিত দিয়ে যে অসমত কমিউনিষ্ট-সকলে কৰি থকা কামৰ লগত জ্যোতিৰ পৰিচয় ঘটিছিল। বামপন্থী চিন্তাধাৰাৰ প্ৰভাৱ পোনপটীয়াকৈ নপৰিলেও— বামপন্থীসকলৰ কাম-কাজৰ খবৰ তেওঁ ৰাখিছিল যেন অনুমান কৰিব পাৰি। ওস্তাৰ মল আৰু কমৰেড উপেনৰ কথোপকথনৰ মাজেৰে সমাজত চলি থকা শ্ৰেণীবিৰোধেই জ্যোতিৰ অজ্ঞাতেই প্ৰকাশ পাইছে। ইয়াত জ্যোতিয়ে কাৰো পক্ষ নল'লেও জ্যোতিৰ প্ৰতিভূস্বৰূপ নবীনৰ ওচৰলৈ কমৰেড উপেন অহাটোৱে, উপেনৰ প্ৰতি যে তেওঁৰ সহানুভূতি আছিল সেইটো সহজেই অনুমেয়। তাৰ উপৰি জ্যোতিয়ে উপেনক সমাজতান্ত্ৰিক আদৰ্শৰ প্ৰতিনিধি হিচাপেই অঙ্কন কৰিছে। নাটকখনত আৰু এটা লক্ষ্য কৰিবলগীয়া বিষয় হ'ল— কংগ্ৰেছৰ পতাকাৰ তলত অসমীয়া নাৰী সমবেত হৈছিল যদিও নাৰী মুক্তিৰ বিষয়টোৰ ওপৰত কংগ্ৰেছে গুৰুত্ব দিয়া নাছিল। 'খনিকৰ'ত জ্যোতিয়ে নাৰী মুক্তি আন্দোলনৰ পৃষ্ঠপোষকতা কৰাটো তাৎপৰ্যপূৰ্ণ। তৎসত্বেও এই কথা ক'ব লাগিব যে গান্ধী দৰ্শন আৰু ভাৰতীয়

আদৰ্শৰ পৰিসীমা জ্যোতিয়ে অতিক্ৰম কৰি তেতিয়াও এক নতুন জীৱন দৰ্শন বা সমাজ দীক্ষা গ্ৰহণ কৰা নাছিল।

গান্ধী নিৰ্দেশিত জাতীয় মুক্তি সংগ্ৰামৰ অহিংস পথৰ প্ৰতি আস্থা ৰাখি জ্যোতি বিয়াল্লিছৰ আন্দোলনত জপিয়াই পৰিছিল। আন্দোলন অহিংস হৈ নাথাকিল। দেশজুৰি সশস্ত্ৰ অভ্যুত্থান আৰম্ভ হ'ল। নিজেই নিজৰ ভৱিষ্যৎ নিৰ্মাণ কৰিবলৈ জনসাধাৰণ সংকল্পবদ্ধ। এই সময়ত জ্যোতি কলিকতাত আছিল। তাতেই বিপ্লৱী সাম্যবাদী নেতাসকলৰ সান্নিধ্য জ্যোতিয়ে লাভ কৰিছিল বুলি একালৰ জ্যোতিৰ সহযোগী পুষ্পলতা দাসে উল্লেখ কৰিছে। ('প্ৰকাশ'— জানুৱাৰী' ৮১ পৃষ্ঠা ৬৯)। বিয়াল্লিছৰ পিছৰ কালছোৱাৰ ইতিহাস ভাৰতীয় প্ৰজাসাধাৰণৰ সশস্ত্ৰ সংগ্ৰামৰ ইতিহাস। এই কালছোৱাত জনসাধাৰণ নিজেই ইতিহাসৰ নায়কৰ ভূমিকাত অৱতীৰ্ণ হৈছে। '৪২ৰ আন্দোলনৰ পটভূমিত জ্যোতিয়ে ৰচনা কৰিলে 'লভিতা'। ইয়াত নিৰীহ নিষ্পেষিত জনসাধাৰণক আমি ইতিহাসৰ নায়ক হিচাপেই পাইছো। 'কাৰেঙৰ লিগিৰী'ৰ ইতিহাসৰ ক্ৰীড়নক নিৰীহ জনতাই 'লভিতা'ত ইতিহাসৰ নায়কৰ ভূমিকাত অৱতীৰ্ণ হৈ নিজৰ মুক্তি নিজে আনিবলৈ সংকল্পবদ্ধ। নাটকখনৰ পাতনিত জ্যোতিয়ে এষাৰ কথা স্পষ্টভাৱে কৈছে যে, "এই নাটক কোনো ৰাজনৈতিক মতবাদ সমৰ্থন কৰি লিখা হোৱা নাই। যি যি ৰাজনৈতিক দলৰ কাৰ্যত যোগ দি অসমীয়াই নিজৰ চৰিত্ৰ প্ৰকাশ কৰিছে সেই সেই ৰাজনৈতিক দলৰ কাৰ্যৰ ঘটনাৱলীৰ ইয়াত সমাৱেশ হৈছে।" ('জ্যোঃ ৰঃ- ১৮৮)। কংগ্ৰেছৰ সক্ৰিয় কৰ্মী আৰু গান্ধীবাদী হৈয়ো জ্যোতিয়ে কংগ্ৰেছৰ আদৰ্শ প্ৰতিষ্ঠাৰ উদ্দেশ্যে নাটখন ৰচনা কৰা নাছিল। মুক্তি সংগ্ৰামত বিভিন্ন ৰাজনৈতিক দলৰ অংশগ্ৰহণ নাটকখনত দেখুৱা হৈছে, লগতে সংগ্ৰামৰ গতিপথ নিৰ্ণয়ত কংগ্ৰেছৰ ব্যৰ্থতাকো নিখুঁতভাৱে তুলি ধৰা হৈছে। গান্ধীৰ প্ৰতি গভীৰ আস্থা নাটখনৰ পাতে পাতে জিলিকি আছে অথচ লভিতাই ইংৰাজৰ চিপাহীৰ হাতৰ পৰা বন্দুক কাঢ়িলে গৰজি উঠিছে— "মই গান্ধীৰ বহীত নাম লিখোৱা নাই জানিবি বাপেৰে।" ইয়াত অহিংস নীতিৰ বিপৰীতে সশস্ত্ৰ প্ৰতিৰোধেহে জ্যোতিৰ সহানুভূতি আদায় কৰিছে। আন এঠাইত হয়ৰাম গাঁওবুঢ়াই ইংৰাজক বিৰোধিতা কৰাৰ কাৰণে গান্ধীক দোষাৰোপ কৰোতে লভিতাই ফেট তুলি উঠিছে— "গান্ধী মহাত্মাইনো কি বেয়া কাম কৰিছে? আমাৰ দেশক গচকি গচকি সাত সাগৰৰ পাৰৰ ইংৰাজইতে চাহি-মুহি খালে। সোপাকে সিইতৰ দেশলৈ কঢ়িয়াইছে। গান্ধীয়ে তেওঁ সিইঁতক আমাৰ দেশ এৰি দিবলৈহে কৈছে। আমাৰ মানুহক লোকৰ তলতীয়া বহতীয়া গোলাম হৈ নাথাকি নিজে নিজে স্বৰাজ কৰিবলৈহে কৈছে।" ইয়াতো গান্ধীৰ অহিংস নীতিতকৈ, গান্ধীৰ নেতৃত্বত

সমবেত জনসাধাৰণৰ সাম্ৰাজ্যবাদবিৰোধী মনোভাৱৰ প্ৰতিহে আস্থা প্ৰকাশ পাইছে। ব্ৰিটিছ প্ৰয়োজনজাত যি সুবিধাভোগী মধ্যবিত্তৰ গান্ধী মধ্যমণি সেই মধ্যবিত্তৰ স্বৰূপ উদঙাই দি ব্ৰিটিছৰ লগতে মধ্যবিত্তৰ শ্ৰেণী শোষণৰো অৱসান বিচাৰিছে লভিতাই— 'আমাৰ, খাজনা দিব নোৱাৰাত মাটিডোখৰ নীলাম যাওঁতে দুশটকীয়া মাটিকিডৰা তুমিয়েই সোতৰ টকাত ৰাখি থোৱা নাইনে? সিদিনা বগাৰামৰ গাখীৰতী গৰুজনী চাৰি টকাত খাজনা নিলামত দি মৌজাদাৰে আধামূলীয়াকৈ ৰাখি থোৱা নাইনে? ... ৰাইজ ডাঙৰ নে খাজনা ডাঙৰ। ইংৰাজ ৰজাৰ কাৰণে খাজনা ডাঙৰ। ৰাইজ সিফালে খাবলৈ নাপাই উছন যাওঁক। অৱশ্যেই ইংৰাজ ষাব লাগিব। তাৰ লগত এই ইংৰাজৰ লগত থকা ভূত-প্ৰেতসোপাও।" ইয়াত জ্যোতিয়ে সচেতনভাৱেই ব্ৰিটিছৰ লগতে শ্ৰেণী শোষণৰো অৱসান বিচাৰিছে। উল্লেখযোগ্য যে নাটকখনত কমিউনিষ্টসকলৰ বিষয়ে গভীৰ সহানুভূতিৰে উল্লেখ কৰিছে। ক্ৰমবৰ্দ্ধমান সশস্ত্ৰ অভ্যুত্থান আৰু শ্ৰমিক- কৃষকৰ বিক্ষোভ ধৰ্মঘটে জ্যোতিক কমিউনিষ্টসকলৰ ওচৰ চপাই নিছিল বুলি অনুমান কৰাটো অসঙ্গত নহ'ব। দাৰোগাৰ বুকুৰ ওপৰত বন্দুক টোঁৱাই গৰজি উঠা লভিতাই শেষত সশস্ত্ৰ আজাদ হিন্দ ফৌজৰ আগশাৰীত থিয় দি প্ৰাণ হেৰুৱায়। লভিতাৰ পৰিণতিয়ে মুক্তি সংগ্ৰামৰ সেই পৰ্যায়ত জ্যোতিৰ সশস্ত্ৰ প্ৰতিৰোধৰ প্ৰতি থকা আনুগত্যকহে প্ৰমাণ কৰে। গান্ধীবাদৰ প্ৰতি মোহভঙ্গ নহ'লেও জনগণৰ লগত থকা প্ৰত্যক্ষ সম্পৰ্কই জ্যোতিক মুক্তিৰ নতুন পথৰ সন্ধান দিছিল। সমাজতন্ত্ৰৰ পথেই যে জনসাধাৰণৰ মুক্তিৰ সঠিক পথ এই ধাৰণা লাহে লাহে গঢ় লৈ উঠিছিল। তাৰ সম্ভেদ পাওঁ 'শিল্পীৰ পৃথিৱী'ত।

আমি নিশ্চয় এই সিদ্ধান্তলৈ আহিব পাৰো যে জন-জীৱনৰ ৰূপান্তৰ বিচাৰিয়েই জ্যোতিয়ে আশ্ৰয় লৈছিল গান্ধীবাদ আৰু ভাৰতীয় আধ্যাত্মবাদত। দুয়োটা পথৰ চৰম ব্যৰ্থতাই তেওঁক লৈ গৈছিল সাম্যবাদী চিন্তাধাৰাৰ ওচৰলৈ। বিয়াল্লিছৰ বিদ্ৰোহৰ পিছত সমগ্ৰ ভাৰতজুৰি আৰম্ভ হ'ল সশস্ত্ৰ গণ অভ্যুত্থান। টেলেঙ্গানা বিদ্ৰোহ, নৌ বিদ্ৰোহে সাম্ৰাজ্যবাদক সন্ত্ৰস্ত কৰি তুলিলে। মধ্যবিত্তৰ আপোচকামী নীতি ব্যৰ্থ হ'ল। ফলত সমগ্ৰ ভাৰতজুৰি সশস্ত্ৰ বিদ্ৰোহে মূৰ দাঙি উঠি মুক্তি আন্দোলনক এক নতুন পৰ্যায়লৈ লৈ গ'ল। জনসাধাৰণ, মুক্তি আন্দোলনৰ এই ধাৰাটোৰ বেছি ওচৰ চাপি গ'ল। এইছোৱা কালতে, নতুন ভৱিষ্যৎ সৃষ্টিৰ সম্ভাৱনা কঢ়িয়াই অনা সাম্যবাদী ভাবধাৰাই জ্যোতিক বেছিকৈ আকৰ্ষণ কৰিবলৈ ধৰিলে। জ্যোতিৰ মনত আৰম্ভ হ'ল সংঘাত। একালে অহিংস আৰু ভাৰতীয় দৰ্শন, আনফালে সাম্যবাদ আৰু সশস্ত্ৰ প্ৰতিৰোধ। 'শিল্পীৰ পৃথিৱী'য়ে এই সাক্ষ্য বহন কৰিছে। নতুন ধ্যান-ধাৰণাৰ ওচৰ চাপি

গৈছিল যদিও তেতিয়াও জ্যোতিৰ মনৰ পৰা মধ্যবিত্তৰ জীৱনবোধ আৰু ভাববাদী চিন্তাধাৰা অন্তৰ্হিত হোৱা নাছিল। সেয়ে 'শিল্পীৰ পৃথিৱী'ত স্ববিৰোধ লক্ষ্য কৰা যায়। কিন্তু এই স্ববিৰোধ সাধাৰণভাৱে ভাৰতীয় মধ্যবিত্ত শ্ৰেণীৰ স্ববিৰোধৰ সমপৰ্যায়ৰ নাছিল।

হিংসা আৰু অহিংসাৰ সমালোচকসকলে জ্যোতিৰ চিন্তাধাৰাত স্ববিৰোধ আৰু মধ্যবিত্তৰ জীৱনবোধৰ অৱশিষ্ট লক্ষ্য কৰিছে। এই ক্ষেত্ৰত আমি বিচাৰ কৰি চোৱা উচিত যে জ্যোতিয়ে হিংসা-অহিংসাৰ প্ৰশ্নটোক মধ্যযুগীয় ভাৰতীয় আদৰ্শৰ পটভূমিত— এটা বিমূৰ্ত ধাৰণা হিচাপে গ্ৰহণ কৰিছিল নে সমাজ ৰূপান্তৰৰ তত্ত্ব হিচাপে ইয়াক প্ৰয়োগ কৰিবলৈ বিচাৰিছিল? জ্যোতিৰ কাৰণে অহিংসা এটা ৰাজনৈতিক কৌশল নাছিল। "আমি আজি শিল্পী ৰূপেৰেই দুষ্কৃতি নাশ আৰু সংস্কৃতি গঢ়িবলৈ কৃষ্ণ সত্যৰ ওপৰতেই আমাৰ অভিযান প্ৰতিষ্ঠা কৰিব পাৰো। এহাতেৰে যুদ্ধ আৰু আন হাতেৰে সৃষ্টি।"

"... দুষ্কৃতিৰে সংঘাত কৰি সংস্কৃতি গঢ়িবলৈ ওলোৱা সকলোকেই, সকলো আদৰ্শবাদীকেই ক'ব খোজো যে যদি বাস্তৱৰ মীমাংসাৰ বাবে অৰ্জুনৰ দৰে হাতত গাণ্ডীবো তুলি ল'বলগীয়া হয় তথাপি তেওঁলোকে মানৱাদৰ্শৰূপে ভাৰতীয় তেজৰ সন্তান হৈ অহিংসাই যে মানব জীৱনৰ চৰম আদৰ্শ তাক মানি ল'বই লাগিব।" (জ্যোঃ ৰঃ ৪২২)। ইয়াত ভাৰতীয় আদৰ্শৰ প্ৰতি আনুগত্যতকৈ জনজীৱন হৰ্ষময় কৰি তোলাৰ আকাঙ্ক্ষাহে প্ৰকটভাৱে ফুটি ওলাইছে। 'মানৱ সংস্কৃতিৰ পূৰ্ণ বিকাশ'ৰ ক্ষেত্ৰত পৰিস্থিতি আৰু ঐতিহাসিক অৱস্থা সাপেক্ষে অহিংস পথকো তেওঁ স্বীকাৰ কৰিছে। "অহিংসাৰে যদি নোৱাৰে সহিংসাৰে মানুহ বৰ্তিবলৈ বিচাৰিবই। সংস্কৃতি ৰক্ষা কৰিবই।" আকৌ কৈছে ... "সংস্কৃতি জীৱনৰ দুষ্কৃতিৰ সৈতে চূড়ান্ত সংগ্ৰাম শিল্পীৰ অকল অহিংস নৈতিক অস্ত্ৰৰেই শিল্পীৰূপে কৰিব নোৱাৰি কৃষ্ণাৰ্জুন হৈ সংগ্ৰামত প্ৰবৃত্ত হয়।

"... কৃষ্ণই কালীৰূপ ধৰে অৰ্থাৎ যেতিয়া ভয়াবহ বৰ্বৰতা, ঘোৰ তামসিকতাৰ মাজেদি প্ৰকাশ পোৱা দুষ্কৃতি নাশ কৰিব লাগিব, তেতিয়া আৰু ভয়ঙ্কৰী কালী মূৰ্তিৰ আনকি নিজৰেই আৰাধ্য সংস্কৃতিৰ শিৰত গচকিবলৈকো ভ্ৰূক্ষেপ নকৰি সংগ্ৰামত প্ৰবৃত্ত হ'ব লাগিব।" দুষ্কৃতিক নাশ কৰি জীৱন হৰ্ষময় কৰি তোলাৰ সংগ্ৰামত অৱস্থা ভেদে সহিংস পথ গ্ৰহণ কৰাটোক স্বীকাৰ কৰিলেও— এই সত্য, নতুন সমাজদৰ্শনৰ প্ৰণালীবদ্ধ অধ্যয়নৰ ফলশ্ৰুতি হিচাপে নাহিবা জীৱনৰ গভীৰ উপলব্ধিৰ পৰা আহিছিল বুলি ধাৰণা কৰিব

নোৱাৰি। অৱশ্যে 'শিল্পীৰ পৃথিৱী'তে জ্যোতিয়ে মাৰ্ক্স-লেনিনৰ প্ৰসঙ্গও উত্থাপন কৰিছে। তথাপি মাৰ্ক্স-লেনিনৰ ৰচনা গভীৰভাৱে তেতিয়া তেওঁ অধ্যয়ন কৰিছিল বুলি অনুমান কৰিব নোৱাৰি। স্মৰণযোগ্য যে সেই সময়ত একাংশ কংগ্ৰেছ কৰ্মীয়ে কংগ্ৰেছৰ পৰা ওলাই গৈ কমিউনিষ্ট ছ'চিয়েলিষ্ট দল গঠন কৰিছিল। জ্যোতিক কংগ্ৰেছৰ বিপ্লৱী ধাৰাটোৱে অনুপ্ৰাণিত কৰিছিল বুলি ভাবিব পাৰি। কোনো সমাজ বীক্ষাৰ প্ৰতি আকৃষ্ট হোৱা আৰু তাক সমাজ বিকাশৰ চালিকা শক্তি হিচাপে গ্ৰহণ কৰা দুটা সুকীয়া কথা বুলি আমি বিবেচনা কৰো।

(৪)

'শিল্পীৰ পৃথিৱী'ৰ পিছতেই জ্যোতিৰ চিন্তা আৰু কৰ্মধাৰাই লাহে লাহে বামপন্থী চিন্তাধাৰাৰ ফালে গতি কৰিছিল। 'শিল্পীৰ পৃথিৱী' প্ৰবন্ধটো আৰু এটা কবিতা কমিউনিষ্ট পাৰ্টিৰ তেতিয়াৰ মুখপত্ৰ 'নতুন অসম'লৈ প্ৰকাশৰ কাৰণে প্ৰকাশ্যে পঠিয়াই দিয়াটো অত্যন্ত তাৎপৰ্যপূৰ্ণ। এই কাৰণেই তাৎপৰ্যপূৰ্ণ যে যি সময়ত কমিউনিষ্ট বুলি ক'লে মধ্যবিত্ত সমাজে দুৱাৰ জপাই দিছিল, দেশদ্ৰোহী আখ্যা দিছিল, চৰকাৰৰ চোৰাংচোৱা কমিউনিষ্টৰ পিছে পিছে ফুৰিছিল, সেই সময়ত জ্যোতিয়ে প্ৰকাশ্যে 'নতুন অসম'লৈ প্ৰবন্ধ আৰু কবিতা পঠিয়াইছিল। মাৰ্ক্সবাদ আৰু পাৰ্টিৰ প্ৰতি বিশ্বাস নজন্মিলে এনে এটা কাম কৰিব নোৱাৰে। এই প্ৰসঙ্গত হেমাঙ্গ বিশ্বাসৰ তলৰ কথাখিনি বিবেচনাযোগ্য— "১৯৪৮-৪৯ চনত পাণ্ডু ৰেল কলোনীত যেতিয়া কমিউনিষ্ট পাৰ্টিৰ অসম প্ৰাদেশিক কমিটিৰ গোপন কৰ্ম কেন্দ্ৰ স্থাপন কৰা হৈছিল তেতিয়া গুৱাহাটীৰ প্ৰকাশ্য ঠিকনাত পাৰ্টিৰ মুখপত্ৰ 'নতুন অসম'ৰ সম্পাদকলৈ জ্যোতিপ্ৰসাদৰ এখন সৰু চিঠি আহিছিল। চিঠিৰ লগত আছিল 'শিল্পীৰ পৃথিৱী'ৰ এটা কপি আৰু এটি সৰু কবিতা। কবিতাটি 'নতুন অসম'ত ছপোৱা হৈছিল। তাৰে প্ৰথম লাইনটি আছিল— 'জয় হাতুড়ীৰ জয়, জয় বটালীৰ জয়।' 'নতুন অসম'ৰ সম্পাদক হিচাপে চিঠিখন সম্বোধন কৰা হৈছিল দধি মহন্তলৈ। ... তেওঁ লিখিছিল— মোৰ চিন্তাত প্ৰগতিশীলতাৰ অকণমান কুঁহিপাতো যদি বিচাৰি পায় তেন্তে আপোনালোকে আলফুলকৈ যতন কৰি তাক ঠন ধৰি উঠিবলৈ সাহায্য কৰিব। যদি কিবা প্ৰতিক্ৰিয়াশীল বুলি ভাবে তাক যেন নিৰ্মমভাৱে মৰিমূৰ কৰিবলৈ কোনো দ্বিধা বোধ নকৰে।" ('জীৱন শিল্পী জ্যোতিপ্ৰসাদ'- পৃষ্ঠা ৪০)। ইয়াৰ পৰা দেখা যায় যে 'শিল্পীৰ পৃথিৱী' লেখাৰ সময়লৈকে জ্যোতিৰ মাৰ্ক্সীয় দৰ্শনৰ লগত বিশেষ পৰিচয় হোৱা নাছিল আৰু বামপন্থী শিবিৰৰ লগতো সম্পৰ্ক স্থাপন হোৱা নাছিল। যি

জনসাধাৰণৰ অসীম শক্তিৰ প্ৰতি সন্ত্ৰস্ত হৈ ব্ৰিটিছে ক্ষমতা হস্তান্তৰ কৰিছিল সেই জনতা যেতিয়া জাতীয় চৰকাৰৰ ওচৰত লাঞ্ছিত, নিৰ্যাতিত হ'বলৈ ধৰিলে তেতিয়া জ্যোতিৰ মনত কংগ্ৰেছৰ নীতিৰ ওপৰত ঘোৰ সন্দেহ উপজিল। গান্ধীবাদৰ এই চৰম পৰিণতি দেখি আজীৱন কংগ্ৰেছ কৰ্মী জ্যোতিৰ মোহভঙ্গ আৰম্ভ হ'ল— "আজি ৰাষ্ট্ৰ ক্ষমতাৰ বাৰুণী সুৰাই কংগ্ৰেছৰ মূৰ আচন্ন্ৰাই কৰিছেনে কি? আজি মহাত্মাৰ সংস্কৃতিৰ অৰ্থ বুজোতা আচাৰ্য কৃপালনীয়ে কিয় বিদ্ৰোহ কৰি উঠিছে? আজি একেলগৰে সকলো ত্যাগ দুখ-কষ্ট বৰণ কৰি স্বাধীনতাৰ শেষ যুদ্ধত পূৰ্ণাহুতি দিয়া জয়প্ৰকাশ আৰু কংগ্ৰেছৰ ত্যাগী কৰ্মী সমাজতন্ত্ৰবাদীসকলে কিয় মাকক হেমলেটে কৰাৰ দৰে সন্দেহ কৰি আঁতৰি আহিল? জাতীয় কংগ্ৰেছ গবৰ্ণমেণ্টক প্ৰথমেই সমৰ্থন কৰা এক জনসংস্কৃতিৰ সপোন দেখোতা কমিউনিষ্টসকলে কিহৰ বাবে নিৰ্যাতন মূৰ পাতি ল'বলৈ ওলাইছে, দেশলৈ স্বাধীনতা অহাৰ পিছতো কিয় তেওঁলোকে স্বাধীনতাক সন্দেহ কৰিবলগীয়া হৈছে, কিয় জনতাক ভালপোৱা, দেশক ভালপোৱা সংস্কৃতিৰ সেৱক, এই ছ'চিয়েলিষ্ট, কমিউনিষ্ট, কৃষক, বনুৱা, উন্নতিকামী আন দেশসেৱকবোৰ আমাৰ নিজৰ স্বাধীন গবৰ্ণমেণ্টৰ দ্বাৰাই ধৰ্ষিত হ'বলগীয়া হৈছে।" ('শিল্পীৰ পৃথিৱী') সাম্ৰাজ্যবাদ আৰু ধনতন্ত্ৰবাদ যে মানৱতাৰ জঘন্যতম শত্ৰু এই সত্য উপলব্ধিৰ পিছত জ্যোতিয়ে কংগ্ৰেছৰ শ্ৰেণী চৰিত্ৰ উদঙাই দিছে— "সাম্ৰাজ্যবাদ আৰু ধনতন্ত্ৰবাদ এই দুয়োটাই পৃথিৱীৰ বুৰঞ্জীত সংস্কৃতিৰ ৰূপত ছদ্মবেশী দুষ্কৃতিৰ পূৰ্ণৰূপ। ... সাম্ৰাজ্যবাদ প্ৰতিহত কৰি আমি আজি তাৰেই যজা ভায়েক, কিন্তু ধনতন্ত্ৰবাদক সংস্কৃতি বুলি ভুল কৰাৰ উপক্ৰম কৰিছো নে কূটনৈতিক কাৰণত কৰা এই এটা আপোছ? দুষ্কৃতিৰে সৈতে আপোছ মানে আমি জানি শুনি দুষ্কৃতিক মানি ল'ব লাগিব।" কংগ্ৰেছে নিজ শ্ৰেণী স্বাৰ্থ সুৰক্ষিত কৰিবলৈ গৈ জনতাৰ প্ৰতি কৰা অবিচাৰে জ্যোতিক কংগ্ৰেছৰ শিবিৰৰ পৰা সংগ্ৰামী জনগণৰ মাজলৈ ঠেলি দিছিল। ৰাইজৰ অসীম শক্তিৰ ওপৰত জ্যোতিৰ আস্থা ক্ৰমে বাঢ়ি গৈছিল। জনতাই ইতিহাস সৃষ্টি কৰে আৰু জনতাই সংস্কৃতি সৃষ্টি কৰে। সেই জনতাৰ শাসন প্ৰতিষ্ঠাৰেই জ্যোতিয়ে সপোন দেখিছিল। কিন্তু সেই সপোন বাস্তৱত ৰূপ দিবলৈ যাওঁতে গান্ধীবাদ আৰু ভাববাদী চিন্তাৰ চাৰি সীমাৰ পৰা ভেওঁ ওলাই আহিব পৰা নাছিল। নতুন যুগৰ আৱাহনী মন্ত্ৰ তেওঁৰ কাণত পৰিছে কিন্তু ভাববাদী চিন্তাৰ চাৰিবেৰৰ ভিতৰৰ পৰাই তেওঁ তাৰ প্ৰতি সঁহাৰি জনাইছে।

চল্লিশৰ দশকৰ আন্দোলনত সক্ৰিয় অংশগ্ৰহণৰ যোগে জ্যোতি সংগ্ৰামী জনতাৰ বেছি ওচৰ চাপি গৈছিল। বুক পাতি গুলী লোৱা নিৰীহ

কৃষক প্ৰজাৰ চকুত সেইদিনা জ্যোতিয়ে দেখিছিল নতুন দিনৰ সপোন। সেই সপোনক দিঠকত ৰূপ দিয়াৰ আকাঙ্ক্ষাই জ্যোতিক ব্যাকুল কৰি তুলিছিল। ঢেকিয়াজুলি থানাত ত্ৰিৰঙ্গ পতাকা উত্তোলন কৰিবলৈ গৈ বুকু পাতি গুলী লোৱা মনবৰ, পুলিচৰ লাঠিৰ কোবত মাটিৰ লগত মিলি যোৱা ৰতন, যোড়ষী গাভৰু তিলেশ্বৰী— এই শ্বহীদসকলে জ্যোতিক যেন বাট দেখুৱাইছিল। সপোনক দিঠকত ৰূপ দিবলৈ এফালে জ্যোতিয়ে আন্দোলন কৰিছিল আনফালে মনবৰ ৰতনৰ শেঁতা পৰা ওঁঠত ভাষা দিবলৈ হাতত কলম তুলি লৈছিল। জ্যোতিয়ে বিশ্বাস কৰিছিল হাজাৰ মনবৰ, ৰতন, তিলেশ্বৰীৰ আত্মত্যাগ ব্যৰ্থ হ'ব নোৱাৰে। তেওঁলোকৰ সপোন দিঠকত ৰূপ ল'ব। সেয়ে তেওঁ অন্তৰৰ সমস্ত আবেগ ঢালি গাইছিল—

> "জানো জানো জানো
> বিফলে নাযায় মোৰ গানো।
> মোৰ যত অশ্ৰু জল
> তীৰ্থ জলেৰে মিলি
> উজলিব পৃথিৱীৰ
> কোবায় কোবায়
> জানো, জানো, জানো।

স্বাধীনতাৰ পিছত জ্যোতিৰ স্মৃতিৰ পটত মনবৰ, ৰতনহঁতৰ শেতা পৰা মুখবোৰ জিলিকি উঠিল— তেওঁৰ হৃদয় ক্ৰোধ আৰু ঘৃণাত ফাটি পৰিল। "এইদৰে স্বাধীনতা আহিল— এই মানুহৰ তেজেৰে, চকুৰ পানীৰে আৰু আমি আজি সেই স্বাধীনতা কলুষিত কৰিলো আমাৰ দুৰ্নীতিৰে, আমাৰ নৈতিক অধঃপতনেৰে। ছিঃ ছিঃ ছিঃ।" কংগ্ৰেছৰ আদৰ্শ নীতিৰ ওপৰত আস্থা হেৰাই যোৱাৰ পিছত, বহুকাল আস্থাৰে ধাৰণ কৰি অহা ভাৰতীয় অধ্যাত্মবাদৰ প্ৰতিও তেওঁৰ মনত সংশয়ে ঠাই ল'লে— "মানৱ জীৱনক নিমন্ত্ৰণ কৰি শান্তি আৰু আনন্দৰ ৰাজ্য পাতিবৰ কাৰণেই পৃথিৱীত ধৰ্মবোৰৰ অভ্যুদয় হৈছিল, আজিৰ মানৱ সমাজৰ দুখ-দৈন্য ক্ৰুৰতা, পৈশাচিকতা,আসুৰিকতা, এনেকুৱা এটা অৱস্থা দেখি স্বভাৱতেই সন্দেহ হয় যে পৃথিৱীৰ ধৰ্মবোৰ অকৃতকাৰ্য হ'ল। অৰ্থাৎ আজি পৃথিৱী হিন্দু, খৃষ্টান, ইছলাম, বৌদ্ধ আৰু আন মহতো মহীয়ান আদৰ্শৰ ধৰ্মবোৰে মানুহক যি কৰিবলৈ বিচাৰিছিল তাক কৰিব নোৱাৰিলে। হিংসা-হিংসি, কটা মৰা, যুদ্ধ বিগ্ৰহ, শোষণ-পীড়ন সকলো চলিব লাগিছে পৃথিৱীত আনকি ধৰ্মবোৰো উৎপীড়নৰ অস্ত্ৰ হৈ পৰিছে আৰু সংস্কৃতি কাজিয়াৰ কাৰণ হৈ পৰিছে।" ('ভাবী কালৰ সংস্কৃতি'— জ্যোতিপ্ৰসাদ, 'প্ৰকাশ' জুলাই' ৮১) এই সংশয় সম্পূৰ্ণৰূপে ছেদ কৰিব নোৱাৰিলেও জ্যোতিৰ মনত এক নতুন

অগ্ৰগামী চিন্তাধাৰাই ভুমুকি মাৰিছিল— ভাববাদী চিন্তাধাৰাৰ ওচৰতেই যেন নতুন ভাবাদৰ্শই অকণমান ঠাই উলিয়াই লৈছে। ওপৰত উল্লেখ কৰা 'ভাবী কালৰ সংস্কৃতি' শীৰ্ষক ভাষণতেই তেওঁ পুনৰ লিখিছে— "এইখিনিতেই পৃথিৱীৰ শান্তিৰ ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ বিচৰা মানুহটোৱে আগৰ ধৰ্মৰ মাজেদি দিয়া সামাজিক, ৰাষ্ট্ৰনৈতিক আৰু অৰ্থনৈতিক অৱস্থাবোৰত কিবা আসোঁৱাহ আছে বুলি সন্দেহ কৰিবলৈ ধৰি নতুনকৈ ভাবিবলৈ আৰম্ভ কৰি নতুন সামাজিক, ৰাষ্ট্ৰনৈতিক, অৰ্থনৈতিক ব্যৱস্থাৰ পৰিকল্পনা কৰিছে আৰু পুৰণি ব্যৱস্থাৰ ঠাইত ন-ব্যৱস্থাৰে এই শান্তি আনন্দ ৰাজ্যৰ প্ৰতিষ্ঠা বিচাৰি ওলাইছে। পৃথিৱীত এটা মহা সংক্ৰান্তি উপস্থিত আৰু এই সংক্ৰান্তিৰ মাজেদি এক নতুন সংস্কৃতি মানৱ জীৱনত প্ৰতিফলিত হৈ উঠিব খুজিছে।"

ভাববাদী চিন্তাধাৰাৰ পৰিসীমাৰ ভিতৰত থাকিয়েই জ্যোতিয়ে নতুন চিন্তাধাৰাক আদৰণী জনাইছিল। এফালে প্ৰাচীন ভাৰতীয় দৰ্শন আৰু আনফালে নতুন সমাজবীক্ষণ— মাৰ্ক্সীয় দৰ্শন এই দুই চিন্তাধাৰাৰ সংঘাতে জ্যোতিৰ হৃদয় মন থকা-সৰকা কৰিছিল। হেমাঙ্গ বিশ্বাসে লিখিছে— "১৯৪৬ চনৰ পৰা জীৱনৰ শেষ ৫ বছৰ আছিল জ্যোতিপ্ৰসাদৰ ব্যক্তিত্বৰ বিকাশৰ আটাইতকৈ উল্লেখযোগ্য সময়। সেই সময়ছোৱাত তীব্ৰ অন্তৰ্দ্বন্দ্ব, মানসিক সংঘাত আৰু বৈপ্লবিক চিন্তাৰ স্ফুৰণত তেওঁৰ অন্তৰ আছিল থকা-সৰকা। এফালে গান্ধী অৰবিন্দ আনফালেদি মাৰ্ক্স-লেনিন দুয়োৰে টনা-আজোৰাত ব্যাধিক্লিষ্ট দেহাত তেওঁৰ বিস্ময়কৰ সজীৱ মন এক দুৰ্বাৰ প্ৰগতিৰ ফালে অৰ্থাৎ মাৰ্ক্সবাদী ভাবাদৰ্শৰ ফালে আগুৱাই গৈছিল।"

মধ্যবিত্তৰ প্ৰগতিশীল ভূমিকা শেষ হৈ অহাৰ লগে লগে জ্যোতিৰ দৃষ্টিত মধ্যবিত্তৰ শ্ৰেণী চৰিত্ৰ লাহে লাহে ধৰা পৰে, তেতিয়াও কিন্তু জনসাধাৰণৰ ওপৰত কংগ্ৰেছৰ অখণ্ড প্ৰভাৱ। সৰ্বভাৰতীয় দল হিচাপে গঠিত হ'লেও ভাৰতৰ কমিউনিষ্ট পাৰ্টি তেতিয়াও চালুকীয়া অৱস্থাতেই আছিল। সীমিত শক্তিৰেই কমিউনিষ্ট পাৰ্টিয়ে কৃষক-শ্ৰমিকৰ মাজত সংগোপনে জনসাধাৰণক সংগঠিত কৰি ফুৰিছিল। জনসাধাৰণৰ সংখ্যাগৰিষ্ঠ অংশটোৱেই আছিল কমিউনিষ্টৰ প্ৰভাৱৰ বাহিৰত— অগ্ৰগামী চিন্তাধাৰাৰ লগত সহজ সম্পৰ্ক স্থাপন কৰিব পৰা নাছিল। মহান অক্টোবৰ বিপ্লৱে একাংশ লোকক উৎসাহিত কৰে সঁচা, কিন্তু সেই নতুন সমাজখনৰ নতুন মানুহৰ লগত আমাৰ সমাজখনৰ ভালদৰে পৰিচয় হোৱা নাছিল। নতুন সমাজৰ নতুন মানুহক অসমৰ জনসাধাৰণৰ লগত পৰিচয় কৰি দিয়াৰ আকাংক্ষা আমি জ্যোতিৰ চিন্তাত লক্ষ্য কৰোঁ। গোপাল হালদাৰে ভেৰেতৰ 'সংস্কৃতিৰ ৰূপান্তৰ' গ্ৰন্থত

এগৰাকী ছোভিয়েট কলাকাৰৰ এষাৰ কথা উল্লেখ কৰিছে। তাত কোৱা হৈছে- "নতুন সমাজেৰ নতুন মানুষ আমৰা গড়িতেছি। সাহিত্যেও আমৰা সেই নতুন মানুষেৰ পৰিচয় উপস্থিত কৰতে চাই। কিন্তু কি জানো নতুন অপৰিচিত বলিয়াই নতুন, চেনাকে চেনানো যত সহজ অচেনাকে চেনানো তেমনি কঠিন।' ঠিক সেই কাৰণেই ক্ষয়িষ্ণুতাকে বিকৃতিকে যত সহজে শিল্পে ৰূপদান কৰা যায় বিকাশোন্মুখকে, নৱজাতককে তত সহজে শিল্পায়ত্ত কৰা যায় না। আমাদেৰ সাৰ্থকতা এখন পৰ্যন্ত সৃষ্টিৰ সম্পূৰ্ণতায় নয়, বৰং নতুনেৰ সৃষ্টিৰ প্ৰচেষ্টায়— এই আদৰ্শেৰ প্ৰতি শ্ৰদ্ধায়, নতুন মানুষেৰ প্ৰতি মমতায়, মানবতাৰ প্ৰতি বিশ্বস্ততায়।" জ্যোতিৰ চিন্তা প্ৰবাহতো আমি বিচাৰি পাওঁ নতুন আদৰ্শৰ প্ৰতি শ্ৰদ্ধা। নতুন মানুহৰ প্ৰতি মমতা আৰু মানৱতাৰ প্ৰতি বিশ্বস্ততা।

(৫)

আমি ইতিমধ্যে উল্লেখ কৰিছো যে ১৯৪৬ চন মানৰ পৰাই জ্যোতিৰ মনত সংঘাত আৰম্ভ হয়। এই সময়তে ভাৰতীয় গণনাট্য সংঘই অসমত প্ৰবেশ কৰে। ১৯৪৩ চনত বোম্বাইত প্ৰগতিশীল শিল্পী সাহিত্যিক-সকলে গঠন কৰে এই সংঘ। অসমত জ্যোতিয়ে এই সংঘক আদৰি লয় যেন ঠিক এনে এটা সাংস্কৃতিক সংগঠনৰ কাৰণেই জ্যোতিয়ে বাট চাই আছিল। এই বিষয়ে হেমাঙ্গ বিশ্বাসে লিখিছে— "১৯৪৬ চনৰ নৌ-বিদ্ৰোহৰ বৰটোপৰ ধ্বনিৰে ৰঞ্জিত গণনাট্য সংঘৰ নৃত্য-নাট্য আৰু গীতৰ শৰাই 'ৰক্তেৰ ঋণ' লৈ আমাৰ বিভিন্ন চহৰ পাৰ হৈ যিদিনা তেজপুৰ পালেহি, জ্যোতিপ্ৰসাদে নৰীয়া পাৰ্টীৰ পৰা সেই দিনা আমাক আঁকোৱালি ল'লে।" শৰৎচন্দ্ৰ নেওগে লিখিছে— "১৯৪৭ চনৰ এপ্ৰিলৰ শিলচৰত বহা প্ৰথম প্ৰাদেশিক সন্মিলনত জ্যোতিপ্ৰসাদক সভাপতি আৰু হেমাঙ্গ বিশ্বাসক সাধাৰণ সম্পাদক হিচাপে লৈ প্ৰথম প্ৰাদেশিক সমিতি গঠিত হয়।" ভাৰতীয় গণনাট্য সংঘ সকলো গণতান্ত্ৰিক প্ৰগতিশীল ব্যক্তিৰে অনুষ্ঠান। উদ্যোক্তা আৰু সহযোগীসকল আছিল সমাজতন্ত্ৰত বিশ্বাসী। সেয়ে মাৰ্ক্সবাদৰ প্ৰতি অনুৰাগী ব্যক্তিক সংঘই আকৃষ্ট কৰিছিল। নেতৃত্বও দিছিল তেনে ব্যক্তিয়েই। গণনাট্য সংঘত যোগদান কৰাৰ কাৰণে অসমীয়া মধ্যবিত্ত আৰু বুদ্ধিজীৱীয়ে জ্যোতিক কমিউনিষ্ট আখ্যা দিছিল। জ্যোতি কমিউনিষ্ট নাছিল, পাৰ্টিৰ সদস্যও নাছিল, কিন্তু বিশ্ব গণমুক্তিৰ সঠিক পথ হিচাপে মাৰ্ক্সবাদক আদৰি লৈছিল। কমিউনিষ্ট আখ্যা পোৱাৰ পিছত জ্যোতিয়ে দ্বিধাহীনভাৱে কৈছিল— "তাৰ মানে এওঁলোকে কমিউনিষ্টৰ শক্তিকেই স্বীকাৰ কৰি লৈছে। আজি কমিউনিজম আৰু প্ৰগতি সমাৰ্থবোধক হৈ পৰিছে।" ('জীৱন শিল্পী জ্যোতিপ্ৰসাদ'— হেমাঙ্গ বিশ্বাস- পৃষ্ঠা ১৮)।

মাৰ্ক্সবাদ আৰু কমিউনিষ্ট পাৰ্টিৰ প্ৰতি জ্যোতিৰ আনুগত্য আছিল শোষিত জনগণৰ প্ৰতি থকা গভীৰ আস্থাৰেই অন্যৰূপ। স্বাধীনতা লাভৰ পিছত জ্যোতিয়ে কৈছিল— "মানুহৰ সমাজৰ যি অৰ্থনৈতিক অসামঞ্জস্যতাই সমাজৰ এভাগক সংস্কৃতিৰ জীৱনৰ পৰা বঞ্চিত কৰি আপচুকৈ থৈছে, অসুন্দৰ কৰি থৈছে, সেইভাগতো সৌন্দৰ্য নমাবলৈ মানুহৰ নৱতম সামাজিক ক্ষেত্ৰত সৌন্দৰ্য প্ৰয়াস হৈছে সাম্যবাদ।" (জ্যোঃ ৰঃ- ৪৬৯)। হেমাঙ্গ বিশ্বাসে লিখিছে যে পাৰ্টিৰ বন্ধু হিচাপে তেওঁক ১৯৪৬ চনৰ পৰাই পাইছিল। পাৰ্টি কাৰ্যসূচী আৰু গোপনে কাম কৰি থকা কৰ্মীসকলৰ খবৰ জ্যোতিয়ে নিয়মীয়াকৈ ৰাখিছিল বুলি জনা যায়। পাৰ্টিৰ কৰ্মীক তেওঁ নিজা ঘৰত আশ্ৰয়ো দিছিল। নগেন কাকতীয়ে লিখিছে যে যেতিয়া তেওঁ গোপনে পাৰ্টিৰ কাম কৰি ফুৰিছিল সেই সময়ত জ্যোতিক গোপনে লগ ধৰিছিল। কেতিয়াবা জ্যোতিয়ে নিজে মাতি পঠিয়াইছিল। নিজৰ বাগানত জ্যোতিয়ে এখন শ্ৰমিক ইউনিয়নো গঠন কৰিছিল বুলি জনা যায়। হেমাঙ্গ বিশ্বাসে তেখেতৰ এটা প্ৰবন্ধত, নগেন কাকতীয়ে তেখেতলৈ দিয়া এখন চিঠিৰ কথা উল্লেখ কৰিছে। জ্যোতিৰ মানসিক উত্তৰণৰ বিষয়ে চিঠিখনে কিছু নজৰ দিয়ে। "... নালিয়াপুলৰ ঘটনাৰ ঠিক পিছতে মই তেখেতক লগ ধৰিছিলো। নিৰ্দিষ্ট সময় মতে গভীৰ ৰাতি মই সেইদিনা তেখেতৰ শোৱা বিছনাৰ কাষত থিয় হৈছিলো। ... এইবাৰ আৰম্ভ কৰিছিল নানান কথা— 'জনতাক লগত লৈ কাম কৰা'— 'জনতাৰ সংগঠিত শক্তিয়ে প্ৰতিক্ৰিয়াক ধ্বংস কৰিবই।' লগে লগে গভীৰ দুখ আৰু ক্ষোভেৰে কৈছিল— নালিয়াপুলত হোৱা পুলিচী বৰ্বৰতাৰ প্ৰতিবাদত কাগজলৈ লিখা বিবৃতিটোৰ কথা অসমৰ কোনো কাগজে ছপা নকৰাৰ কথা। তেখেতে এবাৰ কৈছিল- "ৰবা, আমাৰ বাগিচাৰে বনুৱাৰ মাজত এখন ইউনিয়ন কৰিছোঁ। লাহে লাহে উৎপাদন নিয়ন্ত্ৰণৰ ক্ষমতা সিহঁতৰ ওপৰত দিয়াৰ ব্যৱস্থা কৰিব লাগিব।"

১৯৪৯ৰ জুলাই মাহত ডিব্ৰুগড় নালিয়াপুলত শান্তি সন্মিলনৰ লগতে গণনাট্য সংঘৰ প্ৰাদেশিক সন্মিলন অনুষ্ঠিত হৈছিল। সন্মিলন উদ্বোধন কৰিছিল জ্যোতিয়ে। শান্তি সন্মিলনৰ দিনা সংঘটিত সংঘৰ্ষত, পুলিচৰ গুলিত তিতাবৰৰ কৃষক জীয়ৰী বীণা বৰা আৰু নালিয়াপুলৰ এজন শ্ৰমিকৰ তিৰোতাৰ মৃত্যু হয়। পুলিচৰ এই অত্যাচাৰৰ প্ৰতিবাদ কৰি জ্যোতিয়ে বাতৰি কাকতলৈ পঠোৱা বিবৃতি এখন কাকতেও নছপালে। সেই বিবৃতিত জ্যোতিয়ে কংগ্ৰেছৰ তথাকথিত অহিংস নীতিক আৰু জাতীয় চৰকাৰক কঠোৰভাৱে সমালোচনা কৰিছিল আৰু গভীৰ শ্ৰদ্ধাৰে কমিউনিষ্টৰ আদৰ্শ আৰু লক্ষ্যৰ কথা উল্লেখ কৰিছিল। কংগ্ৰেছৰ প্ৰতি মোহভঙ্গৰ প্ৰত্যক্ষ প্ৰমাণ জ্যোতিৰ 'নালিয়াপুলৰ বিপদ সংকেত।'

গণশিল্পী জ্যোতিয়ে গণনাট্য সংঘৰ জৰিয়তে নতুন ভাবাদৰ্শক ৰাইজৰ মাজলৈ লৈ যাবলৈ বিচাৰিয়েই সংঘৰ কামত ভগ্ন স্বাস্থ্যৰে নিষ্ঠাৰে লাগিছিল। প্ৰতিদিন নাটকৰ আখৰাত উপস্থিত থাকি পৰামৰ্শ দিছিল, মাজ নিশা লকে কৰ্মীসকলৰ লগত কটাইছিল। ৰোগগ্ৰস্ত শৰীৰৰ প্ৰতি লক্ষ্য কৰি সকলোৱে তেওঁক জিৰণিৰ পৰামৰ্শ দিছিল, অনুৰোধ কৰিছিল। তেওঁ কৈছিল– "তোমালোকক এৰি যাবলৈ মন নাযায় বুজিছা। দামী কাৰ্পেটত খোজ কাঢ়িলো, টেমচ্ নদীত নাও খেলিলো, সেইবোৰ চব মিছা। এই মাটিৰ মানুহেই সঁচা। ঘৰলৈ গ'লেই বৰ অকলশৰীয়া লাগে।" (নগেন কাকতী– 'প্ৰকাশ', জানুৱাৰী '৮২)।

জ্যোতিয়ে জনজীৱনৰ মাজত নিজক বিচাৰি পাইছিল। ঘৰলৈ আহি অকলশৰে কথা পাতিছিল সঁচা সৰু মানুহৰ লগত। সঁচা সৰু মানুহেও জ্যোতিৰ মাজত যেন নিজকে বিচাৰি পাইছিল। নগেন কাকতীৰ প্ৰবন্ধৰ পৰা জনা যায় যে জ্যোতিৰ–

"অ' আমাৰ গাঁও।
আমাৰ গাঁৱৰ মান ৰাখি
মৰিবলৈ যাওঁ আমি,
মৰিবলৈ যাওঁ।

এই গীতটো মিচিং ভাষাত অনুবাদ কৰি এদল ডেকা-গাভৰুৱে গীতটো গাই গাই উচ্ছেদৰ বিৰুদ্ধে প্ৰতিৰোধ আন্দোলন গঢ়ি তুলিছিল। Ralph Foxয়ে গৰ্কীৰ 'মা' উপন্যাস সম্পৰ্কে কৈছিল– "There are many people out side of Russia who have never forgotten this book. There are people all over the world who got their first introduction into politics through 'Mother'. (The Novel And The people' p-40)" জ্যোতি কমিউনিষ্ট পাৰ্টিৰ কৰ্মী বা সদস্য নাছিল কিন্তু তেওঁৰ গণমুখী সাহিত্যই বহুতকে নতুন সমাজ ৰচনা কৰিবলৈ ৰাজপথলৈ উলিয়াই আনিব পাৰিছিল।

ঘৰত নিজকে অকলশৰীয়া অনুভৱ কৰা মহৎ হৃদয়ৰ এই গণশিল্পীজনৰ প্ৰাণৰ স্পন্দন শুনিবলৈ পাওঁ তেওঁৰ গীতত। চাহ বাগানৰ মালিকৰ ঘৰৰ পৰিবেশে জ্যোতিক ধৰি ৰাখিব নোৱাৰিলে। মালিকৰ প্ৰকাণ্ড ঘৰত নিৰলে শিল্পীয়ে কথা পাতে তেওঁৰ মাটিৰ মানুহৰ লগত। বন্ধ কোঠাৰ নীৰৱতাত জ্যোতিয়ে কাণ পাতি শুনে মুক্তিকামী জনতাৰ হৃদয়ৰ বন্দী বেদনা।

চকুত জিলিকি উঠে নতুন পথৰ যাত্ৰাৰ মুখ-চকুত যাৰ নতুন দিনৰ সপোন। নবলব্ধ স্বাধীনতাই শিল্পীৰ সপোন দুঃস্বপ্নত পৰিণত কৰাত কবি ম্ৰিয়মান হৈছিল। কিন্তু নতুন পথৰ যাত্ৰাৰ স্বপ্নোজ্জ্বল মুখবোৰে শিল্পীৰ প্ৰাণত নতুন আশাৰ সঞ্চাৰ কৰিলে। ব্যৰ্থতাৰ গ্লানি লাহে লাহে দূৰ হ'বলৈ ধৰিলে। হৃদয়-মন নতুন আলোকেৰে উদ্ভাসিত হৈ উঠিল। নতুন পথৰ যাত্ৰীয়ে যেন জ্যোতিক ক'লে— শিল্পীৰ সপোন ব্যৰ্থ হ'ব নোৱাৰে। জ্যোতিৰ দ্বিধা দ্বন্দ্ব, সংশয় আৰু বলিষ্ঠ আশাবাদ আৰু শেষ কালছোৱাত চিন্তাধাৰাৰ উত্তৰণ এই সকলো দিশ তেওঁৰ গীত আৰু কবিতাৰ মাজতেই সুন্দৰভাৱে প্ৰকাশ পাইছে। গীতৰ মাজতেই জ্যোতিয়ে যেন নিজকে সম্পূৰ্ণৰূপে ধৰা দিছে। নিজ শ্ৰেণীক বিশ্বাসঘাতকতা কৰি, জনসাধাৰণৰ পক্ষত থাকি শেষত খাটি খোৱা মানুহৰ বিপ্লৱী দৰ্শনত আশ্ৰয় বিচৰা জ্যোতিৰ ভিতৰৰ মানুহটোক বিচাৰি পাওঁ তেওঁৰ গীতত। আমি মাথোন কেইটিমান গীতহে উল্লেখ কৰিম।

স্বাধীনতা সংগ্ৰামত বিপ্লৱী জনতাক যেনেকৈ জ্যোতিৰ গীতে উদ্দীপনা যোগাইছিল তেনেকৈ স্বাধীনতা লাভৰ পিছত আশাহত নিৰীহ প্ৰজাই জ্যোতিৰ গীতত নিজক বিচাৰি পাইছে। মোহভংগৰ বেদনাহত শিল্পীক সংগ্ৰামী জনতাই জোকাৰি পেলালে— নতুন পথৰ যাত্ৰাৰ মাজত নিজকে আৱিষ্কাৰ কৰিলে। নতুন পথৰ যাত্ৰাক শিল্পীয়ে আদৰি ল'লে—

"মোৰ ঘৰলৈ নতুন আলহী
মোৰ পুৰণি দিনৰ গান
নকৰিবি অভিমান
নিচুকি থাকিবি বৈ
ন আলহী ন গানেৰে
আদৰি আনোগৈ।

মোৰ পুৰণি সুৰ
এই মোৰ ব্যাথা বেদনাৰে পূৰ
নকৰিবি তই ভয়
তোৰ কপালত আঁকি দিম মই
নতুন বৰ্ণচয়।"

যুগাগ্ৰগামী চিন্তাধাৰাৰ ধাৰক কমিউনিষ্ট কৰ্মীয়েই জ্যোতিৰ মনৰ কোঠাত নতুন আলহী হৈ প্ৰবেশ কৰিছে। অতীতৰ ব্যাথা কাটি কৰি থৈ জ্যোতিয়ে নতুন আলহীক আদৰিছে দৃঢ় প্ৰত্যয়েৰে। নতুন আলহীয়ে 'হজুৱা

বনুৱাৰ বুকুত নতুন সপোনৰ জুই জ্বলালে।' মিছা ভুৱা ভণ্ডামিৰ জাল ফালি জ্যোতি হৃদয়ত নতুন সত্যই ধৰা দিলে—

'দুখীয়াৰ চোতালেদি
পোহৰৰ বীণ বাই
ব'ৰাগী কোঁৱৰটি যায়
হজুৱা বনুৱাৰ
দুসাজি নিমিলাৰ
বুকুত নসপোনৰ
জুইয়ে জ্বলাই।
... ... ...
মোক অতদিনে আভুৱা ভাবিলে
মিছাৰ মায়াজালে তৰি
মিছাক সঁচা বুলি
নিজক বান্ধিবলৈ
কাটি দিলো পঘা জৰী।
... ... ...
অতদিনে মই
বৈয়ে চাই থাকিলো
কাঢ়ি খোৱা মোৰ
নিজে ৰন্ধা ভাতে পানী।
পোহৰ দেশৰে বৰাগী কোঁৱৰ ঐ
বীণৰে ভুঁইকঁপ কৰ
ভাগি যক ভাগি যক ধূলি হৈ উৰি যক
যতবোৰ মিছাৰে
ভুৱাৰে সজোৱা চলাহীৰে ঘৰে ঘৰ।"

তেতিয়াও নতুন ভাবাদৰ্শই জনজীৱনত খোপনি পুতিব পৰা নাই। নিৰীহ প্ৰজাই শ্ৰেণী শোষণৰো স্বৰূপ বুজি উঠা নাই। লক্ষ্য কৰিবলগীয়া কথা যে ১৯৪৩-৪৭ লৈকে জ্যোতিয়ে কোনো উল্লেখযোগ্য সাংস্কৃতিক অৱদান আগবঢ়োৱা নাছিল। ১৯৪৭ৰ পিছত বিশ্বৰ গণমুক্তিৰ পতাকাবাহী সাম্যবাদীৰ কণ্ঠত বাজি উঠিল নতুন সুৰ। এফালে গণ আন্দোলন আনফালে গণ সংস্কৃতি, জ্যোতিৰ বিদ্ৰোহী মন সাৰ পাই উঠিল। নতুন আলহীৰ কণ্ঠত শুনিলে জনতাৰ আশা-আকাংক্ষা, আনন্দ-বেদনা।

"অ' মোৰ পোহৰ বৰাগী
মানুহে তোক বোলে বলিয়া।
তোৰ লগ থাকোঁতেও লগ নাইকিয়া।
... ... ... ...
তোৰ যে মনৰ থিৰ পদুমত
জ্ঞানৰ পোহৰ পৰে
তোৰ যে গানে মনে মনে
দুখিতৰ মন হৰে
স্বাৰ্থ অন্ধলা ভূত-পিশাচৰ
আন্ধাৰত যাৰ জয়
আন্ধাৰত যি জীৱন বেহাই
পোহৰত যাৰ ক্ষয়।
তোৰ পোহৰৰ সাধু কথা
সি কি বুজি পাব?
... ... ... ...
যেয়ে বুলিছে বোলক বলিয়া
পোহৰ বিচৰা
কোটি আতুৰে
তোক ৰিঙিয়াই মাতে
ধৰ সিহঁতৰ হাতে হাতে।"

নতুন আলোকে উদ্ভাসিত কৰা শিল্পীৰ হৃদয়ত বাজি উঠিল নতুন সুৰ—

"ঝঙ্কৃত নৱজীৱনৰ ছন্দ
ফুলি উঠ
ফুলি উঠ
সাম্য সংস্কৃতিৰ
বিশ্ব উজ্জ্বলা অৰবিন্দ।"

নতুন সত্য উপলব্ধিৰ পিছত শিল্পীৰ হৃদয়ত বাজি উঠিল জনজীৱনৰ জয়গান—

"আৰু তো নিলিখো পদুম কলিৰ
কবিতা মই সখী
আৰুতো নাচাওঁ পদুম কলিৰ

পাহিবোৰ লেখি লেখি
আজি মই গাম
বোকাত জহি যোৱা
মানুহৰ জয় গান
কঁপাই জনৰ প্ৰাণ।”

জ্যোতিৰ চেতনাৰ এই পৰিণতিৰ অন্তৰালত যে এক নিৰ্দিষ্ট মতাদৰ্শ আছিল সেই সত্যক বহু জ্যোতি সমালোচকে স্বীকাৰ কৰি ল’ব নোখোজে। নতুন সমাজ বীক্ষাৰ প্ৰভাৱৰ কথা জ্যোতিয়ে দ্বিধাহীনভাৱে স্বীকাৰ কৰিছে।

“নতুন এই সমাজ নীতিৰ
কিতাপখনত গঁথা
কাৰনো মনৰ
সোণ সেৰীয়া
ৰূপ সেৰীয়া কথা
কিতাপখনত গঁথা।
কোন মনীষাত
জনগণৰ তীব্ৰ বেদনাই
সপোন দেখি ন জীৱনৰ
উচুপি উচুপি উঠিলে সাৰ পাই
সেইহে মনীষাই
দিব্য প্ৰভা দৰ্শনেৰে চাই
জনসমাজৰ অপূৰ্ব গান গায়।”

সেই একেদিনাই লিখা আন এটা গীতত কৈছে—

“অৰ্থনীতিৰ ফলত থাকে মানৱ সংস্কৃতিৰ হেজাৰ বিজাৰ আটক ধুনীয়া
নানা বৰণীয়া ফুল
গোন্ধত কৰে বিশ্ব আমোল মোল।”

জ্যোতিৰ চিন্তা জগতলৈ পৰিৱৰ্তন অনাত সহায় কৰা কিতাপৰ সম্পৰ্কত নগেন কাকতীয়ে লিখিছে— “মই প্ৰায়েই জ্যোতি দাদাক মাৰ্ক্সবাদৰ কিতাপ পত্ৰবোৰ দি আছিলো। এবাৰ মোৰ হাতত দুখন কিতাপ আছিল ঃ এখন The Studies in a dying culture আৰু আনখন Illusion and Reality ... কিতাপ দুখন জ্যোতি দাদাক এদিন দিলোগৈ। ... তেওঁ ক’লে— কিতাপ দুখনে মোক একেবাৰে জোকাৰি পেলাইছে। মোৰ চিন্তা-ভাৱনাক বৰকৈ প্ৰভাৱিত কৰিছে। বৰ ভাল লাগিছে কিতাপ দুখন।” (‘প্ৰকাশ’,

জানুৱাৰী '৮২)। মাৰ্ক্সবাদী লেখক কডৱেলৰ কিতাপেই নহয়, অন্যান্য মাৰ্ক্সীয় দৰ্শনৰ কিতাপো তেওঁ আগ্ৰহেৰে পঢ়িছিল। নতুন সমাজ দীক্ষা গ্ৰহণ কৰি, তাক জীৱনত প্ৰয়োগ কৰাৰ আগতেই তেওঁ মৃত্যুক সাৱটি লয়।

এই কথা অনস্বীকাৰ্য যে জ্যোতিৰ চেতনাৰ পৰা ভাববাদী চিন্তাধাৰা একেবাৰে অন্তৰ্হিত হৈছে বুলি ক'ব নোৱাৰি। আনহাতে এই সত্যও অনস্বীকাৰ্য যে জ্যোতিয়ে শেষ সময়ত গভীৰভাৱে উপলব্ধি কৰিছিল যে ওৱে জীৱন ধাৰণ কৰি অহা ভাৰতীয় আদৰ্শই মুক্তি পিয়াসী নিপীড়িত প্ৰজাক মুক্তি দিব নোৱাৰে। এই উপলব্ধিয়ে জ্যোতিক লৈ গৈছিল সাম্যবাদী ভাবাদৰ্শৰ ওচৰলৈ। জ্যোতিৰ চেতনা প্ৰবাহৰ এই পৰিণতিত অসমীয়া মধ্যবিত্ত সমাজ শঙ্কিত হৈ পৰিছিল। জ্যোতিৰ ৰূপান্তৰক ঢাকি ৰাখিবলৈ নিৰলসভাৱে এতিয়ালৈকে প্ৰচেষ্টা চলাই আছে। শঙ্কৰদেৱৰ পিছত অসমৰ জনমানস আলোড়িত কৰি সকলোৰে হৃদয় জিকিব পৰা শিল্পী আছিল জ্যোতিপ্ৰসাদ। সেয়ে জ্যোতিপ্ৰসাদৰ জ্যোতি চ্যুতিত মধ্যবিত্ত শঙ্কিত হৈ পৰি পুনৰ জাতত তুলিবলৈ প্ৰচেষ্টা চলোৱাটোত আচৰিত হ'বলগা একো নাই। এই ক্ষেত্ৰত মধ্যবিত্তৰ কাৰণে সুবিধা আছিল এটাই– নতুন পথত যাত্ৰা আৰম্ভ কৰাৰ আগতেই জ্যোতিয়ে মৃত্যুক আঁকোৱালি লৈছিল। জ্যোতি আৰু কেইবছৰমান জীয়াই থকা হ'লে তেওঁৰ পৰা কি পালোহেঁতেন– সেই চিন্তা অবাস্তৱ। জীৱনৰ শেষ পাঁচ বছৰত তেওঁ যি দি গ'ল সেইখিনিয়েই তেওঁৰ উত্তৰ পুৰুষক কৰ্ম প্ৰেৰণা যোগাই আছে আৰু থাকিব।

# অসমীয়া জাতীয়তাবাদৰ সূত্ৰধাৰ

অসমত যেতিয়াই কোনো জাতি সমস্যাৰ বা জাতীয় দ্বন্দ্বৰ উদ্ভৱ হয় তেতিয়াই অসমীয়া সংস্কৃতি সমন্বয়ৰ সংস্কৃতি, অসমীয়া জাতি বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণত হোৱা জাতি, অসমীয়া বুলি কোনো নিৰ্দিষ্ট জনগোষ্ঠী নাই– ইত্যাদি কথাৰে অসম মুখৰিত হয়। 'বিভেদৰ মাজত ঐক্য'ৰ সাধনা অসমৰ সমাজত যুগ যুগ ধৰি চলি আহিছে যদিও এনেবোৰ উক্তিয়ে প্ৰমাণ নকৰে যে, বাস্তৱত ঐক্য সাধিত হৈছে। পৰিস্থিতি বুজি পুনৰাবৃত্তি কৰি থকা এনেবোৰ কথা আৰু বিভিন্ন সামাজিক অনুষ্ঠান উৎসৱ আদিত বিভিন্ন জনগোষ্ঠীৰ লোক কৃষ্টিৰ প্ৰদৰ্শন, বিভেদৰ উপাদানবোৰৰ ক্ৰিয়াশীলতাৰেই ইংগিত দিয়ে। ঐক্যৰ সাধনাই বিভেদৰ উপাদানসমূহক (ভাষিক জনগোষ্ঠীৰ অস্তিত্ব, সহঅৱস্থান, বৰ্ণবাদ, জাতকুল) নিষ্ক্ৰিয় কৰি, জাতি গঠন প্ৰক্ৰিয়া সম্পূৰ্ণ কৰাত ব্যৰ্থ হোৱাৰ, ঐতিহাসিক কাৰণসমূহ অনুসন্ধান কৰাৰ বিপৰীতে অসমীয়া প্ৰভূত্বশালী শ্ৰেণীটোৱে প্ৰক্ৰিয়াটো ব্যাহত হোৱাৰ বাবে কিছুমান দৃশ্য-অদৃশ্য শক্তিক দোষ নিদি নিজক দোষমুক্ত কৰিবলৈ প্ৰয়াস কৰাহে পৰিলক্ষিত হৈছে। এনেবোৰ কথা আৰু কামে ইতিহাসৰ সজাগ অধ্যয়নৰ পৰিচয় নিদিয়ে।

ইতিহাসৰ সজাগ অধ্যয়নেহে আমাক বিকাশৰ পথৰ সন্ধান দিব পাৰে। এই ক্ষেত্ৰত অসমৰ প্ৰায়সকল পণ্ডিত গৱেষকেই অসমৰ সামাজিক ইতিহাসৰ অধ্যয়নৰ নামত বিভিন্ন জনগোষ্ঠীৰ প্ৰব্ৰজন কালানুক্ৰমিক তালিকা প্ৰস্তুত কৰাতে ব্যস্ত থাকিল আৰু আগ নাবাঢ়িলে। হয়তো তেখেতসকলৰ সামাজিক অৱস্থানে বাধা দিলে। এই প্ৰসংগত অসম সাহিত্য সভাৰ পাঠশালা অধিৱেশনৰ (১৯৮৭) আলোচনা চক্ৰত ড⁰ নগেন শইকীয়াই দিয়া সঞ্চালকৰ ভাষণ বিশেষভাৱে উল্লেখযোগ্য। আলোচনাৰ বিষয় আছিল ঃ "অসমৰ সামাজিক ইতিহাস ঃ পৰিৱৰ্তন আৰু পৰিৱৰ্দ্ধন।" অসমৰ সমাজ বিকাশৰ গতিধাৰাৰ বিষয়ে ক'বলৈ গৈ তেখেতে অসমত থকা বিভিন্ন জনগোষ্ঠীৰ এটা নৃতাত্ত্বিক ব্যাখ্যাহে দাঙি ধৰিবলৈ চেষ্টা কৰিলে। বিশেষ তথ্য-পাতি দাঙি নধৰাটো তাৎপৰ্যপূৰ্ণ। ভাষণখনত কিছু মূল্যবান কথা আছে, নতুন কথা অৱশ্যে একো নাই। অসমীয়া ভাষাই নিৰ্দিষ্ট ৰূপ পৰিগ্ৰহ কৰাৰ পিছৰে পৰা আধুনিক অসমীয়া জাতি গঠন প্ৰক্ৰিয়া আৰম্ভ হোৱালৈকে, এইছোৱা কালৰ অসমৰ সমাজখনৰ পৰিৱৰ্তন-পৰিৱৰ্দ্ধনৰ আৰ্থ-সামাজিক পটভূমি সম্পৰ্কে ড⁰ শইকীয়াই আলোচনা কৰা নাই। অথচ বিষয়টোৱে সিখিনিহে দাবী কৰিছিল– অসমৰ পৰিস্থিতিয়েও। তেখেতৰ মূল বক্তব্য হ'ল– খ্ৰীঃ পূঃ ৪ৰ্থ

শতিকাতে আৰ্যভাষা কোৱা আলপাইন বৈদ্যৰ লোকে, ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ মূল সুঁতি এটি পূৰণি অসমৰ ফালে বোৱাই আনিলে। অসমীয়া ভাষা আৰু সংস্কৃতিৰ বীজো তাতেই নিহিত আছিল। সেই ভাবাটোক সকলো জনগোষ্ঠীয়ে মিলি নিজৰ উপযোগী কৰি অসমীয়া ভাষাটো সৃষ্টি কৰিলে। (তেখেতৰ মতে বৰ্তমানৰ সামাজিক গোটবোৰৰ অধিকাংশই আলপাইনসকল অহাৰ সময়ত নাছিল। তথ্য প্ৰমাণ অৱশ্যে দাঙি ধৰা নাই)। আহোমসকলৰ কেন্দ্ৰীভূত শাসনে সকলো জনগোষ্ঠীকে একগোট কৰি একেটা সমাজ বান্ধোনৰ ভিতৰলৈ আনিলে আৰু বৈষ্ণৱ ধৰ্মই সকলোকে সংস্কৃতিৰ বৃত্তটোলৈ লৈ আহিল। ব্ৰিটিছ আহি অসমীয়া সমাজখনৰ ৰূপ সলনি কৰিলে আৰু সাম্ৰাজ্যবাদৰ সহযোগী বেপ্টিষ্ট মিশ্যনেৰীয়ে অসমীয়া মানুহৰ প্ৰাণত প্ৰথম ভাষাভিত্তিক সাংস্কৃতিক জাতীয় চেতনাৰ জাগৰণ ঘটালে। তেখেতৰ মতে এইদৰে অসমীয়া জাতি গঢ় লৈ উঠিবলৈ ধৰে। কেৱল ৰাজনৈতিক অপশক্তিবোৰৰ চক্ৰান্তইহে এতিয়া অসমীয়া জাতিক থানবান কৰিছে। যেনে সেই ৰাজনৈতিক অপশক্তিবোৰক (যিবোৰৰ নাম উল্লেখ কৰা নাই) আঁতৰাই পঠাব পাৰিলেই একে ৰাতিতেই অসমীয়া জাতি গঠন প্ৰক্ৰিয়া সম্পূৰ্ণ হৈ উঠিব। এনে ভ্ৰান্ত ইতিহাস চেতনাই জাতিটোক কেইবাবাৰো খালত পেলাইছে। অতীতৰ পৰা শিক্ষা লোৱা ভাল।

আমাৰ বিকাশৰ অন্তৰায়সমূহক স্পষ্টভাৱে চিহ্নিত কৰি সিবোৰক দূৰ কৰাৰ কাৰণে জনসাধাৰণক সংগঠিত কৰাৰ ওপৰতে জাতি সমস্যাৰ সমাধান নিৰ্ভৰ কৰিছে। অসমৰ শাসকবৰ্গ আৰু প্ৰভুত্বশালী শ্ৰেণীটোৱে অদৃশ্য শত্ৰুৰ ওপৰত দোষ জাপি দি বড়োসকলৰ সমস্যাটোৰ ঐতিহাসিক কাৰণ অনুসন্ধান কৰাৰ পৰা নিজকে বিৰত ৰাখিছে। দৈনিক বাতৰি কাকতসমূহেও একপাক্ষিকভাৱে বাতৰি পৰিবেশন কৰি অবড়োক, মাজে মাজে উত্তেজিত কৰা দেখা গৈছে। ইতিমধ্যে অবড়োসকলৰ মাজতো কিছুমান গোষ্ঠীবাদী সংগঠন গঢ়ি উঠিছে। শ্ৰীহোমেন বৰগোহাঁঞিয়ে সঠিকভাৱেই কৈছে যে— 'বৰ্তমান আত্মসমালোচনাৰ সময়'। আত্মউপলব্ধিও। সেইফালৰ পৰাই বড়োসকলৰ আন্দোলনক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা জাতি সমস্যাৰ কেইটামান ঐতিহাসিক দিশত আলোকপাত কৰিব খুজিছো।

জাতিৰ ধাৰণাটো আধুনিক যুগৰ সৃষ্টি আৰু ই পুঁজিবাদৰ বিকাশৰ লগত সম্পৰ্কিত। সেয়ে হ'লেও প্ৰাক্ পুঁজিবাদী যুগতেই নিৰ্দিষ্ট ভূখণ্ডত একে লগে বসবাস কৰি থকা মানুহৰ মাজত ভাষা, আচাৰ-আচৰণ মিলি এক গোষ্ঠী চেতনাৰ জন্ম হয় আৰু লাহে লাহে জাতিৰ উপাদানবোৰেও (ষ্টেলিন

নিৰ্দেশিত) মূৰ দাঙি উঠে। ঐতিহাসিক প্ৰক্ৰিয়াৰ মাজেৰে আহি আধুনিক ৰাষ্ট্ৰ গঠনৰ লগে লগে উপাদবোৰে এটা সংহত ৰূপ লাভ কৰা দেখা নাযায়। প্ৰাক্-- পুঁজিবাদী যুগত ভাৰতত Nation শব্দটোৰ কোনো সমাৰ্থক শব্দ সৃষ্টি হোৱা নাছিল। সেই কাৰণেই বোধকৰো ৰবীন্দ্ৰনাথ ঠাকুৰে ইংৰাজী Nation শব্দটোক ব্যৱহাৰ কৰাৰ পৰামৰ্শ দিছিল।

বিভিন্ন জনগোষ্ঠী অধ্যুষিত অসম একালত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যত. বিভক্ত আছিল তেতিয়াও অসমীয়াই অসমৰ উমৈহতীয়া ভাষা আছিল। আহোমসকলে অসমলৈ আহি নিজৰ ভাষা-সংস্কৃতি এৰি ইয়াৰ থলুৱা ভাষা-সংস্কৃতি গ্ৰহণ কৰি সকলোকে সামৰি এখন নতুন সমাজ গঠন কৰিছিল। ব্ৰহ্মপুত্ৰ উপত্যকা জুৰি আহোম ৰাজ্য গঠন কৰা কালতে, (আহোমৰ কেন্দ্ৰীভূত শাসন) অসমীয়া জাতিৰ মূল উপাদানবোৰ ঠন ধৰি উঠে। আহোমসকলৰ পৰাই 'অসম' আৰু 'অসমীয়া' শব্দ দুটাৰ জন্ম হয়। তেতিয়াও কিন্তু অসমীয়া জাতিটোৱে ৰূপ লাভ কৰা নাছিল। ৰাষ্ট্ৰ গঠনৰ উদ্দেশ্য সেই উপাদানবোৰক সচেতনভাৱে এটা সংহত ৰূপ দি জনসমষ্টিৰ মাজত সমষ্টি চেতনা জগাই তোলাৰ কামত লগোৱা হোৱা নাছিল। ব্ৰিটিছৰ অনুপ্ৰবেশৰ পিছতহে আধুনিক অসমীয়া জাতি গঠন প্ৰক্ৰিয়া এটাৰ সূত্ৰপাত হয়। সবল পুঁজিবাদৰ বিকাশেহে একোটা অঞ্চলৰ বিভিন্ন জনাগোষ্ঠীক একগোট কৰি এটা জাতিত পৰিণত কৰিব পাৰে। অসমৰ ক্ষেত্ৰত সেইটো সম্ভৱ নহ'ল। ব্ৰিটিছ সাম্ৰাজ্যবাদে জাতীয় পুঁজিৰ বিকাশ হ'বলৈ নিদিলে। কিন্তু ব্ৰিটিছৰ কেন্দ্ৰীভূত শাসনে এনে এটা অৱস্থাৰ সৃষ্টি কৰিলে যিটোৱে ব্ৰিটিছৰ অনিচ্ছা সত্ত্বেও অসমীয়া জাতি গঠনৰ এটা নতুন পথ উলিয়াই দিলে। ব্ৰিটিছ শাসন-শোষণৰ সুবিধাৰ কাৰণে জন্ম দিলে এটা মধ্য শ্ৰেণীৰ। কম দিনৰ ভিতৰতে এওঁলোক হৈ পৰিল ব্ৰিটিছৰ সোঁহাতস্বৰূপ। প্ৰাচীন অভিজাত শ্ৰেণীৰ পৰা নিৰ্বাচিত কৰা এই শ্ৰেণীটো আছিল মূলতঃ বৰ্ণহিন্দু। আহোমসকল ৰাজশক্তি হ'লেও বিদ্ৰোহী মনোভাৱৰ কাৰণে ব্ৰিটিছে তেওঁলোকক বিশ্বাসত ল'ব পৰা নাছিল। আনহাতে নথি-পত্ৰ ৰখাৰ অভিজ্ঞতাও তেওঁলোকৰ নাছিল। পশ্চিমৰ সভ্যতা- সংস্কৃতিৰ প্ৰভাৱ আৰু ব্ৰিটিছৰ পৃষ্ঠপোষকতা- এই দুয়োটাই বৰ্ণ হিন্দু প্ৰধান নতুন মধ্য শ্ৰেণীটোক সহজে প্ৰভুত্বশালী শ্ৰেণীত পৰিণত কৰিছিল। অথচ এওঁলোকৰ এজনো ৰাজ পৰিয়ালৰ নাছিল। একেটা ঐতিহাসিক প্ৰক্ৰিয়াই আহোম, কোচ, কছাৰী আদি ৰাজশক্তিসমূহক পিছপৰা সম্প্ৰদায়ত পৰিণত কৰিছিল। মনকৰিবলগীয়া যে আহোম ৰাজত্বৰ অৱসানৰ পিছতো বৰ্ণহিন্দু মধ্য শ্ৰেণীটোৱে সামন্তীয় মান-মৰ্যাদা হেৰুৱাব লগীয়া হোৱা নাছিল।

ব্ৰিটিছ প্ৰয়োজনজাত বৰ্ণ হিন্দু মধ্য শ্ৰেণীৰ আৰ্থিক জীৱন যিহেতু ব্ৰিটিছ পুঁজিৰ লগত সাঙোৰ খাই আছিল, আনফালে জনসংখ্যাৰ ফালৰ পৰাই তেওঁলোক আছিল সংখ্যালঘু গতিকে ব্ৰিটিছ শাসনৰ অংশীদাৰ হোৱাৰ বাহিৰে সমাজত প্ৰভুত্ব বিস্তাৰ কৰাৰ আন কোনো পথ তেওঁলোকৰ কাৰণে মুকলি নাছিল। সেয়ে তেওঁলোক ব্ৰিটিছৰ একান্ত অনুগত আছিল। অৱশ্যে ব্ৰিটিছে তেওঁলোকক নিজহাতে গঢ়িছিল। "আনন্দৰাম ঢেকিয়াল ফুকনক জেনকিন্‌ছ চাহাবে, মণিৰাম দেৱানক ডেভিড স্কট চাহাবে, হেমচন্দ্ৰ বৰুৱাক এণ্ড্ৰিউ চাহাবে, যাদুৰাম বৰুৱাক ৰেটছ চাহাবে মৰম কৰাতকৈও গঙ্গাগোবিন্দ ফুকনক ইডেন চাহাবে বেছি মৰম কৰিছিল।" (বেণুধৰ শৰ্মা গঙ্গাগোবিন্দ ফুকন পৃঃ ৬) অত্যধিক ব্ৰিটিছ আনুগত্য আৰু অৰ্থনৈতিক মেৰুদণ্ডহীনতাৰ কাৰণেই তেওঁলোকৰ মাজত সুস্থ জাতীয়তাবাদী চিন্তাধাৰা সোমাব পৰা নাছিল। পুঁজিবাদী ধ্যান ধাৰণাই আকৃষ্ট কৰিলেও সামন্ত অতীতৰ জগত সম্পৰ্ক ছেদ কৰিব পৰা নাছিল। কাৰণ তেওঁলোকৰ আৰ্থিক জীৱন ভূমি স্বাৰ্থৰ লগতো জড়িত আছিল। ব্ৰিটিছেও সামাজিক স্বাৰ্থতে সামন্তীয় ব্যৱস্থাৰ মূলোচ্ছেদ কৰা নাছিল। তথাপি ব্ৰিটিছৰ প্ৰশাসনীয় আৰু অৰ্থনৈতিক ব্যৱস্থাই, পুৰণি সমাজখনৰ মূল ভেটিটো একে ৰাখি, কিছু ৰূপান্তৰ সাধন কৰিছিল।

বৃটিছৰ আনুকুল্যত বৰ্ণহিন্দু মধ্য শ্ৰেণীটোৱে নিজকে অসমত প্ৰভুত্বশালী জাতি হিচাপে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। ৰাজনৈতিক আৰু সামাজিক নেতৃত্ব, প্ৰভাৱ-প্ৰতিপত্তি অটুট ৰখাৰ গৰজতে প্ৰয়োজন হৈছিল সকলো জনগোষ্ঠীৰ মাজত এক জাতীয় চেতনা জগাই তোলাটো। আধুনিক শিক্ষা আৰু বৃটিছৰ সংস্পৰ্শ এই দুয়োটাই মধ্য শ্ৰেণীৰ মাজত এক ভাষিক সাংস্কৃতিক চেতনা সঞ্চাৰ কৰিছিল। অসমীয়া ভাষা সাহিত্যৰ বিকাশ সাধনেৰে তেওঁলোকে সকলোৰে মাজত ভাষিক জাতীয় চেতনা জগাই তুলিবলৈ প্ৰয়াস কৰিছিল।

ব্ৰিটিছে নিজৰ সুবিধাৰ কাৰণেই অসমত বঙলা ভাষা প্ৰৱৰ্তন কৰিছিল। অসমীয়া মধ্য শ্ৰেণীয়ে বৃটিছক দোষমুক্ত কৰি বাংলাভাষী লোকক হে জগৰীয়া কৰিছিল। মধ্য শ্ৰেণীৰ নেতৃত্বত সংগঠিত আৰু পৰিচালিত অসমীয়া ভাষাৰ আত্ম-প্ৰতিষ্ঠাৰ সফল সংগ্ৰামে অসমত আংশিকভাৱে ভাষিক জাতীয় চেতনা সঞ্চাৰ কৰিব পাৰিলেও, অসমীয়া জাতি গঠন প্ৰক্ৰিয়াক আগবঢ়াই নিয়া আৰু সুস্থ অসমীয়া জাতীয়তাবাদী চিন্তাধাৰাৰ জন্ম দিয়াৰ ক্ষেত্ৰত অৰিহনা যোগাব পৰা নাছিল। অনস্বীকাৰ্য্য যে হেম চন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ নিবলস সাধনাই আধুনিক অসমীয়া ভাষা সাহিত্যৰ ভেটি

নিৰ্মাণ কৰি ভাষাভিত্তিক জাতীয় চেতনা সঞ্চাৰত সহায় কৰিছিল। অথচ আজিও বহু অসমীয়া পণ্ডিত, বুদ্ধিজীৱী, শ্ৰমিকে সম্ৰাজ্যবাদৰ সহযোগী মিশ্যনেৰীসকলকেই অসমীয়া ভাষিক জাতীয় চেতনাৰ জন্মদাতা হিচাপে আখ্যা দি আছে। এনে অত্যধিক ব্ৰিটিছ নিৰ্ভৰশীলতাৰ কাৰণেই মধ্য শ্ৰেণীৰ ভাষিক জাতীয় চেতনাত স্বাধীনতাৰ স্পৃহা সোমাব পৰা নাছিল। তথাপি ভাষা সংগ্ৰামে বৰ্ণহিন্দু প্ৰধান মধ্য শ্ৰেণীটোক, নিজকে প্ৰভুত্বশালী অসমীয়া জাতি হিচাপে প্ৰতিষ্ঠা কৰাত সহায় কৰিছিল। পাহৰিলে ভুল হ'ব যে ভাষাক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা বঙালীবিৰোধী জাতীয়তাবাদৰ বিপৰীতে উগ্ৰজাতীয়তাবাদৰ বীজহে ৰোপণ কৰিছিল।

ব্ৰিটিছৰ শাসন-শোষণ ব্যৱস্থাই এফালে যেনেকৈ সুবিধাভোগী এটা মধ্য শ্ৰেণীৰ জন্ম দিছিল, আনফালে তেনেকৈ জন্ম দিছিল সেই শাসন-শোষণবিৰোধী নিপীড়িত বঞ্চিত কৃষক কৃষি শ্ৰমিক শ্ৰেণীৰ। এই সংখ্যাগৰিষ্ঠ শ্ৰেণীটোৰ অধিক সংখ্যকেই অবৰ্ণহিন্দু বিভিন্ন জনগোষ্ঠীৰ আৰু হিন্দুৰ তথাকথিত নিম্নজাতৰ লোক আৰু মুছলমান। ব্ৰিটিছ প্ৰশাসনৰ বৰজাপিৰ তলত বহিবলৈ পাই বৰ্ণ হিন্দু মধ্য শ্ৰেণীটো ব্ৰিটিছ ভক্তিত গদ গদ হৈ পৰিছিল। (যিজন লোকক আজিও অসমীয়া পণ্ডিতে অসমীয়া জাতীয়তাবাদ আৰু নৱজাগৰণৰ জন্মদাতাৰ সন্মান দি আছে, সেইজন আনন্দৰাম ঢেকিয়াল ফুকনে ঘৰৰ দেৱতা গোপালৰ কিৰিটিটো মহাৰাণী ভিক্টোৰিয়াৰ আৰ্হিত সোণেৰে কৰাই লৈছিল। এনে প্ৰভু দাসসুলভ আনুগত্যই সুস্থ জাতীয়তাবাদৰ জন্ম দিয়াটো সম্ভৱ আছিল নে? আনফালে সাধাৰণ প্ৰজাৰ শাৰীলৈ অৱনমিত ৰাজশক্তিসমূহ আৰু বিভিন্ন জনগোষ্ঠীৰ কৃষক প্ৰজাই শোষণ নিপীড়ণত অতীষ্ঠ হৈ ব্ৰিটিছৰ বিৰুদ্ধে সশস্ত্ৰ প্ৰতিৰোধ ৰচনা কৰিছিল। ১৮৬১ত নগাঁৱৰ ফুলগুৰিতেই প্ৰথম সশস্ত্ৰ কৃষক বিদ্ৰোহ আৰম্ভ হৈছিল। উনবিংশ শতিকাৰ তাৰ পিছৰ কালছোৱাৰ অসমৰ ইতিহাস কৃষক বিদ্ৰোহৰ ইতিহাস। বিদ্ৰোহ সংগঠিত হৈছিল 'ৰাইজমেল'ৰ নেতৃত্বত। গাঁৱৰ ৰাইজৰ এজন হিচাপে ভূস্বামী মধ্যশ্ৰেণীটোৰ দুই-এজন থাকিলেও নেতৃত্ব দিছিল ৰাইজেই। ৰাইজ মেলৰ নেতৃত্ব সমূহীয়া নেতৃত্ব. গাঁৱৰ সম্ভ্ৰান্ত মধ্য শ্ৰেণীটোৱে 'ৰাইজমেল'ত সহযোগ কৰিছিল এটা নিৰ্দিষ্ট সীমালৈকেহে। খাজনা শোষণে তেওঁলোকৰ ক্ষতি কৰিছিল। কিন্তু ব্ৰিটিছৰ বিৰুদ্ধে অস্ত্ৰ ধৰাৰ সময়ত তেওঁলোকে কৃষকৰ পিছত থিয় দিয়া নাছিল। নিৰাপদ দূৰত্বত থাকি ব্ৰিটিছৰ প্ৰতিহে আনুগত্য প্ৰকাশ কৰিছিল। মৌজাদাৰ, মণ্ডল, সত্ৰাধিকাৰ, পুৰোহিত, গাঁওবুঢ়া এইসকলেই আছিল গাঁৱৰ আগবঢ়া মধ্যশ্ৰেণী-বৃটিছ স্বাৰ্থৰ প্ৰহৰী।

পৰাধীন জাতিৰ জাতীয়তাবাদ বুলি ক'লে, স্বাধীনতা চেতনা আৰু বিদেশী প্ৰভুত্ব অস্বীকাৰ কৰাটোকে বুজায়। গতিকে ফুলগুৰি, পথৰুঘাট, লাচিমা, শিৱসাগৰ আদি অঞ্চলত বিক্ষিপ্তভাৱে সংগঠিত কৃষক বিদ্ৰোহসমূহেই প্ৰকৃততে অসমত সাম্ৰাজ্যবাদবিৰোধী অসমীয়া জাতীয়তাবাদৰ উৰ্ব্বৰ ভূমি প্ৰস্তুত কৰিছিল। তাৰ বিপৰীতে মধ্য শ্ৰেণীৰ নেতৃত্বত সংগঠিত ভাষিক-সাংস্কৃতিক আন্দোলনে অসমত ব্ৰিটিছ শাসন গজগজীয়া কৰাত অৰিহণা যোগাইছিল, বিনিময়ত মধ্যশ্ৰেণীয়ে অসমত নিজৰ প্ৰভাৱ অটুট ৰাখিবলৈ সক্ষম হৈছিল আৰু উপৰঞ্চি হিচাপে অসমীয়া জাতিলৈ উপহাৰ হিচাপে দিছিল উগ্ৰজাতীয়তাবাদ।

সেই ধাৰণাৰে অসমীয়া জাতি সমস্যাৰ সমাধান বিচৰা শাসকবৰ্গই, ব্ৰিটিছ আমোলত শোষণ ব্যৱস্থাই অসমত জন্ম দিয়া ওপৰত উল্লিখিত শ্ৰেণী দুটাৰ উদ্ভৱ আৰু বিকাশৰ পটভূমিতে অসমীয়া জাতীয়তাবাদৰ চৰিত্ৰ নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিলে, সমাধানৰ সূত্ৰ বিচাৰি পাব বুলি আশা কৰিব পাৰি।

# বিচ্ছিন্নতাবাদৰ অধিনায়ক

উনবিংশ শতিকাৰ শেষৰ চাৰিটা দশকৰ অসমৰ ইতিহাস কৃষক বিদ্ৰোহৰ ইতিহাস। বড়ো, কছাৰী, ডিমাছা, তিৱা, ৰাভা, মিচিং আদি জনগোষ্ঠী উজনিৰ আহোম আৰু অন্যান্য পিছ পৰা সম্প্ৰদায় আৰু হিন্দুৰ চাৰিবৰ্ণৰ একেবাৰে তলৰ ফালে থকা কৃষকসকলৰ নেতৃত্বতেই সংগঠিত হৈছিল এই বিদ্ৰোহ। অৱশ্যে অসমৰ সকলো অঞ্চলতে একেটা ৰূপত এই বিদ্ৰোহ সংগঠিত হোৱা নাছিল। খাজনা আৰু অন্যান্য কৰ আদায়ৰ নামত চলোৱা নিষ্ঠুৰ দমন-নিপীড়নে কৃষকসকলক সংগঠিতভাৱে প্ৰতিৰোধ গঢ়ি তুলিবলৈ বাধ্য কৰিছিল। শ শ কৃষকে ব্ৰিটিছৰ বন্দুক বেয়নেট আৰু লাঠীৰ উত্তৰ দিছিল, লাখুটি আৰু চ'তমহীয়া পথাৰৰ চপৰাৰে। ১৮৬১ৰ নগাঁৱৰ ফুলগুৰিৰ কৃষকে বিদ্ৰোহৰ পিছতেই সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাজুৰি বিক্ষিপ্তভাৱে বিক্ষোভ-বিদ্ৰোহ সংগঠিত হৈছিল। ১৮৬০-৬২ লৈকে চলা জয়ন্তীয়া বিদ্ৰোহ, ১৮৭৪ৰ মণিপুৰী আৰু লুচাই বিদ্ৰোহ এই প্ৰসংগত উল্লেখযোগ্য। ইয়াৰ ভিতৰত ১৮৯৩-৯৪ৰ দৰং- কামৰূপৰ সশস্ত্ৰ বিদ্ৰোহেই আছিল প্ৰধান। খাজনা বৃদ্ধিৰ প্ৰতিবাদত উজনিৰ কোনোবা এজন মৌজাদাৰৰ ঘৰত অগ্নিসংযোগ কৰাকে ধৰি উজনিত বিভিন্ন ঘটনা সংঘটিত হৈছিল।

এই বিদ্ৰোহ-বিক্ষোভৰ মূল শক্তি আছিল জনজাতি প্ৰধান বিভিন্ন জনগোষ্ঠীৰ কৃষকসকল। তেওঁলোকে আমাৰ কাৰণে কোনো লিখিত বিৱৰণ থৈ যোৱা নাছিল। কিন্তু সেই সেই অঞ্চলৰ গাঁৱৰ মানুহৰ মাজতে আজিও ঘটনাবোৰ সজীৱ হৈ আছে। সাম্ৰাজ্যবাদী ঐতিহাসিকে উল্লেখ কৰা নাছিল কাৰণেই আমি সেই মৃত্যুহীন সংগ্ৰামী ঐতিহ্যক অস্বীকাৰ কৰিম নেকি? ড০ হীৰেন গোহাঁই, ড০ অমলেন্দু গুহ, কেশৱ নাৰায়ণ দত্ত আদি কেইগৰাকীমান চিন্তাশীল লেখকৰ বাহিৰে প্ৰতিষ্ঠিত ঐতিহাসিক-সকলে কৃষক বিদ্ৰোহবোৰৰ প্ৰতি সুবিচাৰ কৰা নাই। এই অনাস্থাৰ মূলতে ঐতিহাসিকসকলৰ সামাজিক অৱস্থান বুলি অনুমান কৰাৰ যথেষ্ট থল আছে। গেইট চাহাবৰ 'A History of Assam'ত ফুলগুৰি কৃষক বিদ্ৰোহৰ উল্লেখ নথকাটো সহজেই অনুমেয়। কিন্তু অসমীয়া ঐতিহাসিক-বুদ্ধিজীৱীৰ বহুতেই ফুলগুৰি বিদ্ৰোহক, ব্ৰিটিছবিৰোধী বিদ্ৰোহ হিচাপে স্বীকৃতি দিব নোখোজাৰ কাৰণ অনুসন্ধানৰ বিষয়। আফু খেতি বন্ধ কৰাৰ কাৰণে ফুলগুৰিৰ ৰাইজে কৰা প্ৰতিবাদ হিচাপে বিদ্ৰোহটোক এটা গুৰুত্বহীন ঘটনালৈ ৰূপান্তৰিত কৰিবলৈ বিচৰাটো তাৎপৰ্যপূৰ্ণ। এই বিদ্ৰোহৰ নেতৃত্ব দিছিল জনজাতীয় লালুং সম্প্ৰদায়ৰ কৃষকসকলে। অৱশ্যে অন্যান্য সম্প্ৰদায়ৰ লোকেও তাত সহযোগ

কৰিছিল। নিপীড়িত কৃষকৰ সেই বিদ্ৰোহক 'কানীয়াৰ বিক্ষোভ' আখ্যা দিয়া হ'ল। 'ফুলগুৰিৰ ধেৱা' নামৰ গ্ৰন্থখনিৰ লিখক বেণুধৰ কলিতাই লিখিছে, "কিন্তু হজুৱা মানুহৰ মূল্যহীন বিদ্ৰোহ বুলি ইয়াক জ্ঞান কৰাটো অসমীয়া জাতিৰ এটা কলঙ্ক।"

মহাবিদ্ৰোহৰ কালছোৱাতেই নগাঁৱৰ ফুলগুৰি অঞ্চলৰ লালুং-কোচ সম্প্ৰদায়ৰ কৃষকসকলে ব্ৰিটিছৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবলৈ শাল পাতি যুদ্ধৰ সঁজুলি তৈয়াৰ কৰিছিল। দেৱানক ফাঁচি দিয়াৰ লগে লগে সেই আয়োজন সিমানতে অন্ত পৰিল যদিও ৰাইজৰ মনৰ পৰা ক্ষোভ দূৰ নহ'ল। খাজনা বৃদ্ধি আৰু বিভিন্ন কৰৰ বোজাই কৃষক প্ৰজাক কোঙা কৰি পেলাইছিল। আফু খেতি কৰাটো বন্ধ কৰাৰ লগে লগে ৰাইজ ক্ষোভত ফাটি পৰিল। ব্ৰিটিছৰ অন্যায় অবিচাৰক কেনেকৈ প্ৰতিৰোধ কৰিব পাৰি তাৰে উপায় উদ্ভাৱনৰ কাৰণে ফুলগুৰিত পাঁচদিনীয়া 'মেল' বহুৱাবলৈ ৰাইজে সিদ্ধান্ত কৰিলে। কথা মতে কাম হ'ল। চতুৰ্থ দিনত 'মেল'ত বহি থকা ৰাইজৰ মাজত উপস্থিত হৈ নগাঁৱৰ এচিষ্টেণ্ট কমিশ্যনাৰ চিংগাৰ চাহাবে ৰাইজৰ হাতৰ পৰা নিজেই লাখুটি কাঢ়ি নিব খোজোতেই আৰম্ভ হ'ল সংঘৰ্ষৰ। ঘটনাস্থলীতে ৩৯ জন মানুহক হত্যা কৰা হ'ল বুলি বেণুধৰ কলিতাই উল্লেখ কৰিছে।

সমগ্ৰ অসমতে খাজনা বৃদ্ধি কৰিছিল, বিভিন্ন বস্তুত কৰ লগাইছিল আৰু আফু খেতি বন্ধ কৰিছিল। গতিকে বিদ্ৰোহৰ কাৰণ স্থানীয় নাছিল। যোগেন্দ্ৰ নাৰায়ণ ভূঞাই তেখেতৰ 'মহাফেজখানাৰ খিড়িকীয়েদি' গ্ৰন্থত সঠিকভাৱেই কৈছে যে 'আফু খেতি কেৱল নগাঁৱতেই নিষিদ্ধ হোৱা নাছিল, সমগ্ৰ অসমতে হৈছিল। কিন্তু সমসাময়িক কালছোৱাত অসমত ফুলগুৰি এখনহে ওলাইছিল।' ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইতিহাস বিভাগৰ শিক্ষক ড° শ্ৰুতিদেৱ গোস্বামীয়ে 'North East Quarterly'ৰ আগষ্ট '৮২ সংখ্যাত ফুলগুৰি বিদ্ৰোহৰ বিষয়ে উল্লেখ কৰি কৈছে 'Fortunately the trouble didnot spread to the neighbouring areas ...' তেখেতৰ সিদ্ধান্ত হ'ল 'While the uprising at Phulguri was entirely due to local causes and was not accentuated by any organised feeling of indignation and hatred for the British rule ...' ড° গোস্বামীৰ ইতিহাস চেতনা সম্পৰ্কে সন্দেহৰ অৱকাশ আছে। তদুপৰি তেখেতে সচেতনভাৱে ব্যৱহাৰ কৰা 'fortunately' শব্দটোৱে ব্ৰিটিছৰ পক্ষত থাকিয়েই বিদ্ৰোহটো বিচাৰ কৰা যেন ধাৰণা হয়। কাৰণ ব্ৰিটিছৰ শোষণ প্ৰক্ৰিয়াই যে বিদ্ৰোহটোৰ উৎস

আছিল সেইটো অস্বীকাৰ কৰি তেখেতে তাৰ মূল কাৰণ স্থানীয় অসন্তুষ্টি বুলি উল্লেখ কৰিছে। তৎকালীন অসমত ৰাইজ মেলেই আছিল শক্তিশালী গণসংগঠন। ফুলগুৰিৰ কৃষক প্ৰজা 'মেল'ৰ বান্ধোনৰ ভিতৰত নথকা হ'লে এনে প্ৰতিৰোধ সম্ভৱ নহ'লহেঁতেন। প্ৰায় দহ-বাৰখন গাঁৱৰ মানুহ একগোট হৈছিল। বাৰগএগ্রা (বাৰখন গাঁৱৰ প্ৰতিনিধি থকা) 'মেল'ৰ নিৰ্দেশ ধৰ্মগুৰুয়েও অমান্য কৰিব নোৱাৰিছিল। আজিও 'ৰাইজ মেল'ৰ প্ৰভাৱ গাঁৱৰ সমাজত লক্ষ্য কৰা যায়। এই বিদ্ৰোহৰ পিছত ১৮৯৩-৯৪ৰ দৰং-কামৰূপৰ কৃষক বিদ্ৰোহে সমগ্ৰ অসমতে ব্ৰিটিছবিৰোধী চেতনাৰ সঞ্চাৰ কৰিছিল। কঠোৰ হাতেৰে দমন কৰিলেও এই বিদ্ৰোহবোৰে ব্ৰিটিছক সচকিত কৰি তুলিছিল আৰু আনফালে অসমীয়া সংগ্ৰামী জাতীয়তাবাদৰো ভিত্তি ৰচনা কৰিছিল।

কৃষক বিদ্ৰোহৰ এই কালছোৱাত উদীয়মান অসমীয়া মধ্যশ্ৰেণীয়ে ব্ৰিটিছৰ আনুকূল্যত অসমীয়া ভাষা-সাহিত্যৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামৰ মাজেৰে নিজকে প্ৰভুত্বশালী জাতি হিচাপে প্ৰতিষ্ঠা কৰাত ব্যস্ত আছিল। খাজনা বৃদ্ধিয়ে মধ্য শ্ৰেণীৰো ক্ষতি সাধন কৰিছিল, তথাপি তেওঁলোকে কৃষকৰ সশস্ত্ৰ প্ৰতিৰোধৰ পিছত থিয় দিব পৰা নাছিল। কাৰণ ইতিমধ্যেই ব্ৰিটিছ শাসকবৰ্গ কৃষক প্ৰজাৰ ওপৰত বিক্ষুব্ধ হৈ পৰিছিল। আনহাতে, তৎকালীন ঐতিহাসিক অবস্থাত তেওঁলোকে ব্ৰিটিছৰ শৰণাপন্ন নহৈ উপায়ো নাছিল। সেয়ে তেওঁলোকে সাৰ্বজনিক সভা গঠন কৰি আবেদন-নিবেদনৰে কৃষক প্ৰজাৰ সমস্যা সমাধানৰ নামত ৰজা- প্ৰজাৰ মাজত মধ্যস্থতাকাৰীৰ ভূমিকা পালন কৰিছিল। কৃষকৰ সংগঠিত সংগ্ৰামী শক্তিক মধ্য শ্ৰেণীৰ স্বাৰ্থৰ অনুকূলে পৰিচালিত কৰাৰ প্ৰয়োজনতে জন্ম হৈছিল 'সাৰ্বজনিক সভা'ৰ। খাজনা বৃদ্ধি কৰাত সভাই দুখ প্ৰকাশ কৰি প্ৰস্তাৱ গ্ৰহণ কৰিছিল, বিদ্ৰোহী কৃষকক কেতিয়াবা জেলৰ পৰা খালাচ কৰি আনিছিল, সভাৰ এনেবোৰ কামে ব্ৰিটিছক অসন্তুষ্ট কৰা নাছিল। শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীয়ে 'জগন্নাথ বৰুৱাৰ জীৱনী' গ্ৰন্থত লিখিছে— তেওঁৰ আৰ্থিক অৱস্থা কিছু টনকিয়াল হ'লত অসমীয়া মানুহক ৰাজনৈতিক কথা আলোচনা কৰাৰ প্ৰণালী শিকাবৰ উদ্দেশ্যে যোৰহাটত সাৰ্বজনিক সভা স্থাপন কৰে।' জগন্নাথ বৰুৱাৰ ৰাজনীতিৰ ৰথৰ চকা ঘৰ্ঘৰ কৰি চলিছিল সংগ্ৰামী কৃষক প্ৰজাৰ বুকুৰ ওপৰেদি। সেই ৰাজনীতিৰ আদৰ্শগত ভিত্তি ৰচনা কৰিছিল 'আসাম বন্ধু' 'জোনাকী' কাকতে। তাৰ পিছত জন্ম হৈছিল 'ৰায়ত সভা'ৰ। শেষত ১৯০৩ত 'আসাম এছোছিয়েশ্যন' গঠন কৰি মধ্য শ্ৰেণীয়ে নিজৰ ৰাজনৈতিক নেতৃত্বৰ ভেটিটো সুদৃঢ়কৈ বান্ধিছিল। অৱশ্যে কিছু জনহিতকৰ কাম কৰি মধ্য শ্ৰেণীয়ে কিছু-সংখ্যক কৃষকক এছোছিয়েশ্যনৰ ভিতৰলৈ আনিবলৈ সক্ষম হৈছিল।

ভাৰতীয় জাতীয় কংগ্ৰেছ গঠন হোৱাৰ পিছতো অসমীয়া মধ্য শ্ৰেণীয়ে সৰ্বভাৰতীয় জাতীয়তাবাদৰ ফালে গিঠি দি পংগু আঞ্চলিক জাতীয়তাবাদৰ গুৰিতহে সাৰপানী দিছিল। পথৰুঘাট, লাচিমাত শতাধিক কৃষক ব্ৰিটিছ বৰ্বৰতাৰ বলি হোৱাৰ কিছুদিনৰ পিছতেই (১৮৯৪ৰ ১৬ ফেব্ৰুৱাৰীত) জগন্নাথে কলিকতালৈ গৈ বৰলাটক অভিনন্দন পত্ৰ দি ৰাজভক্তি নিবেদন কৰিছিল। কৃষক বিদ্ৰোহৰ যে তেওঁলোক অংশীদাৰ নাছিল, বৰলাটৰ ওচৰত জগন্নাথে তাকেই প্ৰমাণ কৰিছিল। এইদৰে এফালে ব্ৰিটিছৰ নিষ্ঠুৰ দমন নিপীড়ন, আনফালে মধ্য শ্ৰেণীৰ সচেতন প্ৰচেষ্টাৰ ফলত কৃষকৰ মাজত সংগ্ৰামী চেতনা কিছু পৰিমাণে স্তিমিত হোৱাটো লক্ষ্য কৰা গৈছিল। তথাপি প্ৰবীণসকলৰ বাধা নেওচি নিজ শ্ৰেণী স্বাৰ্থৰ পৰা মুক্ত যুৱ-ছাত্ৰৰ একাংশেই সৰ্বভাৰতীয় জাতীয়তাবাদৰ বীজ অসমত ৰোপণ কৰিছিল। ধৰ্মৰ দোহাই দি যুৱ-ছাত্ৰক সংগ্ৰামী ৰাজনীতিৰ পৰা আঁতৰত ৰাখিবলৈ মধ্য শ্ৰেণীয়ে প্ৰচেষ্টা চলাইছিল (বেজবৰুৱাই ছাত্ৰ সন্মিলনত দিয়া ভাষণ) কিন্তু তাত সফল হ'ব নোৱাৰি 'অসম সাহিত্য সভা' গঠন কৰি এছোছিয়েশ্বনৰ আঞ্চলিক জাতীযতাবাদৰ আদৰ্শগত ভেটি নিৰ্মাণ কৰিছিল। লক্ষ্য কৰিবলগীয়া যে যুৱ-ছাত্ৰৰ সাম্ৰাজ্যবাদবিৰোধী জাতীয চেতনাই কৃষক প্ৰজাৰ মাজত পুনৰ সংগ্ৰামী চেতনা জগাই তুলিছিল। ১৯২১ত এছোছিয়েশ্বনে ভাৰতীয় জাতীয় কংগ্ৰেছক বাট এৰি দিবলৈ বাধ্য হৈছিল। সেয়ে হ'লেও অত্যন্ত প্ৰভাৱশালী বৰ্ণহিন্দু প্ৰধান মধ্য শ্ৰেণীটোৱেই অসম কংগ্ৰেছৰ নেতৃত্ব দখল কৰিছিল।

স্বাধীনতা লাভৰ পিছতো এওঁলোকেই হৈ পৰিছিল অসমৰ ৰাইজৰ নেতৃত্বদায়ী শক্তি। ঊনবিংশ শতিকাতে আহোমসকলে বৰ্ণহিন্দু নেতৃত্বৰ বিৰুদ্ধে ক্ষোভ প্ৰকাশ কৰিছিল (১৮৯৩)। প্ৰতিখন অধিৱেশনতে বিভিন্ন জনগোষ্ঠীৰ প্ৰতি বৰ্ণ হিন্দু নেতৃত্বই কৰা অবিচাৰৰ মুকলি আলোচনা হৈছিল অসম কংগ্ৰেছকো বৰ্ণ হিন্দু লীগ আখ্যা দিছিল। তথাপি কৃষক প্ৰজাৰ মাজত সংগ্ৰামী ঐতিহ্য সতেজ হৈ থকাৰ কাৰণেই সকলোৱে ঐক্যবদ্ধভাৱে স্বাধীনতা সংগ্ৰামৰ জনজাগৰণৰ বোৱতী সুঁতিত নিজকে মিলাই দিছিল। অথচ তেতিয়াও বৰ্ণ হিন্দু প্ৰধান নেতৃত্বই বিকাশৰ অন্যতম বাধা, জাতি বৰ্ণ, গোষ্ঠীৰ সীমা অতিক্ৰম কৰি বিভিন্ন জনগোষ্ঠীৰ সামাজিক-সাংস্কৃতিক আৰু অৰ্থনৈতিক বিকাশ সাধনৰ চিন্তা কৰাৰ বিপৰীতে সকলোকে অসমীয়া কৰাৰ ওপৰতহে গুৰুত্ব দিছিল।

জনগোষ্ঠীসমূহৰ বিকাশ সাধন কৰি নতুন এক সমাজ সম্পৰ্ক গঢ়ি তুলি, বহলভিত্তিত অসমীয়া সমাজখন গঠন কৰাৰ কাৰণে স্বাধীনতা লাভে

নেতৃত্বৰ হাতলৈ যথেষ্ট সুযোগ আনি দিলে। সেই সুযোগ গ্ৰহণ নকৰি তেওঁলোকে সকলোকে অসমীয়া কৰি নিজৰ প্ৰভাৱ প্ৰতিপত্তি অটুট ৰখাৰ, এৰি অহা পথ অনুসৰণ কৰিলে। ষাঠিৰ দশকত আৰম্ভ হ'ল ৰাজ্য ভাষা আন্দোলন। আকৌ আৰম্ভ হ'ল শিক্ষাৰ মাধ্যম আন্দোলন। পুনৰ ভ্ৰাতৃঘাটি সংঘৰ্ষ। স্বেচ্ছাই সকলোৱে অসমীয়া ভাষা গ্ৰহণ কৰিব পৰা এক অনুকূল পৰিবেশ সৃষ্টি কৰিব নোৱাৰিলে কিয়? এসময়ত সকলোৱে অসমীয়া ভাষা কৈছিল— অসমীয়া ভাষা আছিল Lingua franca, কোনো ভাষা আন্দোলন কৰি সেই কাম কৰা হোৱা নাছিল। নিজৰ প্ৰয়োজনতে অসমীয়া ভাষা গ্ৰহণ কৰিছিল। সেই প্ৰয়োজন আজি কিয় অনুভৱ নকৰা হ'ল? (এই বিষয়ে বহল আলোচনাৰ থল আছে। চমুকৈ ক'ব পাৰি অসমীয়া ভাষা-সাহিত্যই প্ৰাথমিক প্ৰয়োজনখিনিকে এতিয়াও পূৰণ কৰিব পৰা নাই। ভাষাটোক বিজ্ঞানসন্মত আধুনিক ৰূপ দিয়াৰ কামখিনিও সম্পূৰ্ণ হোৱা নাই।

আজি প্ৰয়োজন হৈছে আত্মজিজ্ঞাসাৰ, ইতিহাসৰ সঠিক মূল্যায়নৰ। তেতিয়াহে নিশ্চয় বুজি পাম বিচ্ছিন্নতাবাদৰ বীজ কোনে, ক'ত, কেতিয়া, কিভাবে ৰোপণ কৰিছিল। বুজি পাম এনে ধৰণৰ জাতি সমস্যা আপোন শক্তিৰে জীয়াই আছে নে কোনোবাই নিজ স্বাৰ্থ ৰক্ষাৰ কাৰণে জীয়াই ৰাখিছে। এই নিষ্ঠুৰতম সমাজ সত্যক, ঐতিহাসিক পটভূমিত বিচাৰ কৰি চাই উপলব্ধি কৰিব পৰাৰ ওপৰতে জাতি সমস্যা সমাধানৰ সঠিক পথৰ সন্ধান লাভ নিৰ্ভৰ কৰিছে। ইতিমধ্যে নিৰপেক্ষভাৱে দাঙি ধৰা 'সূত্ৰধাৰ'ৰ প্ৰতিবেদনবোৰে (বড়ো আন্দোলন সম্পৰ্কিত) অসমীয়া প্ৰভুত্বশালী শ্ৰেণীটোৰ সামাজিক-ৰাজনৈতিক নেতৃত্বৰ স্বৰূপ উলংগ কৰি দিছে। অৰ্থনৈতিকভাৱে দুৰ্বল এই শ্ৰেণীটোৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে ৰাজনৈতিক ক্ষমতা দখলৰ ওপৰতে। আগৰ সামন্তীয় পদমৰ্যাদাৰো খুঁটি লৰিছে। তদুপৰি বড়ো আন্দোলনে তেওঁলোকৰ ৰাজনৈতিক নেতৃত্বৰ সংকট ঘনীভূত কৰি তুলিছে। এনে পৰিস্থিতিত তেওঁলোকে 'নিজৰ দোষ ঢাকি ৰাখি বড়ো আন্দোলনকাৰীক বিচ্ছিন্নতাবাদী আখ্যা দি আৰু ইয়াৰ অন্তৰালত দৃশ্য অদৃশ্য শক্তিৰ কল্পনা কৰি অসমৰ জনমত তেওঁলোকৰ অনুকূলে পৰিচালিত কৰাৰ প্ৰয়াস কৰিছে আৰু এটা ঘটনাক শাসক গোষ্ঠীয়ে জাতীয় স্বাৰ্থ বুলি নিজৰ স্বাৰ্থত ব্যৱহাৰ কৰিব খুজিছে! 'কেন্দ্ৰীয় বিশ্ববিদ্যালয়ৰ স্থান সম্পৰ্কত শাসকগোষ্ঠী, দুই-এটা সংগঠন আৰু 'কোনো কোনো বাতৰি কাকতে তীব্ৰ প্ৰতিবাদ কৰাটোৱে পুনৰ প্ৰমাণ কৰিলে বিচ্ছিন্নতাবাদৰ পৃষ্ঠপোষক কেৱল কেন্দ্ৰীয় শাসক গোষ্ঠীয়েই নহয় অসমৰ শাসকবৰ্গও। প্ৰশ্ন হয় কাছাৰ অসমত নহয়নে কি? কাছাৰত কেন্দ্ৰীয় বিশ্ববিদ্যালয়খন হ'লে তিনিখন বিশ্ববিদ্যালয় থকা ব্ৰহ্মপুত্ৰ-উপত্যকাৰ কি ক্ষতি

হয়? কেন্দ্ৰৰ সিদ্ধান্তৰ প্ৰতি শাসকবৰ্গই আদৰণি জনোৱাহেঁতেন কাছাৰবাসী বাইজৰ সমস্ত সহানুভূতি অসমৰ বাকী বাইজে সহজে আদায় কৰি ব্ৰহ্মপুত্ৰ আৰু বৰাকৰ মাজত মধুৰ সম্পৰ্কৰ এখন সেতু নিৰ্মাণ কৰিব পাৰিলেহেঁতেন। তাতোকৈ ডাঙৰ কথা কেন্দ্ৰীয় চৰকাৰৰ, অসমৰ জনগণৰ মাজত বিদ্বেষৰ উপাদানবোৰ সক্ৰিয় কৰি ৰাজনৈতিক মুনাফা আদায় কৰাৰ গোপন উদ্দেশ্যক ব্যৰ্থ কৰিব পৰা গ'লহেঁতেন। আজি যদি কাছাৰত বিচ্ছিন্নতাবাদে মূৰ দাঙি উঠে তেন্তে তাৰ বাবে কোন দায়ী হ'ব? এনেকৈ ৰাজ্যখনৰ অখণ্ডতা ৰক্ষা কৰিব পৰা হ'ব নে?

ওপৰৰ আলোচনাৰ পৰা এটা কথা নিশ্চয় স্পষ্ট হৈছে যে বৰ্ণহিন্দু প্ৰধান অসমীয়া প্ৰভুত্বশালী শ্ৰেণীটোৱে ৰাজনৈতিক নেতৃত্ব দখল আৰু ৰক্ষাৰ কাৰণে প্ৰায়েই নিজৰ স্বাৰ্থক জাতীয় স্বাৰ্থ হিচাপে দাঙি ধৰি আহিছে। যাৰ ফলত নেতৃত্বৰ প্ৰতি প্ৰত্যাহ্বান জনাই জন্ম হৈছে গোষ্ঠীবাদী সংগঠনৰ— আন্দোলনৰ। এতিয়া যদি বড়ো আন্দোলনকাৰী আৰু আন জনগোষ্ঠীক বিচ্ছিন্নতাবাদী আখ্যা দিয়া হয় তেন্তে ইতিহাসে অসমৰ ৰাজনীতি আৰু সমাজৰ ধাৰক বিধায়কসকলকহে বিচ্ছিন্নতাবাদৰ অধিনায়ক বুলি ৰায় দিব।

# অসমৰ অবিকশিত জনগোষ্ঠী আৰু সামাজিক বঞ্চনা

অসমৰ জনগোষ্ঠীসমূহৰ ক্ষোভ আজিৰ নহয়, ব্ৰিটিছ আমোলৰ পৰাই তেওঁলোকে বৰ্ণ হিন্দু প্ৰধান প্ৰভূত্বশালী শ্ৰেণীটোৰ বিৰুদ্ধে ক্ষোভ প্ৰকাশ কৰি আহিছে। স্মৰণযোগ্য যে সেই শ্ৰেণীটোৱে তেতিয়াৰে পৰা অসমৰ ৰাজনৈতিক নেতৃত্বক সিংহভাগ দখল কৰি আহিছে। সমস্যাটোৰ উৎপত্তিৰ ঐতিহাসিক কাৰণ অনুসন্ধান নকৰিলে তাৰ মৰ্ম উপলব্ধি কৰাটো সহজ সাধ্য নহ'ব। কেঁচু খান্দোতে সাপ ওলোৱাৰ ভয়ত আমি সকলোৱেই কেতিয়াবা চৰকাৰক, কেতিয়াবা বড়ো আন্দোলনকাৰীক দোষ দি থকা দেখা গৈছে। চাপৰিলে যিহেতু মেঘ নাতৰে, গতিকেই ঐতিহাসিক সত্য উন্মুক্ত কৰি সমস্যাটো স্থায়ী-ভাৱে সমাধান কৰাহে যুগুত হ'ব।

'বুধবাৰ'ৰ (প্ৰথম বছৰ প্ৰথম সংখ্যা, ১৯ এপ্ৰিল '৮৯) সম্পাদকীয়ত কেইটামান নতুন কথা কোৱা হৈছে-- "জনজাতি বাইজৰ সমস্যাৱলী যথাযথভাৱে উপলব্ধি কৰাৰ ক্ষেত্ৰত গণ পৰিষদ চৰকাৰে যে সামগ্ৰিকভাৱে ব্যৰ্থ হৈছে তাত আমিও দ্বিমত ৰাখিব খোজা নাই। কিন্তু গণ পৰিষদ চৰকাৰ আঁতৰি গ'লেই অথবা এওঁলোক জনজাতি আন্দোলনকাৰীসকলৰ সৈতে বুজাপৰালৈ আহিলেই যে জনজাতি সমস্যাৰ সমাধান হ'ব তাৰো কিন্তু কোনো নিশ্চিতি নাই। গণ পৰিষদ চৰকাৰৰ কাৰ্যকলাপত সম্প্ৰতি যি জনজাতিবিৰোধী নীতি দেখিবলৈ পোৱা বুলি অভিযোগ উত্থাপিত হৈছে, সেয়া দৰাচলতে আমাৰেই সামাজিক জীৱনৰ দুৰ্বলতাৰ প্ৰতিফলন মাত্ৰ। আৰু সেইবাবেই আমাৰ সামাজিক চৰিত্ৰৰ পৰা যেতিয়ালৈকে জনজাতিবিৰোধী ভাব আৰু চিন্তাবিলাক আঁতৰ নহয়, তেতিয়ালৈকে কেৱল চৰকাৰী নীতি আৰু সিদ্ধান্তৰে জনজাতি সমস্যাৰ সমাধান সম্ভৱ হ'ব নোৱাৰে।" পিছ পৰা জনগোষ্ঠীসমূহৰ ক্ষেত্ৰত বহুখিনি কাৰণ সামাজিক। জনগোষ্ঠীসমূহে তেওঁলোকৰ ভাষা-সংস্কৃতিৰে, আৰ্যমূলীয়া অসমীয়া ভাষা-সংস্কৃতি সমৃদ্ধিশালী কৰি এটা সময়ত ইয়াক অসমৰ উমৈহতীয়া ভাষাত পৰিণত কৰিছিল, আহোমসকলে নিজৰ ভাষা-সংস্কৃতি এৰি, অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰি, এক কেন্দ্ৰীভূত প্ৰশাসনীয় ব্যৱস্থাৰে, সকলো জনগোষ্ঠীকে একগোট কৰি, অসমীয়া হিচাপে এটা জাতি থিয় কৰাইছিল। কিন্তু সেই জনগোষ্ঠীসমূহে বৰ্ণ হিন্দুপ্ৰধান অসমীয়া সমাজখনত প্ৰবেশাধিকাৰ লাভ কৰিব নোৱাৰিলে। তেওঁলোক সদায়ে সমাজৰ চাৰিবেৰৰ বাহিৰতেই থাকি গ'ল। এয়া সামগ্ৰিকভাৱে অসমীয়া সমাজখনৰ দুৰ্বলতা নহয়-- উচ্চবৰ্ণৰে গঠিত এটা শ্ৰেণীৰহে। বৰ্ণ আৰু

জাতিভেদ প্ৰথাৰ একেবাৰে তলখাপত থকা মানুহখিনিও নিপীড়িত-তেওঁলোকেও সামাজিক মুক্তি বিচাৰে।

বৰ্ণ আৰু জাতিভেদ প্ৰথা নিৰাপদ শাসন-শোষণৰ কাৰণেই উপযুক্ত অস্ত্ৰ, কাৰণ ই নিপীড়িত মানুহক ধৰ্মৰ নামত ভাগ ভাগ কৰি ৰাখে আৰু শ্ৰেণী শোষণক এটা ধৰ্মীয় ৰূপ দিবলৈ সুবিধা কৰি দিয়ে। বৰ্ণবাদী সমাজ ব্যৱস্থাৰ ধাৰক বিধায়কসকলে নিজৰ স্বাৰ্থতে ইয়াক জীয়াই ৰাখিছে। ৰাজনৈতিক নেতৃত্ব দখলতো বৰ্ণ হিন্দু সংস্কাৰৰ ভূমিকা লেখত ল'বলগীয়া। গতিকে বৰ্ণ হিন্দুপ্ৰধান প্ৰভুত্বশালী শ্ৰেণীটোৰ, বৰ্ণবাদী দৃষ্টিভংগীহে শাসক গোষ্ঠীৰ নীতিত প্ৰতিফলিত হৈছে, অসমীয়া জাতিৰ নহয়। এটা শ্ৰেণীৰ মনোভাৱক, এটা জাতিৰ মনোভাব হিচাপে গ্ৰহণ কৰিলে, আমি শুদ্ধ সিদ্ধান্তত উপনীত হ'ব নোৱাৰিম।

অসম তথা ভাৰতীয় সমাজত বৰ্ণবাদ আৰু জাত-পাতৰ বিচাৰ আজিও সক্ৰিয়। শাসকবৰ্গই ইয়াক নিজ শ্ৰেণীস্বাৰ্থ ৰক্ষাৰ কাৰণে ব্যৱহাৰ কৰি আহিছে। অসমৰ প্ৰভুত্বশালী শ্ৰেণীটো বৰ্ণ হিন্দুপ্ৰধান, তেওঁলোকেই অসমৰ ৰাজনৈতিক নেতৃত্বত সিংহভাগ দখল কৰি আহিছে। শ্ৰেণী বিভক্ত সমাজৰ ইতিহাসৰ চালিকা শক্তি শ্ৰেণী সংগ্ৰাম, এই কথাৰ নিশ্চয় কাৰো দ্বিমত নাই। কিন্তু বৰ্ণ আৰু জাতিভেদে য'ত সামাজিক-ৰাজনৈতিক নীতি নিৰ্দ্ধাৰণত বিশেষ ভূমিকা লয়, তেনে এখন সমাজত শ্ৰেণী সংগ্ৰামেও বহু সময়ত জাত-পাতৰ সংগ্ৰামৰ মাজেৰেই আত্মপ্ৰকাশ কৰে। আনহাতে, শাসক গোষ্ঠীৰ নিজৰ ভিতৰৰ দ্বন্দ্ব জাত-পাতৰ মাজেৰেই প্ৰকাশ পায়। অসমৰ সামাজিক-ৰাজনৈতিক ইতিহাসত তাৰ যথেষ্ট প্ৰমাণ আছে।

ইংৰাজসকলৰ সাম্ৰাজ্যিক প্ৰয়োজনত জন্ম লাভ কৰা বৰ্ণ হিন্দুপ্ৰধান অসমীয়া মধ্য শ্ৰেণীটোৱে এওঁলোকৰ পৃষ্ঠপোষকতাতেই ৰাজনৈতিক নেতৃত্বত সিংহ ভাগ দখল কৰি নিজকে, বিভিন্ন জনগোষ্ঠী অধ্যুষিত অসমত প্ৰভুত্বশালী শক্তি হিচাপে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। স্বাধীনতা লাভৰ পৰবৰ্তী কালছোৱাৰ ইতিহাসলৈ লক্ষ্য কৰিলে দেখা যায় যে সেই প্ৰভুত্বশালী শ্ৰেণীটোৱেই (মাজতে কেইবছৰমান বাদ দি) ৰাজনৈতিক নেতৃত্ব দখল কৰি আছে। গোপী বৰদলৈৰ আকস্মিক বিয়োগত বিষ্ণুৰাম মেধীয়ে কিছুদিনৰ কাৰণে অসম চৰকাৰক নেতৃত্ব দিব লগা হৈছিল। বেছি দিন থাকিব নোৱাৰিলে। সেই সময়ত অসম কংগ্ৰেছৰ, লোকসভা আৰু বিধানসভাৰ সদস্যসকল দুটা দলত বিভক্ত হৈ পৰিছিল। ১৯৫৭ চনৰ নিৰ্বাচনত লোকসভাৰ উপদলটোৰ (বিমলা চলিহা, দেবেশ্বৰ শৰ্মা, দেৱকান্ত বৰুৱা

কামাখ্যা প্ৰসাদ ত্ৰিপাঠী আদি) বিমলা চলিহাৰ বাহিৰে বাকীকেইজন অসম বিধানসভালৈ নিৰ্বাচিত হৈছিল। বিষ্ণু মেধীক অসমৰ ৰাজনীতিৰ পৰা আঁতৰাই, মাদ্ৰাজৰ গৱৰ্ণৰ পাতি বিমলা চলিহাক মুখ্যমন্ত্ৰী নিযুক্ত কৰিছিল। সুদীৰ্ঘ তেৰ বছৰ এমাহকাল তেওঁ নেতৃত্বত আছিল। চলিহাৰ মৃত্যুৰ পিছত মহেন্দ্ৰ মোহন চৌধুৰী মুখ্যমন্ত্ৰী আছিল কিছুদিনৰ কাৰণে। ১৯৭২ত প্ৰথমবাৰৰ কাৰণে শৰৎ সিংহৰ নেতৃত্বত অসমত অবৰ্ণ হিন্দু চৰকাৰ গঠিত হয়। অনস্বীকাৰ্য যে তুলনামূলকভাবে সিংহ চৰকাৰে কিছু উন্নয়নমূলক আৰু জনহিতকৰ কাম কৰাৰ উপৰিও, সিংহ নিজে গাঁৱৰ কৃষক ৰাইজৰ ওচৰ চাপি গৈছিল। তাৰ পিছৰছোৱা কাল ৰাজনৈতিক অস্থিৰতাৰ কাল। শিক্ষাৰ মাধ্যম, অস্তিত্ব ৰক্ষা আদি আন্দোলনৰ কাল। এই আন্দোলনসমূহৰ মূল শক্তি আছিল কৃষক আৰু গাঁৱৰ জনসাধাৰণ। অথচ আমি ভাবি চোৱা নাই তেওঁলোকে এই আন্দোলনৰ পৰা কি পালে। অস্তিত্ব ৰক্ষাৰ ছবছৰীয়া আন্দোলনৰ পিছত আঞ্চলিক দলৰ এখন চৰকাৰ গঠন কৰি, দিছপুৰত বিজয়ধ্বজা উৰুৱাই, ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহি নঙলামুখ পাওঁতেই, ইফালে আৰম্ভ হ'ল বড়োসকলৰ আন্দোলন। তাৰ পিছত অন্যান্য পিছপৰাসকলেও ক্ষোভ প্ৰকাশ কৰিবলৈ ধৰিলে। ছবছৰীয়া আন্দোলনৰ কিয় এই পৰিণতি?

অসমৰ অবিকশিত জনগোষ্ঠীৰ সমস্যাই আজি প্ৰতিজন ব্যক্তিকে সচকিত কৰি তুলিছে অথচ এতিয়াও আমি আনৰ ওপৰত দোষ জাপি দি দায়িত্ব এৰাই চলিবলৈ বিচাৰিছো। বড়ো সমস্যা সমাধানৰ কাৰণে আজি বিশেষভাবে প্ৰয়োজন হৈছে— আত্মবিশ্লেষণ আৰু একাগ্ৰতা। স্বাধীনতাৰ পৰৱৰ্তী কালছোৱাত জনগোষ্ঠীসমূহৰ আৰ্থিক-সামাজিক কোনোটো দিশৰেই উন্নতি লক্ষ্য কৰা নাযায়। বড়ো ভাষাই শিক্ষাৰ মাধ্যম হিচাপে স্বীকৃতি পালে। তাৰ কাৰণে বড়োসকলেহে আন্দোলন কৰিছিল। ভাষাই লাভ কৰা মৰ্যাদাৰ বাহিৰে তেওঁলোকে আৰু একো নাপালে। নাপালে সামাজিক মৰ্যাদাও। সমাজ জীৱনৰ পৰা বিচ্ছিন্ন কৰি ৰাজনৈতিক সমস্যা হিচাপে বড়ো আন্দোলনটোক বিচাৰ কৰিলে সমাধানৰ সঠিক পথৰ সন্ধান নাপাম। সমস্যাটো ৰাজনৈতিক হ'লেও অৰ্থনৈতিক ভেটিৰ ওপৰত গঢ়ি উঠা আমাৰ সমাজ জীৱনৰ লগত সম্পৰ্কিত। গতিকে কোনো ৰাজনৈতিক চুক্তিয়ে বড়ো জনসাধাৰণৰ আকাংক্ষা পূৰণ কৰিব নোৱাৰে।

আমিও ভাবোঁ অসমৰ পৰা আঁতৰি গ'লেই বড়োসকলৰ স্বপ্ন সত্য হৈ নুঠে। সেই কথা তেওঁলোকৰ নেতৃত্বয়ো জানে। তথাপি তেওঁলোকে তাকেই বিচাৰিছে। কিয়? এই দাবী বহুকাল আগৰে পৰা কৰি আহিছে। জাতি

দন্তৰ নিচাত অসমীয়া শাসক গোষ্ঠীয়ে তাক আওকাণ কৰিছিল। অৰ্থনৈতিক অনগ্ৰসৰতা যথাসম্ভৱ দূৰ কৰি তেওঁলোকৰ আশা-আকাংক্ষাৰ প্ৰতি চকু দিয়াৰ আগতে অসমীয়া প্ৰভুত্বশালী শ্ৰেণীটোৱে তেওঁলোকৰ ওপৰত অসমীয়া ভাষা জাপি দি প্ৰথমে অসমীয়া কৰিবলৈ বিচাৰোতেই, তেওঁলোক ক্ষোভত ফাটি পৰিল। একালত অসমীয়াই শিক্ষাৰ মাধ্যম আছিল— আছিল অসমৰ উমৈহতীয়া ভাষা (লিংগুৱা ফ্ৰাঙ্ক)। কি উন্নতি হৈছিল তেওঁলোকৰ? বড়ো, বড়ো হৈয়ে থাকিল— জনজাতীয় সমাজ বেষ্টনী ভাঙি উন্নত সমাজ পদ্ধতিৰ বহল সমাজ এখনৰ মাজলৈ উলিয়াই আনিব নোৱাৰিলে। বৰ্ণ হিন্দু প্ৰধান অসমীয়া সমাজৰ চাৰিবেৰৰ বাহিৰতেই থাকিল। 'বুধবাৰ'ৰ সম্পাদকে ঠিকেই লক্ষ্য কৰিছে যে তেওঁলোকক "সামাজিক মৰ্যাদাও দিয়া হোৱা নাই।" আজিৰ পৰিস্থিতিত সকলোৱে সন্মিলিত প্ৰচেষ্টাৰে বৰ্ণ হিন্দু সংস্কাৰৰ বিৰুদ্ধে থিয় দিব লাগিব— সম মৰ্যাদাৰ এক সামাজিক সম্পৰ্ক গঢ়ি তোলাৰ কাৰণে, এটা প্ৰক্ৰিয়াৰ জন্ম দিয়াৰ একাগ্ৰ বাসনাৰে। চকু কাণ মেলি থকা সকলোৱে নিশ্চয় দেখিছে, শুনিছে, অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰা কেইবা শ বছৰৰ পিছতো তেওঁলোক বড়ো, কছাৰী, মিচিং আদি হিচাপেই থাকি গ'ল। অস্তিত্ব ৰক্ষাৰ আন্দোলনে জাতি গঠন প্ৰক্ৰিয়া আগবঢ়াই নিয়াৰ ক্ষেত্ৰত কোনো ভূমিকা ল'ব নোৱাৰাটোৱে আন্দোলনটোৰ উগ্ৰজাতীয়তাবাদী চৰিত্ৰ আৰু আনফালে লক্ষ্যবস্তুত নিপীড়িত জনসাধাৰণৰ মুক্তিৰ দাবীৰ অনুপস্থিতিকে সূচনা কৰে। অসমত উগ্ৰজাতীয়তাবাদে বৰ্ণ হিন্দুপ্ৰধান প্ৰভুত্বশালী শ্ৰেণীটোক সহায় কৰে— জনসাধাৰণক নহয়। অবাধ প্ৰব্ৰজনে এটা জাতিক— সামাজিক আৰু অৰ্থনৈতিকভাৱে গভীৰ সংকটৰ মুখলৈ ঠেলি দিয়ে— তাত কাৰো দ্বিমত নাই, থাকিব নোৱাৰে। সেয়ে জাতিটোৰ অস্তিত্ব বিপন্ন হোৱাৰ আশংকা কৰিয়েই আন্দোলনটোত ৰাইজ উবুৰি খাই পৰিছিল। আন্দোলনটোৰ পৰা ৰাইজে কি পালে নাপালে সেই বিষয়ে আমি ক'ব খোজা নাই। আমি ক'ব খুজিছো যে এই আন্দোলনে অসমৰ জাতীয় জীৱনৰ মূল সমস্যা কোনবোৰ সেইখিনি পুনৰ তুলি ধৰিছিল। আমি তাৰ ভিত্তিত গণ আন্দোলন সংগঠন কৰাৰ প্ৰয়োজন আছে।

অসমৰ ৰাইজে আজি নিশ্চয় বুজি পাইছে, অসমৰ ভৱিষ্যৎ বিকাশৰ পথৰ অন্তৰায় শক্তি কোনবোৰ, কোনবোৰ শক্তিয়ে জাতি গঠন প্ৰক্ৰিয়া ব্যাহত কৰিছে। চুক্তিপত্ৰৰ চিয়াঁহী শুকাবলৈ পোৱা নাই, অসমত পুনৰ জাতি সমস্যাই মূৰ তুলি উঠি হিংস্ৰ ৰূপ ধাৰণ কৰিলে। এয়েই প্ৰমাণ কৰে যে ভাৰতত বিকাশমান কোনো জাতিসত্তাৰে নিজকে পূৰ্ণবিকশিত ৰূপ দিয়াৰ অধিকাৰ নাই। অসমৰ প্ৰাকৃতিক সম্পদত থলুৱা লোকৰ কোনো অধিকাৰ নাই,

জাতিটোৰ সৰ্বাংগীন বিকাশৰ আঁচনি প্ৰস্তুত কৰি সেই মতে কাম কৰাৰ অধিকাৰ নাই, আটাইতকৈ ডাঙৰ কথা আমাৰ অধিকাৰ নাই-- একেখন মজিয়াতে আহোম, বড়ো, বামুণ, কোঁচ, গোঁসাই, কছাৰী, কলিতা আদি একেলগে বহি এসাজ খোৱাৰ। কোনো কাঢ়ি নিলে এই অধিকাৰ? বিদেশী নাগৰিকে? ৰাইজে আজি নিশ্চয় ক'ব-- নহয়। এইবোৰ সমাজ সত্যক গভীৰ আৰু সঠিকভাৱে উপলব্ধি কৰাৰ মাজেৰেহে আমি জাতিটোক গঢ়ি তুলিব পাৰিম।

অসমৰ সম্পদ অবাধে লুণ্ঠন কৰি আছে দেশী-বিদেশী পুঁজিপতিয়ে ভাৰতীয় বৃহৎ পুঁজিৰ শোষণে অসমবাসী ৰাইজক কোঙা কৰি পেলাইছে। ভাৰতীয় বুৰ্জোৱাৰ স্বাৰ্থৰ পক্ষে থকা সংবিধানে, জনসাধাৰণৰ জীয়াই থকাৰ মানবীয় অধিকাৰক বাস্তৱত স্বীকৃতি দিয়া নাই। মনত ৰখা ভাল, ভাৰতীয় পুঁজিপতি শ্ৰেণীটোৱেই ভাৰতীয় মহাজাতিটো নহয়। (জাতি আৰু জনসাধাৰণ দুয়োটা ধাৰণাকে একাকাৰ কৰি পৰিস্থিতি বিচাৰ কৰাৰ ফলত আমি বহুক্ষেত্ৰত ভুল সিদ্ধান্তত উপনীত হওঁ। দুয়োটা সমাৰ্থক নহয়।) ভাৰতীয় সংবিধানে বিভিন্ন জাতিসত্তাক কাৰাগাৰত বন্দী কৰি, ভাৰতীয় বৃহৎ পুঁজিৰ চিকাৰত পৰিণত কৰিছে। ভাৰত যুক্তৰাষ্ট্ৰ নহয়-- ইয়াত বিভিন্ন জাতিসত্তাৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ নাই। এনে এটা ৰাষ্ট্ৰযন্ত্ৰত পূৰ্ণৰাজ্য লাভ কৰাৰ পিছতো কোনো জনগোষ্ঠীয়ে নিজকে বিকশিত এটা জাতিসত্তাত পৰিণত কৰিব নোৱাৰে। সৰ্বোপৰি ভাৰতীয় সমাজখনৰ বুকুত খামোচ মাৰি ধৰি থকা বৰ্ণবাদ আৰু জাতিভেদে খাটি খোৱা জনসাধাৰণক (আন্দোলন বা সংগ্ৰামৰ মূল শক্তি) ভাগ ভাগ কৰি ৰাখিছে। এইপাট অস্ত্ৰকে লৈ ভাৰতীয় পুঁজিপতিয়ে যুগ যুগ ধৰি নিৰাপদে আমাৰ ওপৰত শাসন-শোষণ চলাই আছে। গতিকে অসমৰ অৱদমিত জনগোষ্ঠীসমূহৰ মাজত ঐক্য গঢ়ি তুলি জাতি গঠন প্ৰক্ৰিয়া সম্পূৰ্ণ কৰিবলৈ হ'লে কেন্দ্ৰীয় চৰকাৰ, দেশী-বিদেশী বৃহৎ পুঁজি ভাৰতীয় সংবিধান আৰু বৰ্ণ হিন্দু সংস্কাৰৰ বিৰুদ্ধে নিৰ্দিষ্ট আদৰ্শৰ ভিত্তিত লক্ষ্য বস্তু স্থিৰ কৰি, এক শক্তিশালী গণ আন্দোলনৰ কাৰ্যসূচী গ্ৰহণ কৰিব লাগিব।

বৰ্তমানৰ জ্বলন্ত সমস্যাটোৰ ক্ষেত্ৰত আমি ক'ব খোজোঁ যে ভাৰতীয় সংবিধান সংশোধনৰ (আমূল পৰিবৰ্তন) দাবী আগত ৰাখি অসমক ফেডাৰেল ভিত্তিত পুনৰ গঠন কৰাৰ বাহিৰে সমাধানৰ আন পথ নাই। কাৰণ অসম চৰকাৰে সকলো জনগোষ্ঠীৰে আনুগত্য আদায় কৰাত চূড়ান্তভাৱে ব্যৰ্থ হৈছে। জাতি গঠন প্ৰক্ৰিয়া পুনৰ ব্যাহত হৈছে। ইতিহাসৰ পৰা শিক্ষা লোৱা ভাল। বৰ্ণ হিন্দুৰ আধিপত্যৰ বিৰুদ্ধে ১৮৯৩ ৰ ১৩ মে'ত 'আহোম এছোছিয়েচন'

(আহোম সভা) প্ৰতিষ্ঠিত হয়। এয়েছিয়েখনে অসম কংগ্ৰেছক 'বৰ্ণ হিন্দু লীগ' আখ্যা দিছিল। অৱনমিত হিন্দু-মুছলমানকে ধৰি সকলো জনগোষ্ঠীকে বৰ্ণ হিন্দু আধিপত্যৰ বিৰুদ্ধে থিয় দিবৰ কাৰণে সভাই আহ্বান জনাইছিল। ১৯৪৮ত আহোম, চাহ শ্ৰমিক আৰু বিভিন্ন জনগোষ্ঠী লগ লাগি 'সৰ্বদল' গঠন কৰিছিল। 'সৰ্বদলে'ও অসম কংগ্ৰেছক বৰ্ণ হিন্দু হিচাপেই গণ্য কৰিছিল। ষাঠিৰ দশকত জন্ম লাভ কৰে 'টাই আহোম মঙ্গোলীয় পৰিষদ' আৰু 'ভৈয়াম জনজাতি পৰিষদ'। এই গোষ্ঠীবাদী সংগঠনসমূহ যে বৰ্ণ হিন্দু নেতৃত্বৰ বিৰুদ্ধেই গঢ়ি উঠিছে তাত লেশমানো সন্দেহ নাই। গতিকে ফেডাৰেল গাঁথনিৰ কথা চিন্তা কৰো যে ভাৰতীয় সংবিধানৰ লগতে বৰ্ণ হিন্দু সংস্কাৰৰ বিৰুদ্ধেও থিয় দিব লাগিব (কাৰণ শৰণ-ভজন লৈ অসমীয়া জাতিৰ একেবাৰে তলৰ এটা জাত হিচাপে নিজকে কোনো জনজাতীয় লোকে চিনাকি দিবলৈ নিবিচৰাটো স্বাভাৱিক)। অন্যথাই আমাৰ সকলো আঁচনি ব্যৰ্থতাত পৰ্যবসিত হ'ব।

# অসমীয়া জাতীয়তাবাদ আৰু অসম সাহিত্য সভা

## (অসমীয়া জাতীয়তাবাদৰ উৎস সন্ধান)

### (১)

ভাৰতবৰ্ষত আজি জাতি সমস্যাই এক জটিল ৰূপ ধাৰণ কৰিছে। বহু অঞ্চলত ই উগ্ৰজাতীয়তাবাদৰ ৰূপ পৰিগ্ৰহ কৰিছে। অসমতো জাতি সমস্যাই মাজে মাজে উগ্ৰজাতীয়তাবাদৰ ৰূপ লোৱাটো নিশ্চয় সকলোৱে লক্ষ্য কৰিছে। অস্তিত্ব ৰক্ষাৰ চেতনাই বৃহৎ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াক বাট এৰি দিয়াৰ বিপৰীতে অসমৰ বিভিন্ন ভাষিক জনগোষ্ঠীৰ মাজত সন্দেহৰ বীজ সিঁচি দিছে। ইতিমধ্যে কিছু অংকুৰিতও হৈছে। ফলত বিচ্ছিন্নতাবাদে মূৰ তুলি উঠিছে। চৰকাৰী, বেচৰকাৰী বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ সমন্বয়-সম্প্ৰীতি ৰক্ষাৰ বিভিন্ন প্ৰচেষ্টাৰ কিয় এই পৰিণতি? গতিকে, এই প্ৰশ্নৰ সঠিক উত্তৰৰ বাবে জাতিটোৱে অতিক্ৰম কৰি অহা পথৰ বস্তুনিষ্ঠ মূল্যায়নৰ আজি অতীব প্ৰয়োজন হৈ পৰিছে। কিন্তু তাৰ বিপৰীতে আমি দুখেৰে লক্ষ্য কৰিছোঁ যে সমন্বয়-সম্প্ৰীতিৰ অন্তঃসাৰশূন্য প্ৰচেষ্টাৰ লগত সমান্তৰালভাবে চলি আছে, অতীতৰ কেইজনমান যুগন্ধৰ মহামনীষাৰ গুণানুকীৰ্তন বা প্ৰশস্তিৰে অসমীয়া জাতিৰ ভৱিষ্যতৰ পথ আলোকিত কৰাৰ এক নিৰলস প্ৰচেষ্টা। আমি পাহৰি গৈছোঁ যে পুৰণিৰ প্ৰতি এই অন্ধ মোহ জাতীয় আত্মবিকাশৰ পৰিপন্থী আৰু এই বিস্মৃতিয়ে আমাক অভীষ্ট লক্ষ্যৰ পৰা বহু যোজন আঁতৰাই লৈ আহিছে। অতীত– অতীত ৰূপত ঘূৰি নাহে। আহে নতুন ৰূপত। গতিকে অতিক্ৰম কৰি অহা আমাৰ যাত্ৰা পথত সন্ধানী আলোকপাতেহে আমাক ভৱিষ্যৎ বিকাশৰ সঠিক পথৰ সন্ধান দিব পাৰিব। সেয়ে আমি অসমীয়া জাতীয়তাবাদৰ ইতিহাসত চকু ফুৰাব খুজিছোঁ। এই ইতিহাসৰ লগত অসম সাহিত্য সভাৰ ইতিহাস জড়িত হৈ আছে। অসমৰ প্ৰাচীনতম এই অনুষ্ঠানটিয়ে নিজকে অসমীয়া জাতীয়তাবাদৰ পিতৃ আৰু অতন্দ্ৰ প্ৰহৰী বুলি দাবী কৰি আহিছে। এই দাবীৰ ভিত্তি কি? অসমীয়া জাতীয়তাবাদৰ ভিত্তি প্ৰকৃততে কোনে ৰচনা কৰিছিল? এনেবোৰ প্ৰশ্নৰ সঠিক অনুসন্ধান অবিহনে আমাৰ ভৱিষ্যৎ বিকাশৰ সঠিক পথৰ সন্ধান লাভ সুদূৰপৰাহত। ইতিহাসে নিশ্চয় এনেবোৰ প্ৰশ্নৰ সমিধান দিব। গতিকে ইতিহাসৰ সেইকেইখিলা পাত লুটিয়াই চোৱা হওক।

আৰৌ সেই আহুকলীয়া প্ৰশ্নটো– এই ইতিহাস কাৰ ইতিহাস? যিসকলে কপালৰ ঘাম মাটিত পেলাই পৃথিবীৰ ৰূপ সজনি কৰিছে, মানুহৰ

জীৱনলৈ ৰূপান্তৰ আনিছে, সেই দাৰিদ্ৰ্য লাঞ্ছিত, 'অন্নচিন্তাজৰ্জৰ' খাটি খোৱা মানুহৰ, নে লিখা-পঢ়া জনা এমুঠি বুদ্ধি শ্ৰমিকৰ ইতিহাস? মনত ৰখা ভাল, নিৰক্ষৰ অসমীয়া প্ৰজাই, পেটৰ কথাকে চিন্তা কৰি ৰতৰ চাই কঠীয়া পৰা, পথাৰৰ শইচ মুঠি সময়ত চপাই অনাতে ব্যস্ত থকা নাছিল। তেওঁলোকে জীৱনটো কেনেকৈ হৰ্ষময় কৰি তুলিব পাৰি তাৰ কথাও চিন্তা কৰিছিল। ধৰ্ম চৰ্চা কৰিছিল, ভাওনা কৰিছিল, গীত ৰচিছিল। কিন্তু সিবোৰৰ প্ৰকাশ আছিল মৌখিক। জীৱনটো হৰ্ষময় কৰি তোলাৰ ক্ষেত্ৰত যি প্ৰতিবন্ধক ৰূপে থিয় দিছিল, তাৰো প্ৰতিবাদ কৰিছিল। কিন্তু নিৰক্ষৰ ৰাইজে আমাৰ বাবে তেওঁলোকৰ সেই সৃজনীশীল শ্ৰমৰ কোনো অভিলেখ থৈ যোৱা নাছিল। নথিভুক্ত নহ'ল সিবোৰৰ পৰিমাণ। কোনো অভিলেখ থৈ যোৱা নাছিল কাৰণেই আমি তেওঁলোকৰ ইতিহাসক অস্বীকাৰ কৰিম নেকি? কিন্তু আমাৰ মধ্য শ্ৰেণীৰ সৃষ্ট ইতিহাসে বাৰে বাৰে ৰাইজৰ সংগ্ৰামী ঐতিহ্যক অস্বীকাৰ কৰি আহিছে। অসমীয়া জাতীয়তাৰ অভিভাৱকত্ব দাবী কৰা 'অসম সাহিত্য সভা'য়ো সেই সংগ্ৰামী ঐতিহ্যক স্বীকাৰ কৰাৰ কোনো নজিৰ নাই। অথচ সেই নিৰক্ষৰ কৃষক প্ৰজাই আছিল সংস্কৃতিৰ স্ৰষ্টা আৰু জাতীয় মুক্তিৰ প্ৰকৃত যোদ্ধা। অৱশ্যে সৰ্বসাধাৰণৰ লগত সাহিত্য সভাৰ কোনো সম্পৰ্ক নাছিল। এতিয়াও কিবা সম্পৰ্ক আছে বুলি আমি ক'ব নোৱাৰো। জাতীয় আত্মপ্ৰতিষ্ঠা আৰু বিকাশৰ ক্ষেত্ৰত কৃষক প্ৰজাই কি ভূমিকা লৈছিল। সেই সম্পৰ্কত সাহিত্য সভাৰ চৰম উদাসীনতা লক্ষ্য কৰিবলগীয়া। এফালে মধ্য শ্ৰেণীয়ে পৰাধীনতাৰ গ্লানিত ম্ৰিয়মান হৈছে, আনফালে স্বাধীনতা হৰণকাৰী ব্ৰিটিছৰ ওচৰত নতজানু হৈ ৰাজভক্তি নিবেদন কৰিছে, এফালে দেশৰ কল্যাণ বিচাৰিছে আনফালে কৃষক ৰাইজৰ শোষণবিৰোধী প্ৰতিৰোধ সংগ্ৰামৰ পৰা আঁতৰি আছে। মধ্য শ্ৰেণীৰ এই স্ববিৰোধিতা আৰু অসঙ্গতি বুজি নাপালে সাহিত্য সভাৰ স্বৰূপ আৰু জাতীয় আত্মবিকাশৰ ক্ষেত্ৰত লোৱা ভূমিকাৰ মূল্যায়ন প্ৰমাদদুষ্ট হৈ পৰে।

(২)

এটা প্ৰক্ৰিয়া বা বিষয়ৰ দুটা ধাৰা বা প্ৰৱণতা থাকে— দুয়োটা বিপৰীতধৰ্মী। প্ৰাধান্যকাৰী প্ৰৱণতাৰ চৰিত্ৰৰ মাজেদি প্ৰক্ৰিয়াটোৰ মৰ্মবস্তু বা চৰিত্ৰ নিৰ্দ্ধাৰিত হয়। সাহিত্র সভাৰ প্ৰাধান্যকাৰী দিশটোৰ চৰিত্ৰৰ মাজেদিয়েই আমি সভাৰ স্বৰূপ নিৰ্ণয় কৰাৰ প্ৰয়াস কৰিম।

যি সময়ত 'অসম সাহিত্য সভা' গঠিত হয়, তাৰ পটভূমিত আমি দেখা পাওঁ দুটা পৰস্পৰবিৰোধী শ্ৰেণী বিন্যাস। ব্ৰিটিছ অনুগ্ৰহপুষ্ট, চাকৰিজীৱী,

ব্যৱসায়ী, বুদ্ধি শ্ৰমিক, ভূস্বামী আৰু ধৰ্মীয় সম্ভ্ৰান্ত শ্ৰেণী আৰু আনটো হ'ল ব্ৰিটিছ শাসন-শোষণবিৰোধী নিপীড়িত, কৃষক, হস্তশিল্পী আদি খাটি খোৱা শ্ৰেণী। পৰস্পৰবিৰোধী এই দুই শ্ৰেণী বিন্যাসৰ পটভূমিতেই সাহিত্য সভাৰ স্বৰূপ আৰু ভূমিকাৰ বিষয়ে কিছু কথাৰ উল্লেখ প্ৰয়োজন।

বহুতেই এটা কথা প্ৰমাণ কৰিবলৈ বিচাৰে যে (দুই-এজনে সেই সিদ্ধান্তত উপনীত হৈছেই) অসমীয়া যিসকল ব্যক্তিৰ প্ৰচেষ্টাত অসম সাহিত্য সভা প্ৰতিষ্ঠিত হৈছিল, তেওঁলোকৰ প্ৰায়বোৰেই ৰাজনীতিৰ দিশত নহ'লেও, অন্য দিশত জাতীয়তাবাদী আছিল। এই কথা স্বীকাৰ কৰি ল'লে, সভাক অসমীয়া জাতীয়তবাদৰ প্ৰসূতি গৃহ বুলি মানি ল'ব লাগিব। কিন্তু ইতিহাসে ইয়াৰ বিপৰীতেহে ৰায় দিয়ে। এমুঠি মধ্য শ্ৰেণীয়েই অসমীয়া জাতি নহয়। শ্ৰেণী চেতনা আৰু জাতীয় চেতনা দুয়োটাকে একাকাৰ কৰি দুই-এজন বুদ্ধিজীৱীয়ে ক'ব খোজে যে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে থিয় কৰা জাতীয়তাবাদৰ কেইটামান দিশ হ'ল শোষিত জাতিৰ আত্মপৰিচয় আৰু আত্ম প্ৰতিষ্ঠাৰ সংগ্ৰাম, অতীত গৌৰব উদ্ধাৰ ইত্যাদি। একালৰ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ড০ নগেন শইকীয়াই আনন্দচন্দ্ৰ আগৰৱালাৰ জীৱনী পুথিখনৰ মুখবন্ধত লিখিছে "আনন্দচন্দ্ৰ এজন সুদক্ষ ৰাজভক্ত কৰ্মচাৰী আছিল, সেই সম্পৰ্কে কোনো সন্দেহ নাই। চৰকাৰৰ পৰাও ৰায় চাহাব আৰু ৰায় বাহাদুৰ খিতাপ লাভ নকৰিলেহেঁতেন। ... তেওঁৰ ৰাজানুগত্যক অস্বীকাৰ কৰি লাভ নাই। কিন্তু তেওঁৰ জীৱনৰ মাত্ৰ এটা দিশৰ ওপৰতে গুৰুত্ব দি তেওঁৰ প্ৰতিভাক তেওঁৰ কৰ্ম জীৱনক আৰু তেওঁক প্ৰবল স্বদেশানুৰাগক সামান্যভাৱেও অস্বীকাৰ কৰা উচিত হ'ব নোৱাৰে। ... আধুনিক ভাষা-সাহিত্যৰ নিৰ্মাতা আৰু জাতীয় চেতনা উদগাতাসকলৰ প্ৰায় সকলোৰে দৃষ্টি নিবদ্ধ আছিল ঘাইকৈ অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ প্ৰতিহে। তেওঁলোকে ততালিকে ব্ৰিটিছ শাসনৰ পৰা মুক্তি লাভৰ আকাংক্ষা কৰা নাছিল। তেওঁলোকৰ এই দৃষ্টিভংগী শুদ্ধই হওক বা ভুলেই হওক তাৰ বিচাৰ সম্পূৰ্ণ বেলেগ কথা কিন্তু তেওঁলোকে আমাৰ ভাষা-সাহিত্য আৰু জাতীয়তাৰ যিটো বুনিয়াদ গঢ়ি দি গ'ল, তাৰ বাবে তেওঁলোক চিৰস্মৰণীয় হৈ ৰ'ব।"[১] পৰাধীন জাতিৰ জাতীয় চেতনাই সাম্ৰাজ্যবাদ সামন্তবাদবিৰোধী ভূমিকা ল'বলৈ বাধ্য। গতিকে সাম্ৰাজ্যবাদ- সামন্তবাদবিৰোধী চেতনাক বাদ দি, জাতীয়তাৰ বিচাৰ কৰিলে সি সঠিক আৰু সম্পূৰ্ণ হ'ব নোৱাৰে। দুই-এজনে, বেজবৰুৱা প্ৰমুখ্যে সেই সময়ৰ স্বনামধন্য ব্যক্তিসকলৰ ৰচনাত থকা জাতীয়তাবাদ ধৰা পেলাব নোৱাৰাৰ কাৰণেই জাতীয়তাবাদ সম্পৰ্কে আমাৰ মাজত খেলি-মেলি বৈ গৈছে বুলি মত প্ৰকাশ কৰিছে। প্ৰশ্ন হৈছে সেইবোৰ ৰচনাত সাম্ৰাজ্যবাদ-

সামন্তবাদবিৰোধী চেতনাৰ প্ৰকাশ কিমান হৈছে? ইবোৰৰ বিচাৰ কৰাৰ আগতে প্ৰবীণ বুদ্ধিজীৱী গোপাল হালদাৰৰ এষাৰ কথা উল্লেখ কৰিব খুজিছোঁ। "পৰাধীন জাতিৰ শ্ৰেষ্ঠ শিল্প ও সাহিত্য যেমন সাম্ৰাজ্যবাদবিৰোধী চেতনাৰ শ্ৰেষ্ঠ প্ৰকাশ, যেমনি সেই শ্ৰেষ্ঠ শিল্প ও সাহিত্য আবাৰ সাম্ৰাজ্যবাদবিৰোধী সংকল্পেৰ এক প্ৰধান উৎস।" প্ৰথমেই লক্ষ্য-কৰা ভাল, যিসকল শিক্ষিত ব্যক্তিৰ উদ্যোগত অসম সাহিত্য সভা গঠিত হৈছিল, তেওঁলোকৰ উদ্ভৱ সম্ভৱ হৈছিল ব্ৰিটিছৰ সাম্ৰাজ্যিক প্ৰয়োজনতে। সময়ত তেওঁলোক ব্ৰিটিছ শাসনৰ বাহনত পৰিণত হৈছিল। সেয়ে তেওঁলোকে দেশৰ উন্নতিক ব্ৰিটিছ শাসনৰ সমাৰ্থক হিচাপে গণ্য কৰিছিল। চমু কথাত, তেওঁলোকৰ কৰ্ম প্ৰবাহৰ মূলতে কাম কৰিছিল, তেওঁলোকৰ শ্ৰেণী অৱস্থানে। পুৰণি সম্ভ্ৰান্ত শ্ৰেণীটোৰ দৰে এওঁলোকৰ কোনো সামাজিক দায়-দায়িত্ব নাছিল আৰু কোনো সামাজিক ভিত্তিও নাছিল। সেয়ে তেওঁলোকে ব্ৰিটিছৰ অনুগ্ৰহ লাভ কৰি নিজকে সৌভাগ্যবান বুলি ভাবিব পাৰিছিল। এওঁলোকৰ দৃষ্টিত ব্ৰিটিছৰ সভ্যতা-সংস্কৃতি, সমাজ ব্যৱস্থা, আইন এই সকলোবোৰেই পৃথিবীৰ চৰম সৃষ্টি আৰু ব্ৰিটিছক অনুসৰণ কৰিব পাৰিলেহে জাতিৰ বিকাশ সম্ভৱ বুলি ভাবিব পাৰিছিল। অন্ধ ব্ৰিটিছ আনুগত্যৰ ফলশ্ৰুতি এই উপলব্ধি।

সাম্ৰাজ্যবাদৰ অন্তৰ্নিহিত বিৰোধৰ পৰিণতিস্বৰূপে সময়ত এই শিক্ষিত মধ্য শ্ৰেণীটোৰ মাজৰ পৰাই এচাম ওলাই আহিছিল সাম্ৰাজ্যবাদৰ প্ৰতিবাদী হিচাপে। তেওঁলোকেই আছিল স্বাধীনতাৰো অগ্ৰদূত, জনসাধাৰণৰ মুক্তি চেতনাৰো প্ৰতিনিধি। মধ্য শ্ৰেণীৰ চিন্তা-চেতনাৰ এই অসংগতি আৰু চৰিত্ৰৰ স্ববিৰোধ বুজি নোপোৱাৰ ফলতে জাতীয়তাবাদৰ ধাৰণাও বহু ক্ষেত্ৰত অস্পষ্ট হৈ ৰৈ গৈছে। শ্ৰেণী হিচাপে মধ্য শ্ৰেণীৰ আৰ্থিক জীৱন ব্ৰিটিছ পুঁজিৰ ওপৰত নিৰ্ভৰশীল আৰু ভূমি-স্বাৰ্থৰ লগত জড়িত। গতিকে সাম্ৰাজ্যবাদ আৰু সামন্তবাদৰ বিৰুদ্ধে থিয় দিয়াটো তেওঁলোকৰ পক্ষে সম্ভৱ নাছিল। আধুনিক শিক্ষা লাভ কৰি দেশৰ হিত চিন্তাত এওঁলোকৰ মন উদবাউল হৈ উঠিলেও ব্ৰিটিছৰ শোষণত বিক্ষুব্ধ কৃষক ৰাইজৰ ব্ৰিটিছবিৰোধী সংগ্ৰামত অংশগ্ৰহণ কৰাটো সম্ভৱ নহ'ল। সেয়ে দেখা যায়, একালে এওঁলোকৰ চিন্তা সৃষ্টিত তীব্ৰ জাতীয় চেতনা আৰু স্বাধীনতাৰ প্ৰেৰণা, আনফালে জনসাধাৰণৰ জীৱন আৰু সংগ্ৰামৰ পৰা বিচ্ছিন্নতা। এই ঔপনিবেশিক অসংগতি এওঁলোকৰ প্ৰতিটো কামতে লক্ষ্য কৰা যায়। এই পৰস্পৰবিৰোধী চৰিত্ৰ লৈয়ে মধ্য শ্ৰেণীটোৱে বিকাশ লাভ কৰিছিল আৰু ইয়েই আছিল এওঁলোকৰ চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্য। এই দুৰ্বলতাই সাহিত্য সভাৰ জাতীয় আত্মপ্ৰতিষ্ঠাৰ আন্দোলনক আৰম্ভণিতেই পংগু কৰি পেলায়। আৰু এটা কথা লক্ষ্য কৰা প্ৰয়োজন যে আধুনিক শিক্ষাৰ

ফলত সৃষ্টি হোৱা অন্তৰ্দ্বন্দ্বই মধ্য শ্ৰেণীৰ মাজত তীব্ৰ জাতীয় মৰ্যাদাবোধ জগাই তোলে, পৰাজয়ৰ গ্লানিত তেওঁলোক ফাটি পৰে। কিন্তু ব্ৰিটিছৰ পিতৃ স্নেহৰ পৰা বঞ্চিত হোৱাৰ আশংকাই, ৰাজনৈতিক প্ৰতিৰোধ গঢ়ি তোলা বা কৃষক সংগ্ৰামত অংশ লোৱাৰ পৰা তেওঁলোকক বিৰত ৰাখে। সেয়ে এওঁলোকৰ জাতীয় চেতনা আৰু মৰ্যাদাবোধে, প্ৰাচীন অসমৰ ধ্যান-ধাৰণা, ৰীতি-নীতি, সাহিত্য-সংস্কৃতিক আশ্ৰয় কৰি প্ৰকাশ পাবলৈ ধৰে। সামন্তীয় ঐতিহ্যৰ প্ৰতি অন্ধ মোহ যে জাতীয় আত্মবিকাশৰ অন্যতম প্ৰধান বাধা সেইটো তেওঁলোকে উপলব্ধি কৰিব পৰা নাছিল— এতিয়াও পৰা নাই। সেই ফালৰ পৰাই অসম সাহিত্য সভাৰ জাতীয় চেতনাক ৰক্ষণশীল শ্ৰেণী চেতনা বুলিহে ক'ব পাৰি।

এতিয়া পুনৰ ঘূৰি যাওঁ ড০ নগেন শইকীয়াৰ বক্তব্য প্ৰসংগলৈ। পৰাধীন এটা জাতিৰ স্বদেশপ্ৰেমক জাতীয় মুক্তিৰ পৰা সুকীয়াকৈ বিচাৰ কৰিব পৰা নহয়, কাৰণ জাতীয় আত্মপ্ৰকাশৰ সঠিক পথ, মুক্তিৰ পথ। ঔপনিবেশিক শাসনবিৰোধী জাতীয় মুক্তিৰ পথ পৰিহাৰ কৰি, সেই শাসনক ভগৱানৰ আশীৰ্বাদ বুলি গ্ৰহণ কৰা আগৰৱালাৰ দৰে ব্ৰিটিছ ভক্তবৃন্দই অসমীয়া ভাষা-সাহিত্যৰ জৰিয়তে অসমীয়া জাতীয়তাৰ বুনিয়াদ (?) গঢ়াৰ বহুকাল আগতেই, (ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত) 'ফুলগুৰি ধেৱা' ৰ পৰা আৰম্ভ কৰি 'পথৰুঘাটৰ ৰণ' লৈকে, ব্ৰিটিছ শাসন-শোষণ আৰু তাৰ ওপৰত বৰ্তি থকা, ভূস্বামী মৌজাদাৰ, মণ্ডল আদি শ্ৰেণীৰ বিৰুদ্ধে পৰিচালিত নিৰবছিন্ন কৃষক সংগ্ৰামসমূহে সৃষ্টি কৰা সংগ্ৰামী ঐতিহ্যক ড০ শইকীয়াই অস্বীকাৰ কৰি, অসমীয়া জাতীয়তাবাদৰ যিটো ধাৰণা দিছে, সিয়েই প্ৰমাণ কৰে যে, আজিও আমাৰ চিন্তাশীল বুদ্ধিজীৱীৰ একাংশ ঔপনিবেশিক অসংগতি আৰু স্ববিৰোধীতাৰ পৰা মুক্ত হব পৰা নাই। আধুনিক শিক্ষাৰ লগত পৰিচয়হীন বা বেজবৰুৱাই কোৱাৰ দৰে, ইংৰাজৰ ভৰিত মূৰ থৈ আধুনিক শিক্ষা লাভ কৰিব নোৱাৰাৰ কাৰণেই ব্ৰিটিছ বিৰোধী কৃষক সংগ্ৰামৰ ঐতিহ্যই সৃষ্টি কৰা প্ৰকৃত সুস্থ জাতীয়তাবাদৰ ভিত্তিভূমিক অস্বীকাৰ কৰা হৈছে বুলি অনুমান কৰাটো নিশ্চয় অসংগত নহব। প্ৰশ্ন হয়— সাহিত্য সভাই দাবী কৰা জাতীয়তাবাদৰ বুনিয়াদ কিহেৰে নিৰ্মাণ কৰা হৈছিল? ভাষা-সাহিত্য, ভাল কথা। মনত ৰখা ভাল, ভাষাত কোনো শ্ৰেণীৰ আধিপত্য নৰজে, ই শ্ৰেণী নিৰপেক্ষ। সাহিত্যত থাকে শ্ৰেণী আধিপত্য। সামন্তীয় ঐতিহ্যৰ মাজেৰে সঞ্চাৰ কৰা যি চেতনা, তাত নাছিল সাম্ৰাজ্যবাদ বিৰোধীতা, নাছিল মুক্তিৰ স্বপ্ন, আছিল গভীৰ ব্ৰিটিছ আনুগত্য, আছিল অতীতৰ প্ৰতি অন্ধমোহ। সেইখিনিয়েই জাতীয়তাৰ বুনিয়াদ গঢ়িছিল নেকি? অসম সাহিত্য সভাৰ ইতিহাস, মধ্যশ্ৰেণীৰ শ্ৰেণী চেতনা

প্ৰবাহৰে ইতিহাস। সেই ইতিহাসক অসমীয়া সুস্থ জাতীয়তাবাদৰ ইতিহাস হিচাপে গণ্য কৰিব নোৱাৰি।

সাম্ৰাজ্যবাদী ঐতিহাসিকৰ লগতে সুৰ মিলাই আমাৰ ঐতিহাসিক তথা দুই এজন চিন্তাশীল ব্যাক্তিয়ে এই মত পোষণ কৰি আহিছে যে, আধুনিক ইংৰাজী শিক্ষা আৰু সাহিত্য-সংস্কৃতিৰ পৰা লাভ কৰা গণতান্ত্রিক ভাৱধাৰাৰ প্ৰভাৱৰ ফলত জাতীয়তাবাদৰ সৃষ্টি হৈছিল, যাৰ কাৰণে ভাৰতবৰ্ষ, শ্যেলী, বাইৰণ, বাৰ্ক, মিলটন, লক আদি ইংৰাজ কবি দাৰ্শনিকৰ ওচৰত কৃতজ্ঞ থকা উচিত। প্ৰসঙ্গতঃ উল্লেখযোগ্য যে অসমীয়া মধ্য শ্ৰেণীৰ প্ৰাপ্ত ইতিহাস চেতনাই অসমৰ জনসাধাৰণক কেইবাবাৰো খালত পেলোৱাৰ পৰা প্ৰাপ্ত শিক্ষা পাহৰি যোৱাটো উচিত নহ'ব। এই প্ৰসংগত পণ্ডিত কে. এছ. শেলভাংকৰৰ এষাৰ কথা স্মৰণযোগ্য। বৈদেশিক প্ৰভুত্ব মানি ল'বলৈ অস্বীকাৰ কৰাই যদি জাতীয়তাবাদৰ অৰ্থ হয় তেন্তে, জাতীয়তাবাদৰ লগত প্ৰাচ্য বা পাশ্চাত্য শিক্ষাৰ কোনো সম্পৰ্ক নাই। ইয়াত পাশ্চাত্য শিক্ষা প্ৰচাৰৰ বহুকাল আগৰে পৰা ভাৰতীয় মানুহে বিদেশী আক্ৰমণকাৰীৰ বিৰুদ্ধে যুদ্ধ কৰাত আৰু অত্যাচাৰীৰ বিৰুদ্ধে সংগ্ৰাম কৰাত অভ্যস্ত আছিল। ব্ৰিটিছ শাসন প্ৰতিষ্ঠাও তেওঁলোকে স্বেচ্ছাই আৰু অতি সহজে মানি লোৱা নাই। 'যদি ব্ৰিটিছ শাসন বুলিলে ইংৰাজী শিক্ষা আৰু ইংলণ্ডীয় আদৰ্শক নুবুজায় ইংৰাজ শাসক গোষ্ঠীৰ শোষণ ব্যৱস্থাকেই বুজায় তেন্তে নিশ্চিতৰূপে ক'ব পৰা যায় যে, ভাৰতৰ জাতীয়তাবাদ এই শোষণ ব্যৱস্থাৰে ফল হিচাপে দেখা দিছে। অন্ধভাৱে আৰু অনিচ্ছা সত্বেও ইংৰাজ শাসক গোষ্ঠীয়ে নিজ উদ্দেশ্য সিদ্ধিৰ কাৰণেই এনে এটা অৱস্থাৰ সৃষ্টি কৰিছিল যিটোৰ পৰা ভাৰতৰ আধুনিক জাতীয়তাবাদে জন্ম গ্ৰহণ কৰিছে।" ৩

এটা কথা এতিয়া নিঃসন্দেহে ক'ব পাৰি যে উনবিংশ শতাব্দীৰ কৃষক বিদ্ৰোহ সমূহেই অসমৰ আধুনিক জাতীয়তাবাদৰ ভেটি ৰচনা কৰিছিল। আধুনিক ইংৰাজী শিক্ষাৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাছিল। বিপ্লৱী বুদ্ধিজীৱী দীপাংকৰ চক্ৰৱৰ্তীয়ে এঠাইত সঠিকভাৱে লিখিছে যে– 'ইন্দিৰাৰ এমাৰজেন্সিৰ বিৰুদ্ধে ভাৰতে গণতান্ত্রিক অধিকাৰেৰ দাবী যে এতো সোচ্চাৰ হয়ে উঠেছিলো, সে জন্যে ইন্দিৰাৰ অবদানকে নিশ্চয়ই স্বীকাৰ কৰা উচিত হবে। কাজেই একথা জোৰ দিয়ে বলা যায় যে, সাম্ৰাজ্যবাদবিৰোধী জাতীয় আন্দোলন গড়ে উঠাৰ পূৰ্ব-শৰ্ত হিসেবে আধুনিক 'নেশন' এৰ ধাৰণা গড়ে উঠাৰ প্ৰশ্নটাকে চাপিয়ে দেবাৰ কোনো যুক্তি নাই।'– ৰজনী পাম দত্তৰ বক্তব্যও এই প্ৰসংগত সুস্পষ্ট। "The Indian national

movement arose from social conditions from the conditions of imparialism and its system of exploitation and from the social and economic forces generated within Indian society under the conditions of the exploitoration; the rise of the Indian lbourgeosie and its gorwing competition against the domination of the British bourgeoise were inevitable, whatever the system of education and if the Indian bomgeisie had been educated only in the Sanskrit Vedas in monastic sechesion form every other current of thought, they have assuredly found in the Sanskrit Vedas the impiring principles and slogans of their struggle."[৫]

বিদেশী আক্ৰমণ প্ৰতিৰোধ কৰাত অসমৰ কৃষক প্ৰজা অভ্যস্ত আছিল। তেৰ শতিকাৰ পৰা সোতৰশ শতিকালৈকে (১২০৪-১৬৮২) চাৰি শতিকাজুৰি বিদেশী আক্ৰমণ প্ৰতিৰোধ কৰা অসমৰ কৃষক প্ৰজাই ব্ৰিটিছ শাসনো বিনা প্ৰতিবাদে মানি লোৱা নাছিল। গতিকে অসমীয়া জাতীয়তাবাদৰ জনক হিচাপে স্বীকৃতি দিব লাগিব সাম্ৰাজ্যবাদ-সামন্তবাদবিৰোধী কৃষক সংগ্ৰামৰ নেতৃত্বত থকা 'ৰাইজ মেল'ৰ অখ্যাত কৃষকবৃন্দক।

(৩)

উনবিংশ শতিকাৰ শেষৰ ফালে ব্ৰিটিছৰ শোষন-নিপীড়ন ক্ৰমে বৃদ্ধি পায় আৰু কৃষকৰ প্ৰতিৰোধো প্ৰবল হয়। পৰস্পৰ বিৰোধী এই দুই শক্তিৰ দ্বন্দ্বৰ মাজত আত্মপ্ৰতিষ্ঠাকামী চালুকীয়া অসমীয়া মধ্য শ্ৰেণী পথ-হাৰা হয়। জীৱিকাৰ পথ সুকীয়া হলেও সমগ্ৰ মধ্য শ্ৰেণীটো আছিল ভূমি স্বাৰ্থৰ লগত জড়িত। গতিকে খাজনা বৃদ্ধিয়ে তেওঁলোকৰ আৰ্থিক জীৱনতো আঘাত কৰিছিল। তাৰ উপৰি লাহে লাহে চৰকাৰী সংকতেও দেখা দিছিল। এনে পৰিস্থিতিত একাংশ মধ্যবিত্তৰ মোহ ভঙ্গ হ'বলৈ ধৰিছিল যদিও কৃষক আন্দোলনৰ পৰা এক নিৰাপদ দূৰত্বতেই আছিল। শেষত তেওঁলোকৰ ক্ষোভ আপোচ আৰু মীমাংসাৰ পথেৰে প্ৰবাহিত হৈছিল। ১৯০৩ চনত 'আসাম এছোছিয়েশ্যন' গঠন কৰি আত্মসংহতি আৰু বিকাশৰ প্ৰয়াস কৰিছিল। লক্ষ্য কৰিব লগীয়া কথা, এছোছিয়েশ্যনৰ পতাকাৰ তলত সকলো অংশৰ শিক্ষিত মধ্যবিত্তক সমবেত কৰিব পৰা নাছিল। নেতৃত্ব দিছিল ব্ৰিটিছৰ একান্ত অনুগত

এচাম প্ৰবীণ মধ্যবিত্তই। সেয়ে তেওঁলোকে বঙ্গ-ভঙ্গ আন্দোলনৰ প্ৰতি কোনো সহাৰি জনোৱা নাছিল। জগন্নাথ বৰুৱা আৰু মাণিক চন্দ্ৰ বৰুৱাই থলুৱা লোকৰ কাৰণে চাকৰি সংৰক্ষণ আৰু নতুন প্ৰশাসনীয় ব্যৱস্থাত যাতে অসমৰ স্বাৰ্থ হানি নহয় তাৰ প্ৰতিহে সচেষ্ট হৈছিল। অম্বিকাগিৰি ৰায়চৌধুৰীৰ মতে "১৯০৫ চনৰ এই বঙ্গ ভঙ্গ আন্দোলনটোৱে গুৱাহাটীৰ বাহিৰে অসমৰ আন কোনো ঠাইকে স্পৰ্শ কৰা নাছিল।"* ৰায়চৌধুৰীৰ নেতৃত্বত কেইজনমান ছাত্ৰই অসমৰ পৰা ব্ৰিটিছক উচ্ছেদ কৰিবলৈ আৰু বঙ্গ ভঙ্গ আঁচনিৰ বিৰুদ্ধে স্বাধীনভাৱে এনাৰ্কিষ্ট দল গঠন কৰিছিল।

(৩)

উনবিংশ শতিকাৰ শেষৰ ফালে ব্ৰিটিছৰ শোষন-নিপীড়ন ক্ৰমে বৃদ্ধি পায় আৰু কৃষকৰ প্ৰতিৰোধো প্ৰবল হয়। পৰস্পৰ বিৰোধী এই দুই শক্তিৰ দ্বন্দ্বৰ মাজত আত্মপ্ৰতিষ্ঠাকামী চালুকীয়া অসমীয়া মধ্য শ্ৰেণী পথ-হাৰা হয়। জীৱিকাৰ পথ সুকীয়া হলেও সমগ্ৰ মধ্য শ্ৰেণীটো আছিল ভূমি স্বাৰ্থৰ লগত জড়িত। গতিকে খাজনা বৃদ্ধিয়ে তেওঁলোকৰ আৰ্থিক জীৱনতো আঘাত কৰিছিল। তাৰ উপৰি লাহে লাহে চৰকাৰী সংকতেও দেখা দিছিল। এনে পৰিস্থিতিত একাংশ মধ্যবিত্তৰ মোহভঙ্গ হ'বলৈ ধৰিছিল যদিও কৃষক আন্দোলনৰ পৰা এক নিৰাপদ দূৰত্বতেই আছিল। শেষত তেওঁলোকৰ ক্ষোভ আপোচ আৰু মীমাংসাৰ পথেৰে প্ৰবাহিত হৈছিল। ১৯০৩ চনত 'আসাম এছোছিয়েশ্যন' গঠন কৰি আত্মসংহতি আৰু বিকাশৰ প্ৰয়াস কৰিছিল। লক্ষ্য কৰিব লগীয়া কথা, এছোছিয়েশ্যনৰ পতাকাৰ তলত সকলো অংশৰ শিক্ষিত মধ্যবিত্তক সমবেত কৰিব পৰা নাছিল। নেতৃত্ব দিছিল ব্ৰিটিছৰ একান্ত অনুগত এচাম প্ৰবীণ মধ্যবিত্তই। সেয়ে তেওঁলোকে বঙ্গ-ভঙ্গ আন্দোলনৰ প্ৰতি কোনো সহাৰি জনোৱা নাছিল। জগন্নাথ বৰুৱা আৰু মাণিক চন্দ্ৰ বৰুৱাই থলুৱা লোকৰ কাৰণে চাকৰি সংৰক্ষণ আৰু নতুন প্ৰশাসনীয় ব্যৱস্থাত যাতে অসমৰ স্বাৰ্থ হানি নহয় তাৰ প্ৰতিহে সচেষ্ট হৈছিল। অম্বিকাগিৰি ৰায়চৌধুৰীৰ মতে "১৯০৫ চনৰ এই বঙ্গ ভঙ্গ আন্দোলনটোৱে গুৱাহাটীৰ বাহিৰে অসমৰ আন কোনো ঠাইকে স্পৰ্শ কৰা নাছিল।" * ৰায়চৌধুৰীৰ নেতৃত্বত কেইজনমান ছাত্ৰই অসমৰ পৰা ব্ৰিটিছক উচ্ছেদ কৰিবলৈ আৰু বঙ্গ ভঙ্গ আঁচনিৰ বিৰুদ্ধে স্বাধীনভাৱে এনাৰ্কিষ্ট দল গঠন কৰিছিল। গুৱাহাটীৰ দীঘলী পুখুৰীৰ পাৰত থকা ইংৰাজৰ 'আনন্দ বঙলা'টো অগ্নিসংযোগ কৰি ধ্বংস কৰিছিল। এইদৰে দুই-এটা সন্ত্ৰাসবাদী কাৰ্য সংঘটিত হ'লেও সিবোৰেই এটা আন্দোলনৰ ৰূপ লাভ কৰিব পৰা নাছিল। ইয়াৰ কাৰণ অনুসন্ধান কৰিলে দেখা যায় যে,

অসমীয়া মধ্য শ্ৰেণীৰ এই আন্দোলনৰ প্ৰতি কোনো সমৰ্থন নাছিল। অৱশ্যে সুস্থ ৰাজনৈতিক মতাদৰ্শ অবিহনে কেৱল সন্ত্ৰাসবাদেৰে কোনো ৰাজনৈতিক কাৰ্যসূচী ৰূপায়ণ কৰাটো সম্ভৱ নহয়। তথাপি এই আন্দোলনে আপোচকামী ৰাজনীতিৰ বিপৰীতে এচাম ছাত্ৰক সংগ্ৰামমুখী ৰাজনীতিৰ ফালে ঢাল খুৱায়। ইয়াৰ পিছতো দেখা গৈছিল, প্ৰবীণসকলে অসমৰ ছাত্ৰ সমাজক বঙ্গৰ ছাত্ৰৰ প্ৰভাৱৰ পৰা আঁতৰত ৰাখিবলৈহে বিভিন্ন ধৰণে প্ৰচেষ্টা চলাইছিল।

মধ্য শ্ৰেণীৰ বাধা নেওচি প্ৰথম মহাসমৰৰ কালছোৱাতে ১৯১৬ চনত 'অসম ছাত্ৰ সন্মিলন' গঠিত হৈছিল। প্ৰথমে সংগঠনটোৰ নাম আছিল 'অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলন।' বিভিন্ন তথ্য চালি-জাৰি চাই ৰমেশ কলিতাই প্ৰমাণ কৰি দেখুৱাইছে যে, "প্ৰায় ব্ৰিটিছভক্ত ব্যক্তিসকলেই এই অনুষ্ঠানৰ নেতৃত্বত থাকি গুৰি বঠা ধৰাত ৰাজনৈতিক চিন্তা-চৰ্চা তথা আলোচনা-বিলোচনা ইয়াৰ নিয়মীয়া কাৰ্যসূচীৰ বহিৰ্ভূত বুলি পৰিগণিত হৈছিল। ... অসম ছাত্ৰ সন্মিলনৰ সংগঠনৰ অন্তৰালত আছিল অতীত গৌৰৱ প্ৰচাৰ, সাহিত্য প্ৰীতি আৰু ভাষা প্ৰেম।" ' সন্মিলনৰ প্ৰথম অধিৱেশনৰ সভাপতিৰ আসনৰ পৰা বেজবৰুৱাই বঙ্গৰ সাম্ৰাজ্যবাদবিৰোধী সংগ্ৰামী বিপ্লৱী ৰাজনীতিক সৰ্বনশীয়া পাপ বুলি মুকলিভাৱে ঘোষণা কৰি তাৰ পৰা অসমৰ ছাত্ৰক আঁতৰত থাকিবলৈ পৰামৰ্শ দিছিল। সিমানতে বেজবৰুৱা ক্ষান্ত থকা নাছিল-বৈদিক যুগৰ পৰা চলি অহা হিন্দু দৰ্শনৰ ঈশ্বৰ বিশ্বাসৰ কথা সোঁৱৰাই দি সেই আদৰ্শ গ্ৰহণৰ পৰামৰ্শ দিছিল। বেজবৰুৱাই নজনাকৈ থকা নাছিল যে তেতিয়াও অসমৰ সংখ্যাগৰিষ্ঠ কৃষক বৃত্তিজীৱী জনসাধাৰণ বৰ্ণবাদী হিন্দু সমাজৰ পৰা দূৰত আছিল। এমুঠি বৰ্ণ হিন্দুৰ ধৰ্মবিশ্বাসক সকলোৰে ওপৰত জাপি দিবলৈ কৰা প্ৰয়াসে জাতীয়তাৰ বুনিয়াদ গঢ়াত নিশ্চয় সহায় কৰা নাছিল। সেই সময়ত আদিম জনগোষ্ঠীসমূহৰ সৰহভাগেই নিজকে হিন্দু বুলি চিনাকি দিয়া নাছিল। বেজবৰুৱাৰ উল্লিখিত অভিভাষণখনত চকু ফুৰালে এই কথা নিশ্চয় সকেলাৱে স্বীকাৰ কৰিব যে ভাষণখনৰ পৰা দুই-চাৰিটা বাক্য বাদ দিলে সেইখন কোনো ধৰ্মালোচনী সভাত দিয়া, হিন্দু ধৰ্মৰ ঈশ্বৰতত্ত্ব সম্পৰ্কীয় এটা ভাষণত পৰিণত হ'ব। ছাত্ৰ সমাজক হিন্দু ধৰ্মৰ ঈশ্বৰতত্ত্বৰ চাৰিবেৰৰ ভিতৰত আবদ্ধ ৰাখি ব্ৰিটিছবিৰোধী ৰাজনীতিৰ পৰা বিৰত কৰাৰ ই আছিল এক অপূৰ্ব কৌশল। তেখেতে কৈছিল, "সকলোৱে দেখিছে যে বঙ্গ দেশৰ স্কুল-কলেজৰ কিছুমান ছাত্ৰৰ ভিতৰত ৰাজবিদ্ৰোহ, ডকাইতি, নৰহত্যা ইত্যাদি ভাষণ চিন্তা আৰু কাৰ্যই ঠাই লৈছে। ঈশ্বৰক ধন্যবাদ যে আমাৰ অসমত, আমাৰ অসমীয়া ছাত্ৰৰ ভিতৰত সেই সৰ্বনশীয়া পাপ প্ৰৱেশ কৰা নাই। স্কুল-কলেজৰ ঈশ্বৰ বিবৰ্জিত শিক্ষাৰেই ই এক ৰকম ফল বুলি মোৰ

মনে ধৰে। হিন্দু ঘৰৰ, হিন্দু সমাজৰ, সাত্ত্বিক শিক্ষাক, যি শিক্ষাই উঠোতে ঈশ্বৰক, বহোতে ঈশ্বৰক, শোওতে ঈশ্বৰক, খাওতে ঈশ্বৰক সোঁৱৰায়, যি শিক্ষাই পুৰণি বৈবস্বত মনুৰ দিনৰে পৰা এতিয়ালৈকে হিন্দুৰ জীৱনৰ দীঘবাণি বৈ আহিছে তেনে শিক্ষাক সৰুৰে পৰা ডেকাসকলে মামৰে ধৰা পুৰণি আৰু বৰ্তমান কালৰ অনুপযোগী তামাদি বুলি ভাবি তাৰ পৰা আঁতৰ হৈ পৰিছে আৰু তেনে শিক্ষা পোৱা ককা, বুঢ়ীআই, বোপাই আইক ভীমকলৰ মধুনা নাইবা 'গ্ৰেণ্ড মাদাৰ্চ কৰুন' অৰ্থাৎ বুঢ়ী আইৰ লেটাগুটি বুলি মনৰ ভিতৰতে বা মুখ ফুটাই ভাবিছে আৰু ভাবি পাশ্চাত্য শিক্ষাত শিক্ষিত হৈ পাশ্চাত্য সমাজ আৰু সভ্যতাকে নিখুঁত বুলি ধৰি লৈছে— অথচ এবাৰো অকণো নেভাবে যে সকলো প্ৰকাৰে, সেই শিক্ষা, সেই সভ্যতা আৰু সেই দেশৰ ৰাষ্ট্ৰনীতি সাত্ত্বিক প্ৰকৃতিৰ ভাৰতবাসীৰ ঘাইকৈ হিন্দুৰ প্ৰকৃতিৰে সৈতে মিলিব নে নিমিলে আৰু হিন্দুস্থানত সেই ইউৰোপীয় ওক গছৰ পুলি বাঢ়িব নে নেবাঢ়ে।"[৮]

পুৰণি পৃথিৱীক নকৈ চোৱাৰ হাবিয়াস কৰা বেজবৰুৱাৰ হিন্দুত্বৰ প্ৰতি কিয় এই মোহ! এফালে নতুনৰ আহ্বান আনফালে সামন্ত অতীতৰ প্ৰতি মোহ, এফালে তীব্ৰ জাতীয় মৰ্যাদাবোধ আনফালে গভীৰ ব্ৰিটিছ আনুগত্য- ঔপনিবেশিক বুদ্ধিজীৱীৰ এই অসংগতি— দুৰ্বলতা তেওঁলোকৰ প্ৰায় সকলো কামতে লক্ষ্য কৰা গৈছিল। ব্ৰিটিছৰ অনিচ্ছা সত্ত্বেও পশ্চিমৰ শিক্ষা-সংস্কৃতিৰ আলোকত জীৱন নতুন ৰূপত উদ্ভাসিত হৈ উঠিছিল, মানুহে প্ৰথমবাৰৰ কাৰণে নিজকে নতুনকৈ আৱিষ্কাৰ কৰিছিল। কিন্তু এফালে সাম্ৰাজ্যবাদী শাসন-শোষণ আনফালে সামন্তীয় কুসংস্কাৰ, অন্ধসংস্কাৰে জাতিৰ উন্মুখ বিকাশ ৰুদ্ধ কৰি ৰাখিছিল। অন্ধ ব্ৰিটিছ আনুগত্যই তৎকালীন শিক্ষিত মধ্য শ্ৰেণীক ব্ৰিটিছৰ সাম্ৰাজ্যিক স্বাৰ্থৰ কথা উপলব্ধি কৰিবলৈ অৱকাশ দিয়া নাছিল। গতিকে তেওঁলোকে সেই বাধা দূৰ কৰি নতুন ভৱিষ্যৎ গঢ়াৰ সংগ্ৰামৰ পৰা বিৰত আছিল। আজি আৰু বুজিবলৈ অসুবিধা নহয় যে মধ্য শ্ৰেণীৰ এই স্ববিৰোধী মতাদৰ্শ আছিল ব্যৱহাৰিক জ্ঞান প্ৰণোদিত। তৎকালীন ঐতিহাসিক পৰিস্থিতিত এই স্ববিৰোধ বিচাৰ কৰি চালে দেখা যায়- মধ্য শ্ৰেণীৰ জীৱন আৰু জীৱিকা সাঙোৰ খাই আছিল ব্ৰিটিছ পুঁজিৰ লগত, গতিকে তেওঁলোকে বিদেশীৰ প্ৰভুত্ব মানিলৈ আৰ্য হিন্দু ধৰ্মৰ মাজত মুক্তি আৰু জাতীয় আত্মবিকাশৰ স্বপ্ন দেখাটো আছিল অৱশ্যম্ভাৱী। বেজবৰুৱাৰ স্ববিৰোধ আৰু উল্লিখিত হিন্দুত্বৰ চেতনাৰ অন্তৰালতো সেইদৰেই ৰাজনৈতিক ঐতিহাসিক কাৰণ লক্ষ্য কৰো। যি স্বদেশী আন্দোলনে (১৯০৫-৮) গণ আন্দোলনৰ ৰূপ লাভ কৰি সমগ্ৰ ভাৰতকে প্ৰভাৱিত কৰিছিল, সেই আন্দোলনৰ ব্ৰিটিছবিৰোধী চৰিত্ৰই

বেজবৰুৱাক সচকিত কৰি তুলিছিল। স্বদেশী আন্দোলনৰ মূল মন্ত্ৰ ভাৰতৰ আকাশ, বতাহ নিনাদিত কৰি 'বন্দেমাতৰম' ধ্বনিক বোন্দাৰ মাতৰ লগত তুলনা কৰি আৰু আন্দোলনটোক ৰাজবিদ্ৰোহ আখ্যা দি বেজবৰুৱাই কাৰ স্বাৰ্থ ৰক্ষাৰ প্ৰয়াস কৰিছিল, সি আজি সহজেই অনুমেয়। চমু কথাত বেজবৰুৱাকো নিজ স্বাৰ্থ চেতনাই ইংৰাজৰ ওচৰ চপাই নিছিল আৰু সময়ত ইংৰাজকেই আদৰ্শ পুৰুষ হিচাপে গ্ৰহণ কৰিছিল। যিমানেই ইংৰাজৰ ওচৰ চাপি গৈছিল সিমানেই জনজীৱনৰ পৰা আঁতৰি গৈছিল। জনজাগৰণৰ বোৱতী সুঁতিৰ পৰা সচেতনভাৱে নিজকে আঁতৰাই ৰাখিব পাৰিছিল কাৰণেই বেজবৰুৱাৰ মনত সৰ্বভাৰতীয় জাতীয় মুক্তি চেতনাই প্ৰবেশাধিকাৰ পোৱা নাছিল। অকাতৰে তেওঁ প্ৰত্যাখ্যান কৰিব পাৰিছিল জাতীয় মুক্তি চেতনাক আৰু ৰাষ্ট্ৰীয় চেতনাক। আৰু তেওঁৰ উত্তৰসাধক অসমৰ যুব-ছাত্ৰকো সেই চেতনা প্ৰবাহৰ পৰা দূৰত ৰাখিবৰ কাৰণে সচেতনভাৱেই সামন্ত-সংস্কৃতিৰ দোহাই দিছিল বুলি অনুমান কৰাটো অসংগত নহ'ব।

ছাত্ৰ সন্মিলনৰ ১৯১৮ চনৰ ডিব্ৰুগড় অধিৱেশনৰ সভাপতিৰ আসনৰ পৰা পদ্মনাথ গোহাঁঞি বৰুৱাই ছাত্ৰই ৰাজনীতি কৰিব লাগে বুলি মুকলিভাৱে ঘোষণা কৰিছিল। অথচ সন্মিলনৰ নিয়মাৱলী মতে ছাত্ৰই ৰাজনীতি কৰিব নোৱাৰিছিল। গোহাঁঞি বৰুৱাই বিশ্ব ইতিহাসৰ পৰা উদাহৰণ বুটলি আনি ছাত্ৰই ৰাজনীতি কৰাৰ পক্ষে যুক্তি দিছিল। কিন্তু সেই ৰাজনীতি শ্ৰেণী নিৰপেক্ষ নাছিল। নিজ শ্ৰেণী দৃষ্টিভংগীৰ পৰাই তেওঁ ৰাজনীতিৰ তাত্ত্বিক দিশ বিচাৰ কৰিছিল। তেওঁ কৈছিল "ব্ৰহ্মাণ্ডৰ পতি যেনে ঈশ্বৰ তেওঁৰ আৰ্হিৰেই তেওঁৰ সৃষ্ট ভূমণ্ডলৰ পতি ভূপতি। ঈশ্বৰ ভক্তি, ঈশ্বৰ বিশ্বাসত যিদৰে চৰিত্ৰ সংগঠিত আৰু সংৰক্ষিত হয়, ৰাজভক্তি আৰু ৰাজ বিশ্বাসতো সেইদৰে চৰিত্ৰ গঠিত আৰু ৰক্ষিত হয়। এই ৰাজভক্তি অসমীয়া ছাত্ৰলৈ, নতুন ভাব, নতুন কথা, নতুন ক্ৰিয়া নহয়। অসমীয়া ছাত্ৰই আজন্ম, সেই গুণৰ গৰাকী হৈ আহিছে। সৰহ নহয়, এটা শতাব্দীও পূৰ হোৱা নাই, চাৰি কুৰিমান বছৰৰ আগতে অসমীয়া ছাত্ৰৰ পিতৃ পুৰুষে, ৰাজভক্তিৰ পৰকাষ্ঠা দেখুৱাই গৈছে। 'ৰজাৰ হৈ জীৱন, ৰজাৰ হৈ মৰণ', এনে ওখ ভাৱৰ গৰাকী ৰাজভক্ত প্ৰজা পৃথিৱীত অসমীয়াৰ সমনীয়া নাছিল বুলিলেই বঢ়াই কোৱা নহ'ব। সেই অসমীয়া পিতৃ পুৰুষৰ, সেই অসমীয়া ৰাজভক্ত প্ৰজাৰ সতি-সন্ততিৰ পক্ষে ৰাজভক্তি যে স্বভাৱত পৰিণত হোৱা এটা মহৎ গুণ, তাক কোৱা বাহুল্য মাথোন। এতেকে ছাত্ৰ শক্তিয়ে নেদেখা ভাগত ঈশ্বৰ আৰু দেখা ভাগত ৰজা এই দুই মহা শাসন শক্তিৰ অধীনে গন্তব্য বাটত সংযতভাৱে বাট পালে সংসাৰৰ অপায় অমংগললৈ যে ভয় নাথাকে তাত সন্দেহ নাই।" [১] বিদেশী

ব্ৰিটিছৰ একান্ত অনুগত হৈ থকাটোৱেই আছিল তৎকালীন মধ্য শ্ৰেণীৰ ৰাজনীতিৰ মূল কথা।

(৪)

ব্ৰিটিছৰ অনুগত শিক্ষিত মধ্য শ্ৰেণীৰ উদ্যোগতে 'অসম সাহিত্য সভা'ও গঠিত হৈছিল। স্বাধীনতাৰ দাবী আছিল তেওঁলোকৰ কাৰণে গৌণ। তেওঁলোকে কিছু শাসন সংস্কাৰহে বিচাৰিছিল। বিচাৰিছিল শাসন পৰিষদত অংশগ্ৰহণ কৰি হৃদত সামন্তীয় মৰ্যাদা ঘূৰাই আনিবলৈ। ১৯০৮ চনত মানিকচন্দ্ৰ বৰুৱা বিধান পৰিষদলৈ সদস্য নিৰ্বাচিত হোৱাৰ বাতৰি পাই সূৰ্যকুমাৰ ভূঞাই এটা কবিতা লিখি মনৰ অপাৰ আনন্দ প্ৰকাশ কৰিছিল। মন কৰিবলগীয়া যে সেই বছৰতে এটা ঘটনা ঘটিছিল। তেজপুৰৰ পৰা প্ৰকাশিত 'উষা'ত বেজবৰুৱাৰ 'এংলো ইণ্ডিয়ান' শীৰ্ষক এখন ৰচনা প্ৰকাশ হৈছিল। তাত ইংৰাজৰ মইবৰ ভাবক ব্যঙ্গ কৰি কিছু কথা লিখিছিল। ড[০] হীৰেন গোহাঁয়ে ঠিকেই লক্ষ্য কৰিছে যে উচ্চ বৰ্ণৰ অভিজাত মানুহখিনিয়ে ব্ৰিটিছৰ হাতত সামন্তীয় মান মৰ্যাদা হেৰুৱাব লগা হোৱাতহে বেজবৰুৱা ব্ৰিটিছৰ প্ৰতি ক্ষোভত ফাটি পৰিছিল। স্মৰণযোগ্য যে ৰচনাখনত ব্ৰিটিছৰ প্ৰতি গভীৰ আনুগত্যও প্ৰকাশ কৰা হৈছিল। ৰচনাখন চৰকাৰৰ দৃষ্টিগোচৰ হোৱাত সম্পাদক পদ্মনাথক চৰকাৰে দোষী সাব্যস্ত কৰিছিল। দোষ স্বীকাৰ কৰি সম্পাদকে শেষত অৱশ্যে ৰচনাখন উঠাই লৈছিল।

অসমীয়া ভাষা- সাহিত্যৰ বিকাশ সাধনকে লক্ষ্য হিচাপে লৈ সাহিত্য সভাৰ জন্ম হৈছিল। কাৰণ তৎকালীন অসমত মধ্য শ্ৰেণীৰ সামন্তীয় মান মৰ্যাদা আৰু অসমৰ সাংস্কৃতিক ঐতিহ্যক প্ৰত্যাহ্বান জনাইছিল ব্ৰিটিছ অনুগ্ৰহপুষ্ট এচাম বঙালী আমোলাৰ অসমীয়া ভাষা-সংস্কৃতি তথা অনগ্ৰসৰ জনসাধাৰণৰ প্ৰতি দেখুউৱা অৱজ্ঞাৰ ভাব আৰু তাৰ লগে লগে ভাষা- সংস্কৃতিৰ ওপৰত আগ্ৰাসী আক্ৰমণে। ইয়েই অসমীয়া মধ্য শ্ৰেণীৰ মাজত অসন্তুষ্টিৰ সৃষ্টি কৰিছিল। কিন্তু সকলো বঙালীয়েই একে ভূমিকা লৈছিল বুলি ক'লে সত্যৰ অপলাপ হ'ব। কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া ভাষাই লাভ কৰা মৰ্যাদাৰ গুৰিত আছিল আশুতোষ মুখাৰ্জী। প্ৰফুল্ল চন্দ্ৰ ৰায়ে মুকলিভাৱে প্ৰাচীন অসমীয়া গদ্যৰ ভূয়সী প্ৰশংসা কৰিছিল। বঙালী হেডমাষ্টৰ চন্দ্ৰমোহন গোস্বামীক কোনজন অসমীয়া ছাত্ৰই শ্ৰদ্ধা কৰা নাছিল? সম্ভ্ৰান্ত ঠাকুৰ পৰিয়ালৰ ছোৱালী বিয়া কৰোৱা বুলি শুনি তেখেতে বেজবৰুৱাক কৈছিল— "কিন্তু পাহৰি যেন নোযোৱা যে বংগদেশত ঠাকুৰ পৰিবাৰ যেনে সম্ভ্ৰান্ত, অসমতো তোমালোকৰ বংশ তেনে শিৰফুটা।"[১১] ব্ৰিটিছৰ আজ্ঞাবাহী এগাল

বঙালী আমোলাই যেনেকৈ স্বদেশৰ অন্যভাষী মানুহক তুচ্ছ-তাচ্ছিল্য কৰি অৱজ্ঞা কৰিছিল, ভাষা সাহিত্যৰ ওপৰত আগ্ৰাসী আক্ৰমণ চলাই অপ্ৰীতিকৰ সম্পৰ্কৰ জন্ম দিছিল তেনেকৈ বংগদেশত এচাম দেশ প্ৰেমিকক সাম্ৰাজ্যবাদ-বিৰোধী সংগ্ৰামী চেতনা জগাই তুলি সমগ্ৰ ভাৰতক জগাই তুলিছিল। এই সকলোখিনি আছিল ঔপনিবেশিক শাসন শোষণৰে ফলশ্ৰুতি। এই সত্য উপলব্ধি কৰিব পৰা নাছিল কাৰণেই বেজবৰুৱা প্ৰমুখ্যে অসমীয়া মধ্য শ্ৰেণীৰ আগশাৰীৰ নেতাসকলে, ৰাজনৈতিক প্ৰতিৰোধ ৰচনাৰ পৰিৱৰ্তে ৰচনা কৰিছিল সাংস্কৃতিক প্ৰতিৰোধ। এই ক্ষেত্ৰতো তেওঁলোকে শত্ৰু হিচাপে গণ্য কৰিছিল সাম্ৰাজ্যবাদক নহয়, বঙালীসকলকহে। ব্ৰিটিছক তেওঁলোকে প্ৰত্যাহ্বান জনাব পৰা নাছিল। কলিকতাত লক্ষ্মীনাথে বি বৰুৱাৰ লগত হেনো স্বাধীন ব্যৱসায় কৰিছিল। সেয়ে যদি হয় তেন্তে বেজবৰুৱাই কিয় ব্ৰিটিছ চাহাবক 'খৃষ্টমাচ'ত কেক ফল-মূললৈ ভেটি দিব লগা হৈছিল? Indian Civil Service পৰীক্ষাৰ কাৰণে বিলাতলৈ যোৱা সুভাষ বসুৱে কেম্ব্ৰিজৰ পৰা দেউতাকলৈ লিখা চিঠিত মুকলিভাৱে ব্ৰিটিছৰ বিৰুদ্ধে থকা ক্ষোভ প্ৰকাশ কৰি লিখিছিল "What gives me the greatest joy is to watch the whileskins serving me and cleaning my shoes" [১২] চাহাবক ভেটি দি ৰাজ আনুগত্য প্ৰকাশ কৰা বেজবৰুৱাই বিনিময়ত বগা চাহাবৰ পৰা কি পাইছিল, সেইখিনি 'এংলো ইণ্ডিয়ান' ৰচনাখনতেই প্ৰকাশ কৰিছিল। চাহাবৰ হাতত অপমানিত হৈয়ো, চাহাবৰ বিৰুদ্ধে বেজবৰুৱাই এষাৰো মাত মতা নাছিল। ৰচনাখন অসমীয়া মধ্য শ্ৰেণীৰ দুমুখীয়া চৰিত্ৰৰ এখন সুন্দৰ দলিল— তাত এফালে আছিল গভীৰ ব্ৰিটিছ আনুগত্য, আনফালে আছিল ব্ৰিটিছৰ হাতত লাঞ্ছিত হোৱাত তেওঁলোকৰ প্ৰতি ক্ষোভ।

মধ্য শ্ৰেণীৰ জাতীয় মৰ্যাদাবোধ, ৰাজনৈতিক প্ৰতিৰোধ ৰচনা নকৰি, সাম্ৰাজ্যবাদী কূট- কৌশলে জন্ম দিয়া ভাষা সমস্যাকে মূলধন হিচাপে লৈ সকলোকে সাহিত্য সভাৰ মঞ্চত সমবেত কৰিছিল। আৰম্ভ হৈছিল একালত 'জোনাকী'য়ে গঢ় দি যোৱা আধুনিক অসমীয়া ভাষা-সাহিত্যক আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰাম। স্মৰণযোগ্য যে পৰাধীন জাতিৰ ভাষা-সংস্কৃতিৰ মুক্ত বিকাশৰ প্ৰধান শত্ৰু সাম্ৰাজ্যবাদক অসমীয়া জাতিৰ ত্ৰাণকৰ্তা হিচাপে লৈ সংগ্ৰাম কৰিছিল ব্ৰিটিছৰ আজ্ঞাবাহী বঙালী আমোলাৰ বিৰুদ্ধে। পাহৰি গৈছিল, যে এচাম অৰ্ধশিক্ষিত ব্ৰিটিছ অনুগ্ৰহপুষ্ট বঙালী আমোলাই বঙালী জাতি নহয়। আজিও অসম সাহিত্য সভাই দাবী কৰে যে সভাৰ নেতৃত্বৰ অবিহনে অসমীয়া ভাষাৰ স্থিতাবস্থাই নাথাকিলহেঁতেন। সঁচা কথা, অসম সাহিত্য সভাৰ জাতীয়তা ভাষা ভিত্তিক। অসমীয়া ভাষা-সাহিত্যলৈ সভাৰ অৱদান অনস্বীকাৰ্য। সেয়ে হ'লেও

এটা কথা মনত ৰখা ভাল যে পেটৰ তাগিদাত জীয়াই থকাৰ তাগিদাত জনসাধাৰণে তেওঁলোকৰ নিজৰ মুখৰ ভাষাক জীয়াই ৰাখে, ইয়াত কোনো শ্ৰেণীৰ আধিপত্য নৰজে। জীয়াই থকাৰ মানৱীয় অধিকাৰ প্ৰতিষ্ঠাৰ সংগ্ৰামে ভাষাক সাহিত্যিক ৰূপ দিয়ে। সময়ত সেই সাহিত্য সংগ্ৰামৰ আহিলা হয়- সমাজে ৰূপ সলায়। পৰিবৰ্তিত সমাজে তাৰ লগত খাপ খুৱাই নতুন সাহিত্য সৃষ্টি কৰে। এনে ধৰণেই সাহিত্যই সমাজ বিকাশৰ গতি পথ নিৰ্ণয়ত এক গুৰুত্বপূৰ্ণ ভূমিকা লয়।

(৫)

জাতীয় মহাবিদ্ৰোহ অসমত সংগঠিত কৰাৰ অপৰাধত ১৮৫৭ ত মণিৰামক ফাঁচীৰ কাঠত তুলি, ব্ৰিটিছে ১৮২৮ত গমধৰ, ধনজয় আদিয়ে আৰম্ভ কৰা ব্ৰিটিছবিৰোধী বিদ্ৰোহৰ সামৰণি মাৰে। ব্ৰিটিছে নিজৰ প্ৰতিশ্ৰুতি ভংগ কৰি পিয়লী, ধনজয়, মণিৰামক নিষ্ঠুৰভাৱে হত্যা কৰে। তাৰ বিৰুদ্ধে মধ্য শ্ৰেণীয়ে প্ৰতিবাদ কৰাৰ কোনো প্ৰমাণ নাই। ইয়াৰ পিছতে দেখা যায়, অতিৰিক্ত খাজানা শোষণ। ৰাইজৰ জীৱন খাজানা শোষণত দুৰ্বিসহ হৈ পৰে। কৃষক ৰাইজে দেখিলে, ব্ৰিটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ বাহিৰে তেওঁলোকৰ সম্মুখত আৰু কোনো পথ নাই। ১৮৬১-১৮৯৪ লৈকে এইছোৱা কালৰ অসমৰ ইতিহাস কৃষক বিদ্ৰোহৰ ইতিহাস। অথচ এইছোৱা কালত অসমৰ ৰাইজক বিকাশৰ বাট দেখুৱাওতা তথাকথিত জাতীয় চেতনাৰ উদগাতাসকলে সেই বিদ্ৰোহৰ পৰা এক নিৰাপদ দূৰত্বত থাকি নিজ শ্ৰেণীৰ বিকাশৰ পথৰ সন্ধান কৰে। ব্যৱহাৰিক অভিজ্ঞতাৰ পৰাই মধ্য শ্ৰেণীয়ে উপলব্ধি কৰে যে কৃষকৰ সংগ্ৰামী চেতনাক ভোটা কৰি ব্ৰিটিছ প্ৰশাসনৰ অনুকূলে পৰিচালিত কৰিব নোৱাৰিলে, তেওঁলোকৰ শ্ৰেণী স্বাৰ্থ ৰক্ষা কৰাটো অসম্ভৱ। এই ব্যৱহাৰিক জ্ঞানেই অসমত বিভিন্ন ৰাজনৈতিক সংগঠনৰ জন্ম দিয়ে বুলি অনুমান কৰিব পাৰি। তৎকালীন অসমৰ ৰাজনৈতিক জগতৰ দিগ্‌দৰ্শক ।জগন্নাথ বৰুৱা আৰু মানিক চন্দ্ৰ বৰুৱা। কলিকতাত পঢ়ি থাকোঁতেই গৱৰ্ণৰ জেনেৰেল নৰ্থব্ৰুকক অভিনন্দন জনাই ৰাজভক্তি প্ৰদৰ্শনৰ গৌৰৱ শিৰত লৈ অসমলৈ ঘূৰি আহি, ১৮৭৪ত নৰ্থব্ৰুক অসমলৈ আহোঁতে গুৱাহাটীত এখন বৃহৎ স্থায়ী তোৰণ নিৰ্মাণ কৰি অভিনন্দন জনোৱাত আগভাগ লয় জগন্নাথে। অভিনন্দন পত্ৰও তেৱেঁই পাঠ কৰে। এইদৰে মধ্য শ্ৰেণীয়ে নিজস্ব সমৃদ্ধি আৰু সম্ভাৱনাময় ভৱিষ্যৎ গঢ়াৰ কাৰণে যিমানেই ব্ৰিটিছৰ ওচৰ চাপি যায় সিমানেই তেওঁলোক জন-জীৱনৰ পৰা আঁতৰি আহে।

অসমত কৃষক বিদ্ৰোহৰ কালছোৱাতেই (১৮৬১-১৮৯৪) অসমীয়া শিক্ষিত মধ্য শ্ৰেণীটোৰ উদ্ভৱ হয় আৰু ই লাহে লাহে বিকাশ লাভ কৰিবলৈ ধৰে। তেওঁলোকৰ মাজত যি নতুন আৰ্থ- সামাজিক আৰু সাংস্কৃতিক চিন্তা-চেতনাৰ উদয় হয় তাৰ প্ৰধান অভিব্যক্তি ঘটে বিভিন্ন অনুষ্ঠান, সংগঠনৰ মাজেৰে। ১৮৮৪ চনত যোৰহাটত জগন্নাথে অসমৰ ৰাইজক ৰাজনীতিৰ শিক্ষা দিয়াৰ মানসেৰে 'সাৰ্বজনিক সভা' গঠন কৰে। কলিকতাত ১৮৭২ত 'অসমীয়া সাহিত্য সভা' গঠন কৰোঁতাসকলৰ অন্যতম গঙ্গাগোবিন্দ ফুকনে ১৮৮০ চনত 'আপাৰ আসাম এছোছিয়েশ্বন' নাম দি এখন সভা গঠন কৰা বুলি জনা যায়। নিৰ্ভৰযোগ্য তথ্যৰ অভাৱৰ কাৰণেই সেই সভাৰ বিষয়ে ইয়াত উল্লেখ কৰা নাই। জগন্নাথে তেনে সংগঠনৰ পৰা আৰ্হি লোৱা যেন অনুমান নহয়। ১৮৭০ চনত পুনাত মহাদেব গোবিন্দ ৰাণাডেই 'সাৰ্বজনিক সভা' নাম দি এটা সংগঠন প্ৰতিষ্ঠা কৰে "On coming to Poona one of the first public activities of Ranade was to put life in to the Sarvajanik Sabha which was established in 1870. In Ranadas hands the activities of the sabha were expanded to such an extent that it become a political organisation par excellence and a model for other provincial organisations." [১০] এনে এখন সভাকে জগন্নাথে আৰ্হি হিচাপে লৈছিল যেন লাগে।

সভাখনৰ জন্ম প্ৰসঙ্গত জগন্নাথৰ জীৱনীকাৰে লিখিছে যে— "তেওঁৰ আৰ্থিক অৱস্থা কিছু টনকিয়াল হ'লত অসমীয়া মানুহক ৰাজনৈতিক কথা আলোচনা কৰাৰ প্ৰণালী শিকাবৰ উদ্দেশ্যে যোৰহাটত সাৰ্বজনিক সভা স্থাপন কৰে।" [১১] তেতিয়াৰ দিনত ৫-৬ লাখ টকা উপাৰ্জন বা সঞ্চয় কৰিব পৰাটো নিচেই সহজ কথা নহয়। সেই সম্পত্তি অৰ্জন কৰাৰ পিছত আৰু তাৰ বৃদ্ধিৰ বাটো সুগম কৰি অটোৱাৰ পিছতহে জগন্নাথৰ অসমীয়া ৰাইজলৈ মনত পৰাটো তাৎপৰ্যপূৰ্ণ কথা। তাতোকৈ তাৎপৰ্যপূৰ্ণ কথা— অসমৰ ৰাইজক ৰাজনৈতিক আলোচনাৰ প্ৰণালী শিকাবলৈ ওলাই অহাটো। প্ৰশ্ন হয়, জগন্নাথে সেই ৰাজনৈতিক প্ৰণালীৰ শিক্ষা ক'ত লৈছিল? ১৮৮৪ৰ আগৰ কালছোৱাৰ অসমৰ ইতিহাসৰ পৰা তেওঁ নিশ্চয় এই শিক্ষাই পাইছিল যে যদি নিবন্ধৰ কৃষক প্ৰজাৰ সংগ্ৰামী চেতনাক ভোটা কৰিব পৰা নাযায় তেন্তে তেওঁলোকৰ সম্ভাৱনাময় ভৱিষ্যৎ গঢ়াটো সম্ভৱ হৈ নুঠিব। সেয়ে সংগ্ৰাম আৰু বিদ্ৰোহৰ পথৰ পৰা আঁতৰাই আনি কৃষক ৰাইজক ব্ৰিটিছৰ একান্ত অনুগত প্ৰজাত

পৰিণত কৰোৱাৰ প্ৰয়াস কৰে। সাৰ্বজনিক সভা তেনে প্ৰয়াসৰে ফলশ্ৰুতি বুলি অনুমান কৰাৰ যথেষ্ট থল আছে।

১৮৯৩ চনৰ ১১ নভেম্বৰত সাৰ্বজনিক সভাই 'কানি অনুসন্ধান সমিতি' (Royal commission of opium) ওচৰত দাখিল কৰা স্মাৰকপত্ৰখনে মধ্য শ্ৰেণীৰ স্বৰূপ উন্মুক্ত কৰি দিয়ে। স্মাৰকপত্ৰত জগন্নাথে নিজৰ (শ্ৰেণীৰ) উদ্দেশ্য সুকৌশলেৰে সংগোপনে ৰাখি, ভিত্তিহীন যুক্তি দেখুৱাই আফু খেতি বন্ধ নকৰিবলৈ চৰকাৰক অনুৰোধ জনায়। চালুকীয়া অসমীয়া মধ্য শ্ৰেণীৰ উপাৰ্জনৰ পথ সকলোৰে একে নহ'লেও সামগ্ৰিকভাৱে শ্ৰেণীটো ভূমি স্বাৰ্থৰ লগত জড়িত। চাকৰিয়াল, অচাকৰিয়াল সকলোৰে নামত এক বুজন পৰিমাণৰ মাটি আছে। আফু খেতি বন্ধ হ'লে তেওঁলোকৰ উপাৰ্জনৰ এটা ভাল পথ বন্ধ হৈ যাব। কৃষক ৰাইজৰ স্বাৰ্থত সাৰ্বজনিক সভাই আফু খেতি বন্ধ কৰাৰ প্ৰতিবাদ কৰা বুলি ক'লে ইতিহাসে মানি নলয়। সেই একে সময়তে (১৮৮৪) তেজপুৰত নামনি অসমৰ ভূস্বামীসকলে 'ৰায়ত সভা' গঠন কৰে। ব্ৰিটিছৰ সহযোগত ৰাইজৰ কল্যাণ সাধন কৰাটোকে উদ্দেশ্য হিচাপে ঘোষণা কৰি মধ্য শ্ৰেণীৰ একাংশ 'ৰায়ত সভা'ৰ পতাকাৰ তলত সমবেত হয়। উজনিত চাহ খেতিয়কসকল যেনে নামনি অসমত মাটিগিৰী ব্যৱসায়ীসকল তেনে। উজনিত চাহ খেতিয়কৰ নেতৃত্বত 'সাৰ্বজনিক সভা' আৰু নামনিত ভূস্বামীৰ নেতৃত্বত 'ৰায়ত সভা' দুয়োটা সংগঠনেই ব্ৰিটিছৰ পক্ষত থাকি, কাম আৰম্ভ কৰে।

[ব্ৰিটিছৰ উপকাৰ স্বীকাৰ কৰা আৰু ব্ৰিটিছৰ পক্ষ অৱলম্বন কৰা দুয়োটাকে সমাৰ্থক বুলি গণ্য কৰাৰ নজিৰ ইতিহাসত আছে। আজিও তেনে ভ্ৰান্ত ইতিহাস চেতনাৰ পৰা আমাৰ বহু চিন্তাশীল মুক্ত হ'ব পৰা নাই।] এই কালছোৱাতে অসমীয়া মধ্য শ্ৰেণীটোৱে লাহে লাহে বিকাশ লাভ কৰে আৰু অৰ্থনৈতিক অৱস্থাও কিছু টনকিয়াল হয়। অন্ততঃ সেই কালতে, যোৰহাটৰ পৰা কলিকতালৈ নিজৰ খৰচত গৈ ব্ৰিটিছ ৰাজৰ ওচৰত ৰাজভক্তি নিবেদন কৰিব পৰা, ব্ৰিটিছৰ সহযোগত চাহ বাগান পাতিব পৰা আৰ্থিক শক্তি অৰ্জন কৰে।

পাহৰিলে নচলিব যে এই কালছোৱাত কৃষকৰ অৱস্থা শোচনীয় হৈ পৰে। কৃষি অৰ্থনীতিৰ কোনো পৰিবৰ্তন লক্ষ্য কৰা নাযায়। চাহ বাগানৰ যথেষ্ট বিকাশ ঘটে যদিও সামন্তীয় চৰিত্ৰৰ চাহ শিল্পৰ লগত থলুৱা অৰ্থনীতিৰ কোনো সম্পৰ্ক নাই। চাহ বাগানৰ শ্ৰমিকসকলকে অনা হয় বাহিৰৰ পৰা, খাদ্য সামগ্ৰী আৰু অন্যান্য নিত্য প্ৰয়োজনীয় বস্তুও যোগান ধৰে বাহিৰৰ

ব্যৱসায়ীয়ে। আনহাতে, গাঁৱত মুদ্ৰাৰ প্ৰচলন কম আৰু বজাৰ অৰ্থনীতিয়েও বিকাশ লাভ কৰা নাই। ফলত মাৰোৱাৰী বা তেওঁলোকৰ দালালবোৰে গাঁৱলৈ গৈ উৎপাদিত সামগ্ৰিৰ যি দাম দিয়ে সেই দামতেই বস্তুবোৰ দি দিয়ে। Assam Valley Reasassment Report ৰ মতে বজাৰলৈ পণ্য ওলাই নাহে, তাৰ বিপৰীতে অসমৰ বাহিৰৰ ব্যৱসায়ীহে পণ্যৰ কাৰণে গাঁৱৰ খেতিয়কৰ ওচৰ চাপে।

এনে এক পৰিস্থিতিত খেতিয়কসকল নতুন ব্যৱস্থাটোৰ ওপৰত বিতুষ্ট হৈ পৰে। মুদ্ৰাৰ প্ৰচলন সীমিত হোৱাৰ কাৰণে আৰু অবিকশিত বজাৰ ব্যৱস্থাৰ কাৰণে খাজনা পৰিশোধ কৰাটো ৰাইজৰ কাৰণে সমস্যা হৈ পৰে। তাৰ ওপৰত 'খাজনাৰা হাৰ বৃদ্ধি কৰাত ৰাইজ ক্ষোভত ফাটি পৰে। দৰং আৰু কামৰূপ জিলাৰ মুঠ ৰাজহৰ পৰিমাণলৈ লক্ষ্য কৰিলেই ব্ৰিটিছৰ শোষণৰ স্বৰূপটো ওলাই পৰে।

| | | |
|---|---|---|
| কামৰূপত | ১৮৬৮-৬৯ | ঃ ৭৯৭২৬৭ টকা |
| | ১৮৯৩-৯৪ | ঃ ১৩,৩৩৩১৪ টকা |
| দৰঙত | ১৮৬৮-৬৯ | ঃ ৩৫৭,৭৬৮ টকা |
| | ১৮৯৩-৯৪ | ঃ ৬৪৮,৮২০ টকা |

এনে ধৰণৰ নিৰ্মম খাজনা শোষণৰ ফলত খেতিয়কৰ হাত সদায় উদং হৈ থাকে। ভৱিষ্যৎ সঞ্চয় বুলিবলৈ তেওঁলোকৰ হাতত একোকে নথকা হয়। ৰাইজৰ উন্নতিৰ নামত শোষণ নিপীড়ন বাঢ়ি যায়। লগে লগে খাজনা আদায়ৰ নামত আৰম্ভ হয় অমানুষিক অত্যাচাৰ। কোনোবা এজন ব্ৰিটিছ কৰ্মচাৰীয়ে তেওঁৰ এটা ৰিপৰ্টত এই বুলি উল্লেখ কৰে যে "The system hitherts adopted has been harmful in the extreme and that its direct tendency has been to reduce ryots to a state of proverty and dejection of the most distressing nature ... many of the finest parts of the country are now a drary waste villages once most pleasant to the eye are now deserted in ruins ... The inhabitants instead of finding in the British Govt. a power which would protect in the enjoyment of their, hearpts and homes have fled by hundreds in all direction." লেফটেনেণ্ট ৰাডাৰ ফোৰ্ডেও ঠিক একেদৰেই লিখিছে "The same

opressive method is practised and ryots run in Burra Senapati's country or in to lower Assam and those that remain are forced to make up the rent due from the brethren."[১৬]

ব্ৰিটিছ শোষণ নিপীড়নে এনে এক সামাজিক অবস্থাৰ সৃষ্টি কৰে যে, খেতিয়ক ৰাইজ সশস্ত্ৰ প্ৰতিৰোধৰ কাৰণে সাজু হয়। সশস্ত্ৰ প্ৰতিৰোধৰ ভিতৰত ১৮৯৩-৯৪ চনৰ দৰং আৰু কামৰূপৰ বিদ্ৰোহেই উল্লেখযোগ্য। এই বিদ্ৰোহবোৰত নেতৃত্ব দিয়ে গঞা ৰাইজৰ 'মেল'বোৰে। ১৮৯৩ৰ ডিচেম্বৰ আৰু ১৮৯৪ৰ জানুৱাৰীত ৰঙিয়াত হাজাৰ হাজাৰ কৃষক চৰকাৰী কাৰ্যালয়ৰ সম্মুখলৈ আহি বৰ্ধিত হাৰত খাজনা নিদিয়াৰ ধ্বনি দি বিক্ষোভ প্ৰদৰ্শন কৰে। বজাৰ লুটপাট কৰে। চৰকাৰে বহুতকে গ্ৰেপ্তাৰ কৰে। তেওঁলোকক মুক্তি নিদিয়াত বলপূৰ্বক মুকলি কৰি আনিবলৈ ৰাইজ জিলাৰ থানাত সমবেত হয়। শেষত গুলী চালনা কৰাতহে ৰাইজে ছত্ৰভংগ দিয়ে। গুলী চালনাৰ ফলত "Many lives must have been lost and many were put under arrest."[১৭] সৰু ক্ষেত্ৰীৰ মৌজাদাৰ আৰু মণ্ডলজনে খাজনা আদায় দিবৰ কাৰণে ৰাইজক জোৰ জুলুম কৰাত, লাচিমাৰ কৃষকে তেওঁলোকক মাৰধৰ কৰে। মহকুমাধিপতি মাধৱচন্দ্ৰ বৰদলৈয়ে (নবীনচন্দ্ৰ বৰদলৈৰ পিতৃ) ৭৫ জন মানুহক গ্ৰেপ্তাৰ কৰি কেম্পলৈ লৈ আনে। লগে লগে কেইবা হাজাৰো কৃষকে পিছে পিছে আহি কেম্পত অগ্নিসংযোগৰ ভাবুকি দিয়াত কৃষকসকলক মুক্তি দিয়ে আৰু মহকুমাধিপতি বৰদলৈ মাজ নিশা বৰপেটালৈ পলাই যায়। পিছ দিনা আবেলি কামৰূপ জিলাৰ উপায়ুক্ত সেই ঠাইত উপস্থিত হয়। প্ৰায় ৬০০০ কৃষকৰ চহীৰে ৰাইজে উপায়ুক্তৰ ওচৰত এখন আবেদন পত্ৰদি গ্ৰেপ্তাৰ কৰি ৰখা কৃষকক মুক্তি দিবলৈ দাবী কৰে। উপায়ুক্ত মেকৃবিয়ে ৰাইজক আঁতৰি যাবলৈ নিৰ্দেশ দিয়ে। ৰাইজ অলৰ অচৰ। পুলিচ বাহিনীয়ে বেয়নেট প্ৰয়োগ কৰি ৰাইজক আঁতৰাই পঠাব লগা হয়। ৰাইজৰ এই সংগ্ৰামী চেতনাৰ পিছত আছে নিৰ্মম শোষণ। "It is said by people who still remember those days that they were yoked to the plough like bullock and compelled to draw it accorss the fields"[১৮]

দৰং জিলাৰ বিভিন্ন অঞ্চলত কৃষকে 'মেল'ত বহি প্ৰতিৰোধ গঢ়ি তোলাৰ বাতৰি পাই দৰঙৰ উপায়ুক্ত জে. ডি. এণ্ডাৰচন ২৮ জানুৱাৰীত পথৰুঘাটত উপস্থিত হয়। তাৰ আগতেই ৰাইজে খবৰ পাই, উপায়ুক্তৰ

কেম্পৰ সম্মুখৰ পথাৰত সমবেত হয়। তেওঁলোকৰ দাবী মানি নোলোৱা পৰ্যন্ত ৰাইজ তাৰ পৰা আঁতৰি নাযায়। ৰাইজৰ দৃঢ়তাত উপায়ুক্ত শংকিত হয়। শেষত পুলিচৰ বন্দুক-বেয়নেট ৰাইজৰ ফালে পোন হয়। অতুলনীয় সাহসেৰে ৰাইজ বেয়নেটৰ ফালে আগবাঢ়ে। "The people grew excited at the sight of fixed bayonets when Berington drow up his men in battle order. The crowd pressed forward inspite of volleys of fire aimed at them and draw back only when scores of people lay dead or injured on the ground, but not before they had thrown clods of earth and the bamboo sticks some of them carried with them at their opponents."[১১] স্মৰণযোগ্য যে এই কৃষকসকলৰ ভিতৰত অসমৰ আদিম জনগোষ্ঠীৰ বড়ো, কছাৰী, ৰাভা, লালুং আদিৰ সংখ্যাই সৰহ। পথৰুঘাটত প্ৰায় ১৪০ জন কৃষকে প্ৰাণ হেৰুৱায় বুলি জনা যায়। মৃতদেহবোৰ পুতি থোৱা পুখুৰীটোৱে আজিও ব্ৰিটিছৰ বৰ্বৰতাৰ সাক্ষ্য বহন কৰি আছে।

পথৰুঘাট, লাচিমাৰ ৰাজপথ আৰু পথাৰত তেতিয়াও কৃষকৰ কেঁচা তেজ শুকুৱা নাই, সেই বিদ্ৰোহৰ কুৰি দিন পূৰ নৌ হওঁতেই ১৮৯৪ ৰ ১৬ ফেব্ৰুৱাৰীত অসমীয়া মধ্য শ্ৰেণীৰ মধ্যমণি জগন্নাথ বৰুৱাই বৰলাট লৰ্ড এলগিনক এখন দীঘলীয়া অভিনন্দন পত্ৰেৰে অসমীয়া ৰজাৰ হৈ ৰাজভক্তি নিবেদন কৰে। প্ৰশ্ন হয় এই ৰাজভক্তি অসমীয়া কৃষক ৰাইজৰ নে মধ্য শ্ৰেণীৰ? কি কাৰণত ব্ৰিটিছ অভিনন্দনৰ পাত্ৰ? এফালে ৰাইজে বাঁহৰ লাঠী, মাটিৰ চপৰা হাতত লৈ ব্ৰিটিছৰ বন্দুক বেয়নেটৰ সম্মুখত থিয় দি মৃত্যুক সাবটি লৈছে, আনফালে তাৰ দুদিন পিছতে জগন্নাথে বৰলাটক অভিনন্দন জনাইছে। ইয়াৰ পৰা এইটো প্ৰমাণ কৰিব খোজা হোৱা নাই যে ব্ৰিটিছ বৰ্বৰতাৰ প্ৰতি মধ্য শ্ৰেণীৰ সমৰ্থন আছে। মধ্য শ্ৰেণীয়ে তাক সমৰ্থন কৰা নাই আৰু নোৱাৰে কিন্তু একে সময়তে তেওঁলোকে কৃষকৰ ব্ৰিটিছবিৰোধী সশস্ত্ৰ প্ৰতিৰোধো সমৰ্থন কৰা নাই আৰু নোৱাৰে। ব্ৰিটিছৰ পিতৃ স্নেহৰ পৰা বঞ্চিত হোৱাৰ আশংকা কৰিয়েই মধ্য শ্ৰেণীয়ে বোধহয় জনাবলগীয়া হয় যে কৃষক সংগ্ৰামৰ প্ৰতি তেওঁলোকৰ সমৰ্থন নাই বৰং বিৰোধীহে। এই প্ৰয়োজনতেই জগন্নাথে কলিকতালৈ গৈ বৰলাটক অভিনন্দন জনায় বুলি অনুমান কৰাটো অসংগত নহয়। এনেবোৰ তথ্য চালিজাৰি নোচোৱাকৈ আজিও আমাৰ বহু বুদ্ধিজীৱী আৰু ঐতিহাসিকে ইতিহাসৰ বিকৃত ব্যাখ্যা দি থাকে। যাৰ ফলত, বৃহৎ অসমীয়া জাতি গঠন প্ৰক্ৰিয়া সম্পৰ্কে এটা সুস্থ আৰু শুদ্ধ

ধাৰণা গঢ় লৈ উঠা দেখা নাযায়। ইতিহাসৰ গতি পথৰ সঠিক মূল্যায়ন অবিহনে, জাতিটোৰ ভৱিষ্যৎ বিকাশৰ সঠিক পথৰ সন্ধান কোনো আন্দোলনে দিব নোৱাৰে।

কলিকতাত পঢ়ি থাকোঁতেই জগন্নাথ, মানিকচন্দ্ৰ আৰু গংগা গোবিন্দ ফুকনে ১৮৭২ চনত 'অসমীয়া সাহিত্য সভা' গঠন কৰে। কলিকতাৰ পৰা ঘূৰি আহি অসমত 'সাৰ্বজনিক সভা' গঠন কৰে। কলিকতাত বেজবৰুৱা, চন্দ্ৰকুমাৰ আৰু হেম গোস্বামীয়ে অসমীয়া সাহিত্য সভাক 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'লৈ ৰূপান্তৰিত কৰে। ইতিমধ্যে গুণাভিৰাম বৰুৱাৰ এদনীয়া প্ৰচেষ্টাৰে ১৮৮৫ চনত 'আসাম বন্ধু' প্ৰকাশ হয়। নিজ শ্ৰেণীৰ আত্মপ্ৰতিষ্ঠা আৰু বিকাশৰ আহিলাস্বৰূপ 'আসাম বন্ধু' প্ৰকৃততে অসম আৰু অসমবাসীৰ বন্ধু নহয়— অসমীয়া মধ্য শ্ৰেণী আৰু ব্ৰিটিছৰহে যোগ্য বন্ধু। ১৮৮৬ত কাকতখন বন্ধ হয়, ১৮৮৭ত গুণাভিৰামে 'ৰায়বাহাদুৰ' খিতাপ লাভ কৰে। আন তিনি বছৰৰ আগতে মাণিকচন্দ্ৰই অনাৰেৰী মেজিষ্ট্ৰেট পদ লাভ কৰে। ১৮৯৮ত জগন্নাথ বৰুৱাই 'ৰায়বাহাদুৰ' উপাধি আৰু অনাৰেৰী মেজিষ্ট্ৰেটৰ পদ লাভ কৰে।

১৮৮৫ত বলিনাৰায়ণ বৰাৰ 'মৌ' কাকত প্ৰকাশ হয় আৰু ১৮৮৬ত গৃহকন্দলৰ (মধ্য শ্ৰেণীৰ) ফলত মৃত্যু হয়। ১৮৮৯ত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ মুখপত্ৰ 'জোনাকী' প্ৰকাশ হয়। আধুনিক ভাষা-সাহিত্যৰ ভেটিটো প্ৰকৃততে 'জোনাকী'য়েই নিৰ্মাণ কৰে। ইংৰাজ আগমনৰ ফলত আৰু পশ্চিমৰ সভ্যতা-সংস্কৃতিৰ আঘাতত প্ৰাচীন ভাৰতীয় সামাজিক মূল্যবোধ, ধ্যানধাৰণা শেলুৰে বন্ধা প্ৰাচীৰৰ দুই-এচপৰা ইটা খহিবলৈ আৰম্ভ কৰে। পুৰণি আৰু নতুনৰ সংঘাতে সমাজ জীৱনত এক আলোড়ন সৃষ্টি কৰে। নতুন জীৱনৰ এই পদধ্বনি কলিকতাত পঢ়িবলৈ যোৱা অসমীয়া ছাত্ৰসকলৰ কাণত পৰে। নতুন পুৰণিৰ, সমাজ সংঘাতে, এই ডেকাসকলকো জীৱনৰ যুদ্ধ ক্ষেত্ৰলৈ উলিয়াই আনে। নতুন জীৱনাদৰ্শক আকোৱালি ল'বলৈ তেওঁলোকৰ মন উদ্‌বাউল হৈ পৰে। কিন্তু সমাজ সংঘাতৰ মৰ্ম সঠিকভাৱে উপলব্ধি কৰিব নোৱাৰাৰ ফলত, তেওঁলোকৰ সংগ্ৰাম, স্থায়ী সফলতা অৰ্জনৰ ক্ষেত্ৰত ব্যৰ্থ হয়, তেওঁলোকৰ দুৰ্জয় সংকল্প। আলোচনীখনৰ (জোনাকী) নীতি সম্পৰ্কত, চন্দ্ৰকুমাৰৰ বক্তব্যলৈ আঙুলিয়াই দিলেই হ'ব বুলি ভাবো। — "আমাৰ উদ্দেশ্য কি অনেকেই সুধিব। ৰাজনীতি আমাৰ ৰাজ্যৰ বাহিৰ। এই পৰাধীন দেশত প্ৰজানীতিহে ধৰিব লগীয়া। — এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ 'জোনাক' সুমুৱাব নোৱাৰিলেও যদি নিজে নিজেও বাতুৰ

ফিৰিঙতিৰ পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। — আমি যুঁজিবলৈ ওলাইছো আন্ধাৰৰ বিপক্ষে। উদ্দেশ্য দেশৰ উন্নতি, 'জোনাক'।"[২০] সকলোকে ইংৰাজৰ একান্ত অনুগত প্ৰজাত পৰিণত কৰাৰ প্ৰচেষ্টাকে 'জোনাকী'ৰ প্ৰজানীতিৰ মূল কথা বুলি ক'ব পাৰি। সাম্ৰাজ্যবাদী শোষণ আৰু সামন্তীয় সংকীৰ্ণতাই ৰুদ্ধ কৰি ৰখা সমাজ আৰু ব্যক্তিৰ নতুন জীৱনৰ দুৱাৰ মুকলি কৰাৰ সংকল্প 'জোনাকী'ৰ উদ্দেশ্যত অনুপস্থিত। সেই সংকল্প তেওঁলোকে ল'ব নোৱাৰে কাৰণ, মধ্য শ্ৰেণীৰ বিকাশৰ চাবিকাঠী আছে ব্ৰিটিছৰ হাতত। গতিকে সংগ্ৰামী ৰাজনৈতিক চেতনাৰ বিপৰীতে ব্ৰিটিছ অনুগামী এক ভাবালোক গঠনতহে চালুকীয়া মধ্য শ্ৰেণী তৎপৰ হৈ উঠে। ১৮৯০ চনত প্ৰকাশিত 'বিজুলী' আলোচনীয়েও 'জোনাকী'ৰ পথকেই অনুসৰণ কৰে। এইখিনিতে 'বিজুলী'ৰ দ্বিতীয় বছৰৰ সম্পাদক পদ্মনাথ গোহাঞি বৰুৱাৰ এষাৰ কথা উল্লেখযোগ্য— "আমাৰ পূৰ্বাৱস্থাৰে সৈতে যদি বৰ্তমান অৱস্থা তুলনা কৰি চোৱা যায় তেন্তে আমি মুক্ত কণ্ঠে স্বীকাৰ কৰিব লগাত পৰো যে সদাশয় ইংৰাজ গৱৰ্ণমেণ্টৰ তলত থাকি আমাৰ একোৰে অভাৱ নাই, আৰু গৱৰ্ণমেণ্টৰ গুৰিত অসন্তোষ প্ৰকাশ কৰিবলৈকো একো নাই।"[২১] চমু কথাত চালুকীয়া মধ্য শ্ৰেণীয়ে ব্ৰিটিছৰ পক্ষ অৱলম্বন কৰি, তেওঁলোকৰ সহযোগত দেশৰ কল্যাণ সাধন কৰিবলৈ প্ৰয়াস কৰে। দুটা ধাৰাত তেওঁলোকৰ আত্মবিকাশ আৰু আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰাম আগবাঢ়ে। ৰাজনৈতিক আৰু সাংস্কৃতিক। ৰাজনৈতিক দিশত উল্লিখিত সভাকেইখন আৰু সাংস্কৃতিক দিশত আলোচনীকেইখনে নেতৃত্ব দিয়ে। এই সংগ্ৰামৰ ৰথী, মহাৰথীকেইগৰাকীয়ে তেওঁলোকৰ পৃষ্ঠপোষক ব্ৰিটিছৰ পৰা যথোচিত সন্মানো লাভ কৰে। পদ্মনাথে ৰায়বাহাদুৰ আৰু অনাৰেৰী মেজিষ্ট্ৰেট পদ আৰু লক্ষ্মীনাথে অনাৰেৰী মেজিষ্ট্ৰেটৰ পদ লাভ কৰে।

(৬)

পথৰুঘাট, লাচিমা, ৰঙিয়া আদিৰ শোষণ- নিপীড়ণবিৰোধী সশস্ত্ৰ কৃষক প্ৰতিৰোধৰ মৃত্যুহীন ঐতিহ্য সৃষ্টি কৰি অসমত কৃষক প্ৰজাই ঊনবিংশ শতিকাক বিদায় সম্ভাষণ জনাইছিল। জনসাধাৰণৰ সংগ্ৰামৰ ইতিহাসেই একোটা জাতি, একোখন দেশৰ গৌৰৱ— যি সংগ্ৰাম পৰিচালিত হয় শোষণ-নিপীড়ণ আৰু অত্যাচাৰৰ বিৰুদ্ধে। ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত, অসমত বিক্ষিপ্তভাৱে সংঘটিত স্বতঃস্ফূৰ্ত কৃষক বিদ্ৰোহৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ধাৰাই, শতিকাৰ শেষ দশকত উত্তাল বন্যা স্ৰোতত পৰিণত হৈ সমগ্ৰ অসমৰ গাঁও অঞ্চল টৌৱাই তুলিছিল। সেই একে সময়তে অৰ্থাৎ ঊনবিংশ শতিকাৰ শেষ দুটা দশকত নৱজাত বুদ্ধি

শ্ৰমিক মধ্য শ্ৰেণীয়ে সাংস্কৃতিক পুনৰ্গঠনৰ উদ্দেশ্যে এক সাহিত্যিক আন্দোলন গঢ়ি তুলি অসমৰ মাটিৰ গোন্ধহীন নতুন নতুন সাহিত্য সৃষ্টি কৰি এমুঠি নব্যশিক্ষিত অভিজাত পৰিয়ালৰ মাজত আলোড়ন সৃষ্টি কৰিছিল আৰু এচামে অসমৰ উজনি-নামনিত 'সাৰ্বজনিক সভা' আৰু 'ৰায়ত সভা' গঠন কৰি কৃষকৰ সংগ্ৰামী চেতনা ভোটা কৰি ব্ৰিটিছৰ অনুগ্ৰহ লাভৰ প্ৰচেষ্টা চলাইছিল। মধ্য শ্ৰেণীৰ আত্মপ্ৰতিষ্ঠা আৰু বিকাশৰ এই আন্দোলনৰ লগত জনসাধাৰণৰ কোনো সম্পৰ্ক নাছিল।

উনবিংশ শতিকাৰ এই দুয়োটা আন্দোলনৰ গতি আৰু প্ৰকৃতি আছিল ভিন্ন। আন্দোলনৰ ক্ষেত্ৰও আছিল সুকীয়া। ব্ৰিটিছৰ পক্ষ অৱলম্বন কৰি, চমু কথাত ব্ৰিটিছৰ সহায়কৰূপেই নৱজাত মধ্য শ্ৰেণীয়ে তেওঁলোকৰ সাংস্কৃতিক আৰু ৰাজনৈতিক আন্দোলন সংগঠিত কৰিছিল আৰু এই আন্দোলন এমুঠি প্ৰাচীন অভিজাত আৰু নব্য শিক্ষিত এচাম মানুহ আৰু অসমৰ প্ৰধান ঠাই—গুৱাহাটী, তেজপুৰ, নগাঁও, যোৰহাট, শিৱসাগৰ আৰু ডিব্ৰুগড়তেই সীমাবদ্ধ আছিল। আনহাতে, কৃষক বিদ্ৰোহসমূহে অসমৰ প্ৰায় সকলো গাঁও অঞ্চললৈ বিয়পি পৰি, গণ সংগ্ৰামৰ ৰূপ লৈছিল। পৰস্পৰবিৰোধী এই আন্দোলন দুটাৰ গতি-প্ৰকৃতি ঠিকভাৱে অনুধাৱন কৰিলেই স্পষ্ট হয় যে কোনে প্ৰকৃততে প্ৰকৃত অসমীয়া জাতীয়তাবাদৰ ভিত্তি ৰচনা কৰিছিল। যি সময়ত অসমৰ কৃষক ৰাইজে তেওঁলোকৰ একক শক্তিৰে উনবিংশ শতিকাৰ সমগ্ৰ দ্বিতীয়াৰ্দ্ধ জুৰি বিক্ষিপ্তভাৱে সাম্ৰাজ্যবাদী আৰু সামন্তীয় শোষণবিৰোধী প্ৰতিৰোধ গঢ়ি তুলি এক ঐতিহাসিক দায়িত্ব পালন কৰিছিল, সেই সময়তে মধ্য শ্ৰেণীয়ে সেই কৃষক অভ্যুত্থানসমূহক নেতৃত্ব দি গণ সংগ্ৰামৰ ৰূপ দিয়াৰ পৰিৱৰ্তে ব্ৰিটিছৰ সহযোগত নিজ শ্ৰেণী স্বাৰ্থৰ অনুকূলে, অসমৰ জনসাধাৰণৰ ওপৰত নেতৃত্ব প্ৰতিষ্ঠাৰ কাৰণেহে প্ৰচেষ্টা চলাইছিল। কৃষক বিদ্ৰোহসমূহ ব্যৰ্থ হৈছিল, সচেতন নেতৃত্ব আৰু ৰাজনৈতিক সংগঠনৰ অভাৱত। অশিক্ষা আৰু দাৰিদ্ৰ্য-লাঞ্ছিত অসমীয়া কৃষকে, বিক্ষিপ্ত কৃষক বিদ্ৰোহসমূহক সংগঠিত কৰি গণ সংগ্ৰামৰ ৰূপ দিয়াত ব্যৰ্থ হৈছিল সঁচা, কিন্তু সেই ব্যৰ্থতাই উনবিংশ শতিকাৰ অসমত এক মৃত্যুহীন ঐতিহ্য সৃষ্টি কৰি গৈছিল। পাহৰিলে নচলিব যে সেই মৃত্যুহীন সংগ্ৰামী ঐতিহ্যই প্ৰকৃততে ৰচনা কৰিছিল প্ৰকৃত অসমীয়া জাতীয়তাবাদৰ ভিত্তিভূমি।

ব্ৰিটিছ শাসক আৰু অসমীয়া মধ্য শ্ৰেণীয়ে কৃষক বিদ্ৰোহৰ ব্যৰ্থতাৰ সুযোগ সম্পূৰ্ণৰূপে গ্ৰহণ কৰিছিল। পথৰুঘাটত অনুষ্ঠিত ব্ৰিটিছ বৰ্বৰতাৰ কেইবছৰমান পিছতে লৰ্ড কাৰ্জন অসমলৈ আহিছিল। উদ্দেশ্য সহজেই

অনুমেয়। সময় ১৯০০ চন। তেতিয়াও পথৰুঘাট লাচিমা-৮ শতাধিক কৃষকৰ প্ৰেতাত্মাই ৰাইজৰ দুখ-দুৰ্দশাৰ কথা সোঁৱৰাই আছিল— সোঁৱৰাই আছিল ব্ৰিটিছৰ পাশবিক অত্যাচাৰৰ কথা। অথচ ব্ৰিটিছ ভক্ত অসমীয়া জাতীয়তাবাদৰ উদ্‌গাতা (?) সকলে কাৰ্জনক অভ্যৰ্থনা জনাবলৈ উদ্‌বাউল হৈ পৰিছিল। অভিনন্দনতে ক্ষান্ত নাথাকি, মধ্য শ্ৰেণীৰ ব্ৰিটিছ ভক্তিক যুগ যুগলৈ জীয়াই ৰাখিবলৈ গুৱাহাটীৰ দীঘলী পুখুৰীৰ পশ্চিম ফালে নিৰ্মাণ কৰিছিল 'কাৰ্জন হল।' বিনিময়ত অসমৰ ৰাইজে কি পাইছিল সেয়া কাৰ্জনৰ উক্তিতেই ওলাই পৰিছে ... কাৰ্জনে প্ৰদেশখনৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ফুৰি গ'ল, সহায়তো নেদেখুৱালেই, সহানুভূতিসূচক কথাও নুশুনালে। কাৰ্জনে ক'লে- "আপোনালোকে ওজৰ তোলে যে ভাৰত চৰকাৰে আপোনালোকক আৰ্থিক সাহায্য নিদিয়ে কিন্তু যেতিয়া মই হিচাপ-পত্ৰ চাওঁ, দেখো, বাৎসৰিক উদ্বৃত্ত অসমৰ প্ৰতিকূলেহে যায়, (অৰ্থাৎ অসমৰ ৰাজহ চৰকাৰী উন্নয়নমূলক খৰচতকৈ কম)।"[২২] খাজনা বৃদ্ধি আৰু ব্ৰিটিছৰ শোষণ যে ভিত্তিহীন তাকে কাৰ্জনে অসমীয়া মধ্য শ্ৰেণীক বুজাই থৈ গৈছিল।

ইমানখিনিৰ পিছতো দেখা গৈছিল মধ্য শ্ৰেণী ব্ৰিটিছৰ পিতৃ স্নেহৰ পৰা বঞ্চিত হোৱা নাছিল। কাৰ্জনৰ অভ্যৰ্থনাৰ প্ৰধান উদ্যোক্তাসকলৰ অন্যতম জগন্নাথ বৰুৱাই সপ্তম এডৱাৰ্ডৰ অভিষেক উৎসৱলৈ ব্ৰিটিছ ৰাজৰ পৰা আমন্ত্ৰণ পাইছিল। ব্ৰিটিছ ৰাজৰ পৰা পোৱা এনে সন্মানে মধ্য শ্ৰেণীক উৎসাহিত কৰিছিল। ১৯০২ চনৰ ২৬ জুনত অনুষ্ঠিত হ'বলগীয়া অভিষেক উৎসৱ কেইদিনমান পলমকৈ অনুষ্ঠিত হৈছিল। বিলাতৰ পৰা ঘূৰি আহি জগন্নাথে লক্ষ্য কৰিছিল যে মধ্য শ্ৰেণীৰ মাজতো কিছু অসন্তোষে দেখা দিছিল। সিবোৰৰ খবৰ অৱশ্যে ব্ৰিটিছৰ অজানা নাছিল। কাৰ্জন ঘূৰি যোৱাৰ তিনি বছৰৰ পূৰ নৌ হওঁতেই জগন্নাথে বিলাতৰ অভিষেক উৎসৱত অসমীয়া মধ্য শ্ৰেণীক প্ৰতিনিধিত্ব কৰি ঘূৰি অহাৰ কেইমাহমান পিছতেই, ১৯০৩ চনত ভাইচৰয় পৰিষদৰ সদস্য চাৰ ডেঞ্জিল ইবেটচন, মাটি, বাৰী আৰু খাজনা সম্বন্ধে অনুসন্ধান কৰিবলৈ অসমলৈ আহিছিল। ইবেটচনৰ উদ্দেশ্য যে বেলেগ আছিল সেইটো সহজেই অনুমান কৰি ল'ব পাৰি। ইবেটচন অহা উপলক্ষ্যে, অসমৰ বিভিন্ন ঠাইৰ প্ৰতিনিধিস্থানীয় ব্যক্তিসকল গুৱাহাটীত সমবেত হৈছিল। সেই সুযোগতে ইবেটচনৰ উপস্থিতিতে মানিক চন্দ্ৰ বৰুৱাই কলিকতাৰ 'ইণ্ডিয়ান এছোছিয়েশ্বন'ৰ আৰ্হিত 'আসাম এছোছিয়েশ্বন' নাম দি এখন সভা গঠন কৰিছিল। জমিদাৰ ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱা সভাপতি, বিখ্যাত চাহ খেতিয়ক জগন্নাথ বৰুৱা উপ-সভাপতি আৰু মানিকচন্দ্ৰ সম্পাদক নিৰ্বাচিত হৈছিল। এজন ব্ৰিটিছ প্ৰতিনিধিৰ উপস্থিতিত মধ্য শ্ৰেণীৰ এটা ৰাজনৈতিক

সংগঠন এদিনৰ প্ৰস্তুতিতে গঠন কৰাটো আছিল অত্যন্ত তাৎপৰ্যপূৰ্ণ। পূৰ্ব প্ৰস্তুতি নথকাকৈ এইটো সম্ভৱ হোৱা নাছিল বুলি অনুমান কৰিব পাৰি। আৰু এটা কথা অনুমান কৰাটো নিশ্চয় অসংগত নহ'ব যে, খাজনা বৃদ্ধি, চাকৰী সংকট আদিয়ে মধ্য শ্ৰেণীৰ মাজতো অসন্তুষ্টিৰ সৃষ্টি কৰিছিল। সেই অসন্তুষ্টিয়ে যাতে মধ্য শ্ৰেণীক কৃষক সংগ্ৰামৰ ফালে ঠেলি নিদিয়ে অৰ্থাৎ মধ্য শ্ৰেণী আৰু কৃষকৰ মাজত যাতে কোনো সংহতি স্থাপন নহয় তাৰ কাৰণেই তৎকালীন অসমৰ ঐতিহাসিক অৱস্থা আৰু অসমীয়া মধ্য শ্ৰেণীৰ চেতনাৰ প্ৰতি লক্ষ্য ৰাখি এখন ৰাজনৈতিক মঞ্চ তৈয়াৰ কৰাত ব্ৰিটিছে আগ ভাগ লৈছিল। কাৰ্জনে বোধহয় তাৰ কাৰণেই ঠাই পৰিষ্কাৰ কৰি গৈছিল। (১৯০০ চনৰ মাৰ্চ মাহত কাৰ্জন অসমলৈ আহে। ১৯০২ চনৰ জুনত অনুষ্ঠিত হ'বলগীয়া অভিষেক উৎসৱলৈ জগন্নাথ বৰুৱাই আমন্ত্ৰণ পায়। ১৯০২ চনৰ ১০ ছেপ্টেম্বৰত জগন্নাথ অসম পায়হি। ১৯০৩ চনৰ প্ৰথম ভাগত ইবেটচন অসমলৈ আহে। তেওঁৰ সাক্ষাততে 'আসাম এছোছিয়েশ্বন' গঠন কৰা হয়।) ৰাজ্যিক ভিত্তিত গঠিত এইটোৱেই প্ৰথম ৰাজনৈতিক সংগঠন। ব্ৰিটিছৰ বৰজাপিৰ তলতে অসমীয়া মধ্য শ্ৰেণীয়ে লাহে লাহে বিকাশ হ'বলৈ ধৰিছিল। মধ্য শ্ৰেণীক কিছু সুবিধা দি প্ৰশাসনৰ চাৰিবেৰৰ ভিতৰত ৰখাৰ পৰিকল্পনা ব্ৰিটিছে বহুকাল আগতেই কৰিছিল। ব্ৰিটিছ শাসকে ভালদৰে বুজিছিল সামাজিক প্ৰতিপত্তি, মৰ্যাদা সচেতন অৰ্দ্ধ সামন্তীয় চৰিত্ৰৰ মধ্য শ্ৰেণীয়ে কিছু সুবিধাহে বিচাৰিব, স্বাধীনতা নিবিচাৰে।

প্ৰসংগতঃ এটা কথা উল্লেখযোগ্য যে ১৮৬২ চনতে ভাৰত সচিবে ইংলণ্ডৰ পৰা বৰলাটলৈ লিখিছিল— "বৰ্তমান ভূস্বামী আৰু জমিদাৰসকলক সম্পৰ্ণচ্যুত নকৰি ভূসম্পত্তিৰ লগত সম্পৰ্কযুক্ত মধ্য শ্ৰেণীৰ ক্ৰমবিকাশৰ কাৰণে সকলো সুযোগ দান কৰা বিশেষভাৱে বাঞ্ছনীয়। এই মধ্য শ্ৰেণীৰ লোকসকল যেতিয়া ভূসম্পত্তিৰ অধিকাৰ লাভ কৰি সম্পদশালী হৈ উঠিব তেতিয়া তেওঁলোকো তেওঁলোকৰ সুযোগদানকাৰী শাসন ব্যৱস্থাৰ প্ৰতি অনুৰক্ত নহৈ নোৱাৰে। কৃষকৰ লগত সংশ্লিষ্ট শ্ৰেণীৰ (অৰ্থাৎ জমিদাৰ শ্ৰেণীৰ) অধিকাংশ আৰু প্ৰধানত তেওঁলোকৰ (মধ্য শ্ৰেণীৰ) সন্তুষ্টি বিধানৰ ওপৰতেই চৰকাৰৰ নিৰাপত্তা নিৰ্ভৰ কৰে। এই মধ্য শ্ৰেণীটো যদি সমৃদ্ধিশালী হৈ উঠে তেন্তে আন কোনো শ্ৰেণীৰ মাজত আকস্মিক বিদ্ৰোহৰ আৰম্ভ হ'লে, সেই বিদ্ৰোহ বিপজ্জনক হৈ উঠাৰ সম্ভাৱনা হ্ৰাস পায় আৰু সেই অৱস্থাত প্ৰয়োজনীয় সামৰিক ব্যয় সেই অনুসাৰে নিয়ন্ত্ৰিত কৰা সম্ভৱ হয়।"[৬] প্ৰত্যেকটো অঞ্চলৰ (ৰাজ্য) আৰ্থ-সামাজিক আৰু ঐতিহাসিক অৱস্থাৰ লগত খাপ খুৱাই মধ্য শ্ৰেণীক প্ৰশাসনীয় চাৰিবেৰৰ ভিতৰত সংগঠিত ৰূপত ৰাখি

তেওঁলোকৰ যোগেই জনসাধাৰণৰ আন্দোলন-সংগ্ৰামক ব্যৰ্থ কৰাৰলৈ সাম্ৰাজ্যবাদী কৌশলৰে ফলশ্ৰুতি আছিল 'আসাম এছোছিয়েশ্বন'। একালৰ আহোম সাম্ৰাজ্যৰ ৰাজধানী শিৱসাগৰত অনুষ্ঠিত এই এছোছিয়েশ্বনৰ অধিবেশনৰ ৰভাৰ তলতে একেখিনি মানুহৰ উদ্যোগতে ১৯১৭ চনত অসম সাহিত্য সভা গঠিত হৈছিল।

(৭)

'অসম সাহিত্য সভা'ৰ জন্ম প্ৰসংগত প্ৰথম সম্পাদক আৰু উদ্যোক্তাসকলৰ অন্যতম শৰৎ চন্দ্ৰ গোস্বামীয়ে লিখিছিল— "যোৰহাট সাহিত্য সভাৰ কাম কেইমাহ চলাৰ পাছত, তেতিয়াৰ কমিশ্বনাৰ কৰ্ণেল গৰ্ডনৰ সভাপতিত্বত, যোৰহাটত অসমৰ শিল্পাদিত উৎসাহ দিবৰ উপলক্ষ্য কৰি গৱৰ্ণমেণ্টে এখন সভা পাতে। সেই সভালৈ  সেই সময়ৰ গণ্যমান্য প্ৰায় লোকেই আহিছিল।

"সেই সুযোগ লৈ যোৰহাট সাহিত্য সভাৰ এটা বিশেষ অধিবেশন পাতিলো।" জনা মতে সেই অধিবেশনতে অসম সাহিত্য সভা গঠনৰো সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। সভাৰ উদ্যোক্তাসকলৰ সৰহসংখ্যকেই আছিল চাকৰীৰ পৰা অৱসৰ লোৱা লোক, সাহিত্যিক পেঞ্চন ভোগ কৰোঁতা, জমিদাৰ, মৌজাদাৰ, আইন সভাৰ সদস্য আদি আৰু উচ্চ বৰ্ণৰ লোক। এনে এটা উদ্যোগৰ পৃষ্ঠপোষকতা কৰিছিল কমিশ্বনাৰ কৰ্ণেল গৰ্ডন চাহাবে।

'আসাম এছোছিয়েশ্বন'ৰ যোগে অসমীয়া মধ্য শ্ৰেণীয়ে এটা সংহত ৰূপ লাভ কৰিলেও অসমৰ ৰাইজৰ ওপৰত তেতিয়াও তেওঁলোকে সম্পূৰ্ণৰূপে নেতৃত্ব প্ৰতিষ্ঠা কৰিব পৰা নাছিল। আসাম এছোছিয়েশ্বনৰ চৰিত্ৰ কেনে আছিল সেইটো অসমত কংগ্ৰেছৰ গুৰিধৰোতাসকলৰ অন্যতম নিষ্ঠাবান ৰাজনৈতিক নেতা হেম চন্দ্ৰ বৰুৱাৰ বক্তব্যত স্পষ্টভাবে ওলাই পৰিছিল। "আসাম এছোছিয়েশ্বনে বিচৰা নাছিল অসমীয়াৰ মুক্তি, মাত্ৰ বিচাৰিছিল চাকৰী আদিৰ সুবিধা আৰু অসমীয়া গাঁৱলীয়া ৰাইজক কাৰ্যৰ দ্বাৰা, আদৰ্শৰ দ্বাৰা এই অনুষ্ঠানৰ নেতাসকলে অনুপ্ৰাণিত কৰিব নোৱাৰাত, সদৌ অসমবাসীৰ আগত ভৱিষ্যতৰ এটা উজ্জ্বল ৰঙীন ছবি দাঙি ধৰিব পৰা নাছিল।"[২৫] সাম্ৰাজ্যবাদৰ প্ৰয়োজনতে জন্ম হোৱা অসমীয়া মধ্যশ্ৰেণী, সাম্ৰাজ্যবাদী শোষণৰ ছাঁয়াতে লাহে লাহে ডাঙৰ দীঘল হৈছিল যদিও তেওঁলোকৰ বিকাশৰ গতি আছিল অত্যন্ত মন্থৰ। স্বাধীন ব্যৱসায় বাণিজ্যৰ কাৰণেও ব্ৰিটিছে বাট এৰি দিয়া নাছিল। সামন্তীয় শোষণৰ যোগে কৰা সঞ্চয়ো কোনো শিল্প

উদ্যোগত বিনিয়োগ কৰিব পৰা নাছিল। গতিকে আৰ্থিক দিশত তেওঁলোক প্ৰায় সম্পূৰ্ণ ব্ৰিটিছ নিৰ্ভৰশীল আছিল। পশ্চিমৰ সভ্যতা-সংস্কৃতিৰ প্ৰভাৱো অসমত ভাৰতৰ আন আন অঞ্চলতকৈ বহু পলমকৈ পৰিছিল। সেয়ে আধুনিক সাহিত্য-সংস্কৃতিয়েও পলমকৈ বিকাশ লাভ কৰিছিল। মধ্য শ্ৰেণী আৰ্থিক আৰু সাংস্কৃতিক ক্ষেত্ৰত দুৰ্বল আছিল। সংখ্যাৰ ফালৰ পৰাও আছিল নিচেই নগণ্য। ব্ৰিটিছে এই দুৰ্বলতাৰ সুযোগ সম্পূৰ্ণৰূপে গ্ৰহণ কৰিছিল। আধুনিক সভ্যতা-সংস্কৃতিৰ প্ৰভাৱ পৰিলেও মধ্যযুগীয় সংকীৰ্ণতাৰ পৰা মুক্ত হ'ব পৰা নাছিল। সামন্তীয় মান-মৰ্যাদা আৰু বংশ কৌলীন্যৰ প্ৰতি আছিল অধিক সচেতন। যাৰ ফলত সৰ্ব ভাৰতীয় ৰাষ্ট্ৰীয় চেতনাক তেওঁলোকে বাট এৰি দিব পৰা নাছিল। ১৯০৫ চনৰ বংগভংগ আন্দোলনৰ প্ৰতি অসমীয়া মধ্য শ্ৰেণীয়ে সঁহাৰি জনোৱা নাছিল যদিও যুৱ ছাত্ৰক এই আন্দোলনে প্ৰভাৱিত কৰিছিল। লাহে লাহে যুৱ ছাত্ৰক সাম্ৰাজ্যবাদবিৰোধী ভাৰতীয় জাতীয় চেতনাই প্ৰভাৱিত কৰিবলৈ ধৰিছিল। সাহিত্য চৰ্চাৰ উদ্দেশ্যে গঠিত হ'লেও 'অসম ছাত্ৰ সম্মিলন' আছিল সাম্ৰাজ্যবাদবিৰোধী সৰ্বভাৰতীয় জাতীয় চেতনাৰ প্ৰভাৱৰে ফলশ্ৰুতি।

দুৰ্বল অসমীয়া মধ্য শ্ৰেণীয়ে নিজ শ্ৰেণীৰ আত্ম প্ৰতিষ্ঠাৰ কাৰণেই নিজৰ লগত ঊনবিংশ শতিকাৰ কৃষক বিদ্ৰোহে টৌৱাই যোৱা অসমৰ বিদ্ৰোহী কৃষক প্ৰজাক ব্ৰিটিছৰ একান্ত অনুগত প্ৰজাত পৰিণত কৰাৰ প্ৰয়োজন হৈ পৰিছিল। সেই প্ৰয়োজনেই জন্ম দিছিল আসাম এছোছিয়েশ্বনৰ। অত্যধিক ব্ৰিটিছ ভক্তি (যিটোক দাসসুলভ মনোভাৱৰে অভিব্যক্তি বুলি ক'ব পাৰি) মধ্যযুগীয় সংকীৰ্ণতা আৰু জাতীয় জীৱনৰ মূল সমস্যাৰ প্ৰতি উদাসীনতাই এছোছিয়েশ্বনক জনজীৱনৰ পৰা আঁতৰাই নিছিল। তৰুণসকলৰো এছোছিয়েশ্বনৰ প্ৰতি মোহভংগ হৈছিল।

কেইটামান উদাহৰণ দাঙি ধৰিলে মধ্য শ্ৰেণীৰ ৰাজভক্তিৰ আচল ছবিখন ওলাই পাৰিব। "অৱশেষত প্ৰজাৰ আৰ্তনাদৰ ধ্বনি পৰমেশ্বৰৰ সিংহাসন পালেগৈ। ঈশ্বৰৰ মন কুমলিল আৰু তেওঁৰ ইচ্ছামতে ইংৰাজ সিংহই নিৰ্ভয় হাত দুখনি আসামৰ ফালে দাঙিলে।" ৯৬ (বেজবৰুৱা)

"১৯১১ খ্ৰীষ্টাব্দত দিল্লী চহৰত ক্ৰমে সম্ৰাট সপ্তম এডৱাৰ্ড আৰু সম্ৰাট পঞ্চম জৰ্জৰ যি অভিষেক দৰবাৰ হৈছিল, তালৈ তেওঁক (মানিক চন্দ্ৰ বৰুৱা- লেখক) সাদৰে নিমন্ত্ৰণ কৰা হৈছিল আৰু শেহৰ বাৰত সম্ৰাট আৰু সম্ৰাজ্ঞীৰ ওচৰত আঁঠু লৈ অসমৰ হৈ ৰাজভক্তি জনাবলৈ অনুমতি দানেৰে তেওঁক সন্মান দিয়া হৈছিল।" (গোহাঞিং বৰুৱা)

"বামুণ পণ্ডিত হৈ কেতিয়াবা চণ্ডালৰ স্বভাৱ লৈ চণ্ডাল হয় হেনো।"

"আমাৰ দেশৰ সামান্য মানুহৰ ল'বাই মুনচুপ, সদৰামিন, ছৰডেপুটী আদি পদ লভিয়েই অনেক সময়ত 'তৃণবৎ মন্যতে জগৎ' আৰু তেওঁলোকৰ ভিতৰত কোনোৱে আগৰ দিনৰ ভাল মানুহৰ ঘৰৰ সতি-সন্ততিক আৰু গুৰু গোসাঁই মহন্তক চেলু পাই অপমান কৰি সন্তোষ লভাৰ কথাও ৰবৰকৰাৰ অগোচৰ নাই।"[২৮] (বেজবৰুৱা)

এনে অৰ্দ্ধ সামন্তীয় চৰিত্ৰৰ মধ্য শ্ৰেণীৰ সৰহসংখ্যকেই আছিল চাকৰিজীৱী, গতিকে বংগৰ অভিজাত মধ্য শ্ৰেণীৰ দৰে এওঁলোকে সমাজৰ ওপৰত অৰ্থনৈতিক প্ৰভুত্ব বিস্তাৰ কৰিব পৰা নাছিল। আনহাতে, ৰাজনৈতিক নেতৃত্ব প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো এছোছিয়েশন ব্যৰ্থ হৈছিল। সামাজিক নেতৃত্ব লভাৰ ক্ষেত্ৰতো মধ্যযুগীয় সংকীৰ্ণতাই বাধা হিচাপে থিয় দিছিল। গতিকে এনে পৰিস্থিতিত মধ্য শ্ৰেণীয়ে সমাজৰ ওপৰত তেওঁলোকৰ মূল্যবোধ, আচাৰ আচৰণ আৰু মতাদৰ্শ প্ৰতিষ্ঠাৰ অন্য পথৰ অনুসন্ধান কৰিছিল। ইও আছিল তেওঁলোকৰ ব্যৱহাৰিক স্বাৰ্থ প্ৰণোদিত। প্ৰজা সাধাৰণৰ ৰাজ আনুগত্য আদায়ৰ কাৰণে সমাজৰ ওপৰত এটা ভাবাদৰ্শ প্ৰতিষ্ঠাৰ প্ৰয়োজনো হৈছিল। সাহিত্য সভাৰ যোগেদিয়েই সামন্তীয় চৰিত্ৰৰ জমিদাৰ, সত্ৰাধিকাৰ, ব্ৰাহ্মণ, পণ্ডিত আৰু অৰ্ধ সামন্তীয় চৰিত্ৰৰ চাকৰিজীৱী, ক্ষুদ্ৰ ব্যৱসায়ী, চাহ খেতিয়ক আদি এই মধ্য শ্ৰেণীটোৱে ব্ৰিটিছ ৰাজৰ প্ৰতি প্ৰজাৰ আনুগত্য আদায় কৰি আত্মপ্ৰতিষ্ঠাৰ প্ৰচেষ্টা চলাইছিল বুলি অনুমান কৰাটো নিশ্চয় অসংগত নহ'ব।

(৮)

পৃথিৱীৰ সকলো মানুহেই নিজ মাতৃ ভাষাক ভাল পায়। ভাষা আৰু ধৰ্ম, দুয়োটাই পৰিস্থিতি সাপেক্ষে মানুহক আবেগ উতলা কৰি তোলে। 'চিৰ চেনেহী মোৰ ভাষা জননী' মন্ত্ৰ উচ্চাৰণ কৰি অঃ সাঃ সভা ভূমিষ্ঠ হোৱাৰ লগে লগে অসমীয়া মানুহৰো মন সেই মন্ত্ৰই চুই যায়। সাহিত্য সবাহৰ প্ৰসাদৰ ভাগ ল'বলৈ সাধাৰণ মানুহ নাযায়, কিন্তু সহায়ৰ হাত আগবঢ়ায়। প্ৰয়োজন নাই, একো বুজি নাপায়, তথাপি বাইজ যায়, মানুহ চোৱাৰ হেঁপাহতে। তেওঁলোকৰ মানত মানুহেই ভগবান। কেতিয়াবা ডিঙি মেলি চায় সবাহত কোন বহিছে। দেখে অসমৰ ৰবমূৰীয়াসকল- চাহ বাগানৰ মালিক, জমিদাৰ, মৌজাদাৰ, সত্ৰাধিকাৰ, ব্ৰাহ্মণ, পণ্ডিত— ধৰ্ম-অধৰ্ম দুয়োবিধ সম্পদৰে মালিকসকল। বাইজে বুজি নোপোৱা ভাষা-সংস্কৃতি ৰক্ষাৰ কথা আলচ কৰিছে। বাইজৰ সুখ-দুখ, হৰ্ষ-বিষাদৰ কথা নহয়, মাটি-বাৰী, খাজনা আদি বাইজৰ

সমস্যাৰ কথাও নহয়। মানুহ চাই, বাইজ ঘৰাঘৰি যায়। এইখনেই আমাৰ সাহিত্য সভা।

সভাখনৰ নীতি আৰু প্ৰকৃতি সম্পৰ্কে উদ্যোক্তাসকলৰ কিছু কথা উল্লেখ কৰিলেই যথেষ্ট হ'ব বুলি ভাবো। সভাৰ প্ৰথম সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীয়ে লিখিছে "১৯১৭ ইং চনৰ বৰদিনৰ বন্ধত আসাম এছোছিয়েশ্বনৰ কনফাৰেন্স বহাৰ কথা। সভাপতি শ্ৰীযুত সত্য নাথ বৰা। ঠাই শিৱসাগৰ। তাতেই আমি প্ৰথম সাহিত্য সভা পাতিবলৈ স্থিৰ কৰিলো। আমি মানে শ্ৰীযুত কুলধৰ চলিহা আৰু মই। ... আমি দুয়ো পৰামৰ্শ কৰি শিৱসাগৰত অভ্যৰ্থনা সভাৰ হতুৱাই শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱাক সভাপতি কৰি মতালো।" ২৯

বেণুধৰ শৰ্মাই লিখিছে, "দ্বিতীয় মহাসমৰৰ সময়লৈকে আৰু তাৰ বহুবছৰিয়েক পিছলৈকো জজ, হাকিম, উকীল, কৃতবিদ্য আৰু গণ্যমান্য চৰকাৰী বিষয়াসকলৰেই দায়িত্ব আছিল তত্বাৱধানৰ। প্ৰধান সম্পাদক গোস্বামীদেৱ নিজেই স্কুলসমূহৰ ইন্সপেক্টৰ আৰু খোজে, কাটলে, কথাই- বতাৰাই গহীন গম্ভীৰ পুৰুষ, তেখেতৰ মনত কথা আৰু কাম একেটা। ... আমি দেখাত যোৰহাটৰ নিচিনা সম্ভ্ৰান্ত কুলীয়া মানুহৰ বসতি স্থানত সকলোৰে লগত মিলি-জুলি কাম কৰিবলৈ প্ৰধান সম্পদাকৰ সৌহাৰ্দস্বৰূপে সদায় লাগি থকা লগৰীয়া পাইছিল, যাইকৈ দেবেশ্বৰ শৰ্মা চৰকাৰী উকীলক। সভাখন ধনে মানে টনকিয়াল কৰাত ই. এ. চি. পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়েও তেখেতৰ সাৰথি আছিল। "ভাল বস্তু খাব খুজিলে বান্ধনীৰে সৈতে ভালে থাকিব" বুলি অসমীয়া সদাগৰ ভোলানাথ বৰুৱা ডাঙৰীয়াই ডেকাবিলাকক সততে উপদেশ দিছিল। গোস্বামীদেৱৰো নীতি আছিল সেইটোৱেই। তেখেতে চৰ্কাৰৰ লগত ভালে থাকি সভাৰ উন্নতি বিধায়ক কাম যিমান হ'ব পাৰে আৰু যিমান দূৰ কৰা সম্ভৱ সিমান কাম, সিমান দূৰ চৰকাৰৰ পৰা আদায় কৰিছিল। সদৌ অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনখন ১৯১৭ চনত আসাম এছোছিয়েশ্বনে সৈতে একেলগে এদিনৰ অগাপিছাকৈ শিৱসাগৰত বহে। এছোছিয়েশ্বনলৈ যোৱা দৰ্শক, প্ৰতিনিধিসকলো প্ৰায়ে সাহিত্য সভাত উপস্থিত আছিল।" ৩০ 'আসাম এছোছিয়েশ্বন'ৰ অধিবেশনৰ বতাৰ তলতে চমু কথাত অধিবেশনৰ লগতে অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনখন অনুষ্ঠিত হোৱাটো তাৎপৰ্যপূৰ্ণ। তাৎপৰ্যপূৰ্ণ এই কাৰণেই যে ১৯১৬ চনত এছোছিয়েশ্বনৰ সভাৰ তলতেই 'অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলন' গঠিত হৈছিল। প্ৰথম অধিবেশনতে নামটো সলনি কৰি 'অসম ছাত্ৰ সন্মিলন' কৰা হৈছিল। প্ৰথম অধিবেশনৰ সভাপতি বেজবৰুৱায়ো অভিভাষণত 'অসম ছাত্ৰ সন্মিলন' বুলিহে লিখিছিল। নাম সলনি

কৰাৰ অন্যতম যুক্তি আছিল— কেৱল সাহিত্য চৰ্চাতে সীমাবদ্ধ নাথাকি ছাত্ৰৰ কাৰ্য বহুমুখী হোৱা ভাল। ছাত্ৰ সন্মিলন গঠনত প্ৰথমে আপত্তি কৰা মধ্য শ্ৰেণীয়ে, ছাত্ৰ সমাজক নিজৰ হাতৰ মুঠিত ৰখাৰ প্ৰয়োজনতেই পিছত সন্মিলন গঠনত সন্মতি জনাইছিল। স্বদেশী আন্দোলনে, আন্দোলনমুখী কৰা ছাত্ৰ সমাজক ব্ৰিটিছবিৰোধী আন্দোলনমুখী ৰাজনীতিৰ পৰা আঁতৰাই আনি সাহিত্য চৰ্চাত আবদ্ধ ৰাখিবলৈ সমৰ্থ হোৱা মধ্য শ্ৰেণীয়ে এছোছিয়েশ্বনৰ যোগে প্ৰজাৰ আনুগত্য আদায় কৰাত ব্যৰ্থ হৈছিল। আনহাতে, নিশকতীয়া মধ্য শ্ৰেণীয়েই আছিল অসমত ব্ৰিটিছ শাসনৰ সামাজিক-ৰাজনৈতিক ভিত্তি। ব্ৰিটিছৰ পৰা পোৱা সা-সুবিধা আৰু ঔপনিবেশিক আধুনিক শিক্ষাৰ যোগে সমাজত বিশেষ স্থান লাভ কৰি মধ্য শ্ৰেণীয়ে সামাজিক-ৰাজনৈতিক নেতৃত্ব প্ৰতিষ্ঠাৰ কাৰণে উন্মুখ হৈ পৰিছিল। এই কামত এছোছিয়েশ্বন ব্যৰ্থ হোৱাত, সেই ৰাজনৈতিক মঞ্চতে— সেই একেখিনি মানুহকে লৈ জন্ম হৈছিল 'অসম সাহিত্য সভা'। সভাৰ ৰাজনৈতিক চৰিত্ৰ লুকাই থকা নাছিল। 'শাক দি মাছ ঢকা'ৰ দৰে সাহিত্যৰ অলংকাৰেৰে নিজ শ্ৰেণী স্বাৰ্থক লুকুৱাই ৰাখিবলৈ কৰা প্ৰয়াস অথলে গৈছিল।

সাম্ৰাজ্যবাদী শোষণৰ ছায়াত গজি উঠা মধ্য শ্ৰেণীয়ে আধুনিক ইংৰাজী শিক্ষা-দীক্ষাৰ প্ৰভাৱৰ ফলত ইংৰাজৰ সমাজ, সংস্কৃতি, ৰাষ্ট্ৰ ব্যৱস্থা এই সকলোখিনিকে আদৰ্শস্বৰূপ বুলি ভাবিবলৈ শিকিছিল। ইংৰাজৰ ৰুচি, পোছাক, পৰিচ্ছদ, চাল- চলন আদিক অনুকৰণ কৰিব পৰাটোক গৌৰৱৰ কথা বুলি ভাবিছিল। শৰৎ চন্দ্ৰ গোস্বামীয়ে সাহিত্য সভালৈ যোৱা গণ্যমান্য ব্যক্তিসকলৰ পৰিচয় প্ৰসংগত লিখিছিল— "গণ্যমান্য ইংৰাজী জনা লোক মাত্ৰেই ক'লা গৰম কাপোৰৰ কোট, পেণ্টলুন বা চোগা ছাপকন পিন্ধিছিল। বিশেষ ফেছন কৰিব খোজা বা চাহাব যেন গোন্ধোৱাকেইজনে পূৰা ইংৰাজী পোছাক পিন্ধিছিল। ইবিলাক মানুহেও পাৰ্যমানে মুগা আৰু পাটৰ চাপকন পিন্ধি গৈছিল। তেতিয়াৰ দিনত ভদ্ৰতাৰ চিন কোট পেণ্টলুন। সভা-সমিতিৰ পোছাকো তেনে। মই এযোৰ ক'লা কোট পেণ্ট পিন্ধি গৈছিলো।"[৩] ব্ৰিটিছক অনুকৰণ কৰিলেও ইউৰোপীয় সভ্যতা-সংস্কৃতিৰ আলোকত জীৱন আৰু জগত নতুন ৰূপত উদ্ভাসিত হ'লেও পশ্চিমৰ সেই ছাটি বতাহে তেওঁলোকৰ মনৰ পৰা মধ্যযুগীয় সংস্কাৰৰ মকৰাজালবোৰ উৰুৱাই নিব পৰা নাছিল। তেওঁলোকৰ ইংৰাজী সাজ-পোছাকৰ তলত সহজে চকুত নপৰা খুদ খহৰ দৰে সামন্তীয় সংকীৰ্ণতা আৰু মান-মৰ্যাদাবোধে জীয়াই আছিল। ওপৰত উল্লেখ কৰা বেণুধৰ শৰ্মাৰ বক্তব্যত তেওঁলোকৰ সেই সামন্তীয় ৰূপটোৰ আভাস

পাওঁ। মধ্য শ্ৰেণীৰ এই অসংগতি আৰু স্ববিৰোধ তেওঁলোকৰ সাহিত্যতো লক্ষ্য কৰা যায়।

ব্ৰিটিছৰ উপকাৰ কৃতজ্ঞচিত্তে সুঁৱৰি আৰু সামন্তীয় ঐতিহ্যৰ অৱশেষ, জমিদাৰ চাহ খেতিয়ক, ব্যৱসায়ীসকলক 'অসম গৌৰব' আখ্যাৰে ভূষিত কৰি আৰু তেওঁলোকৰ পৃষ্ঠপোষকতা কামনা কৰি সভাই ১৯১৭ চনৰ ২৬ ডিচেম্বৰত যাত্ৰা আৰম্ভ কৰিছিল। প্ৰথম অধিবেশনৰ সভাপতিৰ আসনৰ পৰা পদ্মনাথ গোহাঞি বৰুৱাই কৈছিল— "তথাপি ব্ৰিটিছ ৰাজে দয়া কৰি অসমীয়া সাহিত্যক সজীৱ আৰু সতেজ কৰি ৰাখিবলৈ যত্নৰ ক্ৰটী কৰা নাছিল। গবৰ্ণমেণ্টে দয়া কৰি বিবিধ ব্যৱস্থাৰ সৈতে ইয়াৰ উন্নতি বিধান কৰাৰ উপৰি ইয়াক ৰাজ ভাষা (court language) কৰি ইয়াৰ শ্ৰীবৃদ্ধিলৈ বাট সুগম কৰি দিলে। সাহিত্যৰ পৃষ্ঠপোষকতা প্ৰসংগত তেখেতে কৈছিল— "বিশেষতঃ বুৰঞ্জীয়ে সাক্ষীহে কয় যে সাহিত্য সেৱীসকলে সততে ধনীসকলৰ আশ্ৰয়তহে উদ্‌গতি লাভ কৰি আহিছে। ই আমালৈ এতিয়া একো নতুন কথা নহয়। ... বৰ্তমানতো অসমৰ গৌৰবস্থল বিজনীৰ ৰাণী শ্ৰীযুক্তা অভয়েশ্বৰী দেৱী, গৌৰীপুৰৰ ৰজা প্ৰভাত চন্দ্ৰ বৰুৱা বাহাদুৰ মেছ্ পাৰাৰ জমিদাৰসকল, উজনি অসমৰ অসমীয়া প্লেণ্টাৰ্চ (চাহ খেতিৰ কাৰবাৰ চলাওতা)সকল, নামনি অসমৰ বিবিধ ব্যৱসায়ী ধনী. লোকসকল ইত্যাদি চহকী লোকৰ আমাৰ অভাৱ নাই, যি ইচ্ছা কৰিলে ওপৰত উনুকিওৱা অসমীয়া সাহিত্য সেৱকক যুগুত সহায় দান কৰিব পাৰি।"[৩২]

(৯)

পৰাধীনতাৰ কালছোৱাত সভাৰ মুঠ কুৰিখন অধিবেশন অনুষ্ঠিত হৈছিল আৰু উনৈশগৰাকী ব্যক্তিয়ে সভাপতি হিচাপে সভাত নেতৃত্ব দিছিল। তিনি- চাৰিজন মানৰ বাহিৰে বাকীসকলৰ আৰ্থিক জীৱন ব্ৰিটিছ পুঁজিৰ লগত সাঙোৰ খাই আছিল। তিনিজনৰ বাহিৰে বাকীকেইজন আছিল উচ্চবৰ্ণৰ হিন্দু। গতিকে তেওঁলোকৰ সাংস্কৃতিক জাতীয়তাই হিন্দু ধৰ্মৰ চাৰিবেৰৰ পৰা ওলাই যাব পৰা নাছিল। আনহাতে, সামন্তীয় সংস্কৃতিৰ প্ৰতিও আছিল প্ৰবল মোহ। এফালে সাম্ৰাজ্যবাদ আৰু মধ্যযুগীয় সংকীৰ্ণতা। এই দুয়োটাই অসমৰ বাইজৰ উন্মুখ বিকাশ অৱৰুদ্ধ কৰি ৰাখিছিল। আনফালে নতুন সংস্কৃতিৰ প্ৰবৰ্তক বিধায়কসকলে, ব্ৰিটিছ ভক্তিক মূলধন হিচাপে লৈ প্ৰাচীন ভাৰতীয় সংস্কৃতি আৰু জীৱনাদৰ্শৰ ভিত্তিত জাতীয় আত্মবিকাশৰ প্ৰচেষ্টা চলাইছিল। এতিয়া চাওঁ, পৰাধীনতাৰ কালছোৱাত সাহিত্য সভাই অসমীয়া জাতীয়তা গঢ়াত কি ভূমিকা লৈছিল।

ওপৰত উল্লেখ কৰা ঊনৈশজন সভাপতিৰ চাৰিজনৰ বাহিৰে বাকীসকল তৎকালীন অসমৰ সম্পদশালী পৰিয়ালকেইটাৰ ভিতৰত উল্লেখযোগ্য। চৰকাৰী চাকৰী, জমিদাৰী চাহ খেতি আৰু ব্যৱসায়েই আছিল তেওঁলোকৰ উপাৰ্জনৰ পথ। গুৱাহাটীৰ ডেপুটি কমিশ্বনাৰ অফিছত চতুৰ্থ শ্ৰেণীৰ কেৰাণীৰ চাকৰি জীৱন আৰম্ভ কৰি শেষত ডেপুটি কমিশ্বনাৰৰ পদ লাভ কৰা ৰজনী কান্ত বৰদলৈয়ে চাকৰিৰ পৰা অৱসৰ লৈ চাহ খেতিত মন দিছিল বুলি জনা যায়। চাহ বাগিচাৰ মালিক, চৰকাৰী চাকৰিয়াল, নীলমণি ফুকনে ১৯২৩ চনৰ নিৰ্বাচনত পৰাজিত হৈ পিছত ব্ৰিটিছৰ অনুগ্ৰহত প্ৰাদেশিত বিধান পৰিষদৰ সদস্য মনোনীত হৈছিল। ৰায় বাহাদুৰ কনকলাল বৰুৱাই ব্যৱসায়ী আৰু চৰকাৰৰ অনুগ্ৰহত ব্যৱস্থাপক সভাত প্ৰবেশ কৰি পিছত ব্ৰিটিছৰ অনুগ্ৰহত মন্ত্ৰী পদ লাভ কৰিছিল। উচ্চপদস্থ পুলিচ বিষয়া আনন্দচন্দ্ৰ আগৰৱালাই গভীৰ ব্ৰিটিছ আনুগত্যৰ কাৰণে লাভ কৰিছিল ৰায়বাহাদুৰ পদবী। চাহ বাগিচাৰ মালিকসকলৰ তুলনাত ব্যৱসায়ী আৰু চাকৰিয়ালসকলৰ উপাৰ্জন কম হ'লেও এওঁলোকো সম্পদশালীয়েই আছিল। সামাজিক প্ৰতিপত্তিৰ ক্ষেত্ৰত দেখা গৈছিল— সকলোৰে সামাজিক মৰ্যাদা প্ৰায় একে আছিল। এইসকল ব্ৰিটিছৰ অনুগত বিত্তশালী সামন্তীয় চৰিত্ৰৰ লোকেই অসম সাহিত্য সভাক নেতৃত্ব দিছিল।

সভাৰ দ্বিতীয় অধিবেশনৰ সভাপতি চন্দ্ৰধৰ বৰুৱাই কৈছিল, "...আজি চাৰি বছৰ অশেষ অশান্তি আৰু দুৰন্ত ৰণৰ অন্তত আজি দুনাই পৃথিৱীত শান্তি ৰাজ্য স্থাপনৰ উপক্ৰম হৈছে। পৃথিৱীত যেন সোনকালে আকৌ শান্তি নিৰ্ব্বিবাদে বিৰাজ কৰে আৰু সেই শান্তিকে অনন্ত কালৰ কাৰণে ৰক্ষা কৰিবলৈ জগদীশ্বৰে ব্ৰিটিছ সাম্ৰাজ্যক যোত্ৰবান কৰে, এই সাহিত্য সভাৰ সকলো সভ্যৰে এয়ে নিশ্চয় একান্ত বাঞ্ছা।"[৩৪] ইমান মুকলিভাৱে বাকীসকলে 'ৰাজভক্তি' প্ৰকাশ নকৰিলেও 'ৰাজভক্তি' অবিহনে তেওঁলোকৰ আত্মপ্ৰতিষ্ঠাৰ বিকল্প পথ নাছিল। সভাই পৰোক্ষভাৱেই হওক বা প্ৰত্যক্ষভাৱেই হওক যিমানেই ব্ৰিটিছৰ ওচৰ চাপি গৈছিল, সিমানেই জনসাধাৰণৰ পৰা আঁতৰি আহিছিল। শিক্ষিত তৰুণ চামকো সভাই আকৰ্ষণ কৰিব নোৱাৰাটোৱে সভাৰ নেতাসকলৰ অত্যাধিক ব্ৰিটিছ আনুগত্যকেই নিশ্চিত কৰিছিল। তৎকালীন ৰাজনৈতিক ঘটনা প্ৰবাহেও একে সত্যকেই প্ৰমাণ কৰিছিল। অসমৰ ৰাজনৈতিক মঞ্চ 'আসাম এছোছিয়েশ্বন' আৰু সাংস্কৃতিৰ মঞ্চ সাহিত্য সভাৰ গুৰি ধৰোঁতা একেখিনি মানুহেই যে আছিল সেই কথা আমি ওপৰত উল্লেখ কৰিছো। গতিকে দুই-এটা ৰাজনৈতিক ঘটনা এইখিনিতে উল্লেখ কৰিলে অপ্ৰাসংগিক নহ'ব।

অসমত ছাত্ৰ সমাজে প্ৰবীণসকলৰ বিপৰীতে গৈ অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ আগতেই 'বিদেশী বস্তু বৰ্জন'ৰ আন্দোলন আৰম্ভ কৰিছিল। কেশৱ নাৰায়ণ দত্তই লিখিছে "In the 4th session held at Tezpur in 1919 under the presidentship of Acharya P.C. Roy and Conference (অসম ছাত্ৰ সন্মিলন-লেখক) adopted a resolution sponsoring the use of swadeshi in place of foreign goods. This was before the Congress adoption the resolution on boycott of British goods in 1920."[৮৪] লক্ষ্য কৰিবলগীয়া কথা যে এই তৰুণসকলেই অসমত আসাম এছোচিয়েশ্যনৰ আবেদন-নিবেদনৰ পথ পৰিহাৰ কৰি ব্ৰিটিছবিৰোধী সৰ্বভাৰতীয় ৰাষ্ট্ৰীয় চেতনাক বাট এৰি দিয়াত আৰু কংগ্ৰেছ গঠনত আগভাগ লৈছিল। তৰুণসকলৰ এই উদ্যোগে প্ৰবীণ মধ্য শ্ৰেণীক উৎসাহিত কৰিব পৰা নাছিল। ১৯২০ চনত তেজপুৰত অনুষ্ঠিত আসাম এছোচিয়েশ্যনৰ বৰ্ণনা দিবলৈ গৈ কৃষ্ণ শৰ্মাই লিখিছিল— "তৰুণ অসমে গৰ্জি উঠিল। অসমৰ আবেদন-নিবেদন ৰাজনীতি উফৰি গ'ল। চৰকাৰৰ কৰ্মচাৰীসকল আৰু নৰমপন্থী লোকসকল কম্পমান হ'ল। .....

"কংগ্ৰেছ ভাবাপন্ন তৰুণ অসমে অসমীয়াৰ কাঠফুলাতুল্য পুৰণি আবেদন-নিবেদন অনুনয়-বিনয়ৰ মুখপাত্ৰ, অসম এছোচিয়েশ্যনক ব্ৰহ্মপুত্ৰৰ সোঁতত উটাই দিলে।"[৮৫] এই অধিবেশনতেই আসাম এছোচিয়েশ্যন অসম কংগ্ৰেছলৈ ৰূপান্তৰিত হৈছিল। একাংশ মধ্য শ্ৰেণীৰ লোক অৱশ্যে কংগ্ৰেছ গঠনৰ পৰা আঁতৰত আছিল।

এফালে ৰাজভক্তি আনফালে জনসাধাৰণৰ জীৱনৰ পৰা বিচ্ছিন্নতা আৰু মধ্যযুগীয় ধ্যান-ধাৰণাৰ কাৰণেই সাহিত্য সভাই জনসাধাৰণক আকৰ্ষণ কৰিব পৰা নাছিল বুলি অনুমান কৰিব পাৰি। সভাৰ তৃতীয় অধিবেশনৰ (১৯১৯) সভাপতি কালিৰাম মেধিয়ে আক্ষেপৰ সুৰত কৈছিল— "দেশৰ শিক্ষিত সমাজো লাহে লাহে ইয়াৰ সদস্য শ্ৰেণীভুক্ত হ'ব ধৰিছে। ই এটা আশাৰ কথা। কিন্তু এতিয়াও বহুত সুযোগ্য লোকে এই সভাৰ প্ৰতি আশা দেখুৱা নাই আৰু সদস্য হোৱা নাই। অসমত এক লাখ ত্ৰিশ হাজাৰজন শিক্ষিত লোকৰ মাজত কেৱল ২৬৫ জনহে ইয়াৰ সভ্য।"[৮৬]

সভাৰ গতীৰ ব্ৰিটিছ আনুগত্যত "পৰাধীন জাতিৰ কোনো ৰাজনীতি থাকিব নোৱাৰে" এই নীতিকে অধিক স্পষ্ট কৰি দিছিল। সভাই নিজকে অৰাজনৈতিক অনুষ্ঠান বুলি ঘোষণা কৰিছিল। তাহানিখনতে অসমীয়া নতুন

সংস্কৃতিৰ প্ৰবৰ্তকসকলে কৈ গৈছিল— "ৰাজনীতি আমাৰ ৰাজ্যৰ বাহিৰ। এই পৰাধীন দেশত 'প্ৰজানীতি'হে ধৰিবলগীয়া"। শ্ৰেণীবিভক্ত সমাজত কোনো ধ্যান-ধাৰণা, সাহিত্য-সংস্কৃতি, অনুষ্ঠান শ্ৰেণী নিৰপেক্ষ হ'ব নোৱাৰে। ইয়াত আচৰিত হ'ব লগা নাই। নিৰপেক্ষতাই কোনো যুক্তি বা অনুষ্ঠানৰ সুবিধাবাদী চৰিত্ৰকেই প্ৰমাণ কৰে। সাহিত্য সভাও শ্ৰেণী নিৰপেক্ষ নাছিল। মধ্য শ্ৰেণীৰ এই অনুষ্ঠানটিয়ে ওপৰত আলোচনা কৰা মধ্য শ্ৰেণীৰ চাৰিত্ৰ্য বৈশিষ্ট্য গ্ৰহণ কৰি তেওঁলোকৰ স্বাৰ্থকে প্ৰতিনিধিত্ব কৰিছিল। গতিকে ৰাজনীতি বিবৰ্জিত স্বৰূপটোৱে সভাৰ সুবিধাবাদী অৱস্থানকেই সূচনা কৰিছিল। ৰাজনীতিকো শ্ৰেণী মানদণ্ডৰ দ্বাৰাইহে বিচাৰ কৰিব পাৰি। ১৯১৮ চনতে পদ্মনাথ গোহাঞি বৰুৱাই "ৰজাৰ হৈ জীৱন আৰু ৰজাৰ হৈ মৰণ" ওখ ভাবৰ গৰাকী ৰাজভক্ত প্ৰজা পৃথিবীত অসমীয়াৰ সমনীয়া নাছিল বুলিলে বঢ়াই কোৱা নহয়"[৩৭] বুলি মধ্য শ্ৰেণীৰ ৰাজনীতিৰ স্বৰূপ উদঙাই দি গৈছিল। সাহিত্য সভাৰ ৰাজনীতি বৰ্জিত 'প্ৰজানীতি'ৰ স্বৰূপো আছিল সেয়ে। ব্ৰিটিছৰ পদাংক অনুসৰণ অৰ্থাৎ ৰজাৰ নীতি অনুসৰণ কৰা আৰু প্ৰজা সাধাৰণকো তাৰ প্ৰতি অনুপ্ৰাণিত কৰোৱাটোৱেই আছিল সভাৰ প্ৰজানীতিৰ মূল কথা। প্ৰজানীতিৰ আঁৰত লুকাই থকা সভাৰ ৰাজনৈতিক চৰিত্ৰ তেওঁলোকৰ কামেই উদঙাই দিছিল।

প্ৰজাসাধাৰণৰ ব্ৰিটিছ বিৰোধিতা আৰু শোষণ-নিৰ্যাতনৰ প্ৰতিবাদৰ ৰাজনীতিকহে মধ্য শ্ৰেণীয়ে ভয় কৰিছিল।৷ পৰাধীনতাৰ কালছোৱাত ব্ৰিটিছৰ শোষণ-নিপীড়ণৰ বিৰুদ্ধে কৰা সংগ্ৰামত আৰু ১৯১৭-৪৭ লৈকে মুক্তি সংগ্ৰামত প্ৰাণ হেৰুওৱা অসংখ্য বীৰ-বীৰাংগনাৰ তেজেৰে অসমৰ মাটি ৰাঙলী হৈছিল, অথচ সেইসকলৰ নাম উচ্চাৰণ কৰাৰ পৰাও সভাই সচেতনভাৱে নিজকে বিৰত ৰাখিছিল। কাৰণ সাহিত্য সভা ৰাজনীতি বৰ্জিত— নিৰপেক্ষ। আনফালে পূব বংগৰ পৰা পেটৰ দায়ত পৰি অহা পমুৱাসকল আৰু ব্ৰিটিছ প্ৰশাসনৰ সহায়কাৰী হিচাপে অহা পশ্চিমবংগৰ হিন্দু বঙালীখিনিয়ে অসমীয়া ভাষা- সংস্কৃতি গ্ৰাস কৰি জাতীয় অস্তিত্ব বিপন্ন কৰিব বুলি আশংকা কৰি সভাৰ মঞ্চৰ পৰা ৰাইজক যি সতৰ্কবাণী শুনাইছিল— সিবোৰ নিশ্চয় অৰাজনৈতিক নাছিল। এইবোৰ সমস্যা ৰাজনৈতিক হ'লেও ইবোৰে ব্ৰিটিছৰ সাম্ৰাজ্যিক স্বাৰ্থত আঘাত হনা নাছিল। ভাষা-সংস্কৃতি আৰু জাতীয় অস্তিত্ব ৰক্ষাৰ আন্দোলনত ব্ৰিটিছ অসন্তুষ্ট হ'ব লগা কোনো কাৰণ নাছিল। ১৯২৫ চনৰ সভাৰ নগাঁও অধিৱেশনৰ সভাপতিৰ আসনৰ পৰা ৰজনী কান্ত বৰদলৈয়ে কৈছিল— "সুসভ্য ব্ৰিটিছ গৱৰ্ণমেণ্টৰ আমোলত সকলোৰে সমান স্বত্ব। অসম দেশখনে যে কেৱল আমাৰ কানীয়া অসমীয়াৰ হৈ থাকিব তাৰ কোনো কাৰণ নাই। কানীয়া অসমীয়াকেইটা ব্ৰিটিছ সিংহৰ

নাতি দ'ৰা নহয়। য'ত ৰজাৰ ৰাজহ্ বাঢ়িব ত'ত বংগদেশৰ জমিদাৰী অঞ্চলৰ মানুহ ইয়ালৈ আহি, পৰি থকা হাবি-বননি ভাঙি, খেতি কৰিবলৈ কেতিয়াও গৱৰ্ণমেণ্টে মানা নকৰে বৰং সিসকলক সাদৰে আহ্বান কৰি সূচলকৈ বহুৱাবৰ হে চেষ্টা কৰিব।"** এফালে অসমৰ জাতীয় অস্তিত্ব বিপদাপন্ন হোৱাৰ আশংকা কৰি ব্যিব্রত হৈছিল, আনফালে এই জাতীয় সমস্যাৰ সমাধানৰ প্ৰধান বাধা সাম্ৰাজ্যবাদী ব্ৰিটিছৰ ন্যায়পৰায়ণতাৰ প্ৰশংসাত মুখৰ হৈছিল। খাজনা শোষণৰ কাৰণেই যে ব্ৰিটিছে প্ৰব্ৰজনত বাধা দিয়া নাছিল, সেইটো বুজি পোৱাৰ পিছতো সভাই 'কানীয়া অসমীয়া'ক দোষ দি ব্ৰিটিছক দোষমুক্ত কৰাৰ প্ৰচেষ্টা চলাইছিল। মধ্য শ্ৰেণীৰ এই ঔপনিবেশিক অসংগতি আৰু স্ববিৰোধৰ আৰু এটা উদাহৰণ উল্লেখযোগ্য। সাহিত্য সভাৰ এই কথা অজানা নাছিল যে অসমীয়া মধ্য শ্ৰেণীৰ অগ্ৰজ বা পিতৃ পুৰুষসকলে তাহানিখনতে ব্ৰিটিছৰ ওচৰত আবেদন কৰিছিল- অসমত কানিৰ প্ৰচলন আফু খেতি বন্ধ নকৰিবলৈ। কাৰ স্বাৰ্থত? নিজ শ্ৰেণীৰ নে জনসাধাৰণৰ? ১৮৯৩ চনত কানিৰ বিষয়ে অনুসন্ধান কৰিবলৈ ভাৰতলৈ অহা "ৰয়েল কমিশ্যন অন অপিয়াম"ৰ উদ্দেশ্যে অসমৰ চিফ্‌কমিশ্যনাৰৰ ওচৰত যোৰহাট সাৰ্বজনিক সভাৰ হৈ সভাপতি জগন্নাথ বৰুৱাই নবেম্বৰ মাহত দাখিল কৰা স্মাৰকপত্ৰৰ দ্বিতীয় দফত কোৱা হৈছিল, "... opium is an invaluable medicine in many disorderus of the stomach; it alleviairs pain and possenes a sedetive power of restoring health. It is useful after 40 years of age in prolonging life and is an undouted preventive against malaria. The hard working classes in the malarious plains of Assam require some stimülent to keep up their powers on the whole opium taken in a moderate quantity is beneficial and positively necessary for a large number of the people earning their livelihood by mancal labour in the swampy rice fields and in the tea gardens of Assam and of boatmen and other." ভাৰতৰ অন্যান্য ঠাইৰ উদাহৰণ দি কানিৰ উপকাৰিতাৰ বৰ্ণনা দি ৫নং দফাত কৈছিল, "That the prohibition of the caultivation of opium, will deprive, a large member of Her Majestys snlyiets of the mans of linelihood and set free a large quantity of land which would

be unfit for other peoples, the misery and distrem therby cused to the people concernis being very serious inded" ব্ৰিটিছ আমোলৰ নতুন ভূমি ব্যৱস্থাৰ লগে লগে নতুন মধ্য শ্ৰেণীটোৰ হাতত বৃজন পৰিমাণৰ ভূমি কেন্দ্ৰীভূত হৈছিল। আফু খেতিয়ে নিশ্চয় তেওঁলোকক সহজ উপায়ে ধন উপাৰ্জনৰ এটা সহজ পথ দিছিল। 'সাপ হৈ খোটা বেজ হৈ জৰা'– মধ্য শ্ৰেণীৰ এই দুমুখীয়া চৰিত্ৰৰ কথা ওপৰত আলোচনা কৰা হৈছে। সাহিত্য সভাও আছিল সেই দুমুখীয়া সাপৰ দৰেই।

তাৰ পিছতেই সভাই প্ৰব্ৰজনকাৰীক অসমীয়া কৰাৰ নীতি গ্ৰহণ কৰিছিল। বৰদলৈৰ পিছতে জ্ঞানদাভিৰাম বৰুৱাই সকলো মৈমনসিঙীয়াৰ মাজত অসমীয়া ভাষা প্ৰচাৰৰ কাৰণে স্কুল স্থাপনৰ আহ্বান জনাইছিল। সভাৰ উত্তৰ লক্ষীমপুৰ অধিবেশনৰ (১৯৩৩) সভাপতিৰ আসনৰ পৰা বৰুৱাই কুকী, ডফলাসকলৰ মাজতো অসমীয়া প্ৰচাৰৰ আহ্বান জনাইছিল। ব্ৰিটিছৰ বিশ্বস্ত পুলিচ বিষয়া আনন্দ চন্দ্ৰ আগৰৱালাই উত্তৰাধিকাৰী সূত্ৰে পোৱা পৈণত ব্যৱসায়ী বুদ্ধিৰে আনতকৈ আগতে বুজি পাইছিল যে ব্যৱসায়-বাণিজ্য বিকাশৰ কাৰণে এখন বজাৰৰ প্ৰয়োজন। তাৰ কাৰণেই একোটা অঞ্চলত এটা মাধ্যোন উমৈহতীয়া ভাষাৰ প্ৰয়োজন। সেই ফালৰ পৰাই ব্যৱসায়ীয়ে প্ৰথমে ঘৰৰ বজাৰখন দখল কৰাৰ ওপৰত গুৰুত্ব দিয়ে। "The market is the first school in which the bourgiovies learns its nationalism."[৪০] জোচেফ ষ্টেলিনৰ বক্তব্যৰ লগত আগৰৱালাৰ পৰিচয় থকাৰ কথা জনা নাযায়, যদিও আগৰৱালায়ো উপলব্ধি কৰিছিল যে, "এখন দেশৰ সকলো মানুহ এক ভাষা-ভাষী নহলে জাতীয়তা গঠন কৰা টান।"[৪১] পমুৱা মুছলমানসকলৰ মাজত অসমীয়া ভাষা প্ৰচাৰ কৰি তেওঁলোকক সামৰি লোৱাৰ ক্ষেত্ৰত সভাই যথেষ্ট সফলতা অৰ্জন কৰিছিল। বঙালী হিন্দুসকলৰ প্ৰতিহে সভাৰ ক্ষোভ দূৰ হোৱা নাছিল। নিজ ভাষা-সংস্কৃতিৰ প্ৰতি থকা সচেতনতা আৰু উগ্ৰজাতিদম্ভৰ কাৰণেই কেৱল নহয়– চাকৰী, ব্যৱসায় আদিৰ ক্ষেত্ৰতো অসমীয়া শিক্ষিত মানুহে বঙালীসকলকেই সমুখত দেখা পাইছিল। সেয়ে বঙালীসকলকেই অসমীয়া ভাষা-সংস্কৃতিৰ বিকাশৰ অন্যতম বাধা হিচাপে গণ্য কৰিছিল।

বৃহৎ অসমীয়া জাতি গঠনৰ নামত সভাই, যিবোৰ জনগোষ্ঠীৰ মাজত অসমীয়া ভাষা প্ৰচাৰৰ অভিযান চলাইছিল, সেই জনগোষ্ঠীসমূহ, উচ্চ হিন্দুৰ তুলনাত সকলো দিশতে পিছ পৰি আছিল। উভয় পক্ষৰ মাজত এক

বিৰাট সামাজিক ব্যৱধানো আছিল। আজিও নতুন ৰূপত সেই ব্যৱধান আমাৰ সমাজ জীৱনত সজীৱ হৈ আছে। জনগোষ্ঠীসমূহৰ নিজৰ নিজৰ ভাষা-সংস্কৃতি আছিল, কিন্তু নাছিল ভাষাৰ কোনো লিখিত ৰূপ। তথাপি তেওঁলোকে অসমীয়াকেই গ্ৰহণ কৰিছিল। অসমীয়া তেতিয়া হৈ পৰিছিল উমৈহতীয়া ভাষা। তাৰ পিছতো দেখা গৈছিল তেওঁলোক পিছ পৰিয়েই আছিল। সামাজিক ব্যৱধান এফালে কম হৈছিল যদিও একে সময়তে শক্তিশালী নতুন ৰূপত সজীৱ হৈ উঠিছিল। অথচ ব্ৰিটিছবিৰোধী সংগ্ৰাম ঊনবিংশ শতিকাত এই অবহেলিত জনগোষ্ঠীসমূহৰ নেতৃত্বতেই প্ৰথম সংগঠিত হৈছিল। কামৰূপ, দৰং, গোৱালপাৰা, নগাওঁ আদি অঞ্চলত তেওঁলোকে যি সাহস, বীৰত্ব আৰু দেশপ্ৰেমৰ পৰিচয় দিছিল, অসমৰ বাকী মানুহৰ লগত তাক তুলনা কৰিব পৰা নগৈছিল। প্ৰকৃত জাতি প্ৰেম, দেশপ্ৰেমৰ, সিবোৰ আছিল উপযুক্ত উদাহৰণ। সভাই তেওঁলোকৰ সুখ-দুখৰ প্ৰতি তেওঁলোকৰ ওপৰত চলি থকা সামাজিক, আৰ্থিক শোষণৰ প্ৰতি নিৰ্লিপ্ত থকাটো তাৎপৰ্যপূৰ্ণ। আনকি ঊনবিংশ শতিকাৰ কৃষক সংগ্ৰামসমূহৰ নাম উল্লেখ কৰাৰ পৰাও সভা বিৰত আছিল। অথচ জাতিটোৰ অস্তিত্ব ৰক্ষাৰ নামত সকলোৰে মাজত ভাষা প্ৰচাৰতহে সভাই গুৰুত্ব দিছিল। সভাই এনে এক দৃষ্টি ভংগী গ্ৰহণ কৰিছিল, যেন অসমীয়া ভাষা সকলোৱে গ্ৰহণ কৰিলেই জাতিটো শক্তিশালী হৈ উঠিব। শ্ৰেণী দৃষ্টি ভংগীৰ পৰা জাতীয় অস্তিত্বৰ প্ৰশ্নটো বিচাৰ কৰাৰ ফলত সভাৰ দৃষ্টিত নিজ জাতীয় আত্মবিকাশৰ প্ৰধান অন্তৰায়সমূহ ধৰা পৰা নাছিল।

সাম্ৰাজ্যবাদবিৰোধী ৰাষ্ট্ৰীয় চেতনাই অসমত প্ৰৱেশ কৰাৰ পিছতো, তাৰ লগে লগে সাম্ৰাজ্যবাদৰ নগ্ন ৰূপ মধ্যশ্ৰেণীৰ দৃষ্টিত ধৰা পৰাৰ পিছতো, সভাই জাতীয় আত্মবিকাশৰ প্ৰধান অন্তৰায়সমূহ দূৰ কৰাৰ বিপৰীতে সামন্ত ঐতিহ্যক আকোৱালি লৈ জাতীয় অস্তিত্ব ৰক্ষাৰ প্ৰচেষ্টা চলাইছিল। ইতিমধ্যে বিভিন্ন আদিম জনগোষ্ঠীৰ মাজত দুই এজনকৈ শিক্ষিত মানুহৰ সংখ্যা বাঢ়িছিল। অসমৰ বিভিন্ন নগৰসমূহত জনগোষ্ঠীসমূহৰ ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা লবলৈ গৈ, শিক্ষিত বৰ্ণ হিন্দুৰ সম্পৰ্ক লৈ আহি কিছু অভিজ্ঞতা অৰ্জন কৰিছিল। লাহে লাহে তেওঁলোকৰ মাজত গোষ্ঠীচেতনাৰ উদয় হৈছিল আৰু নিজ ভাষা-সংস্কৃতিৰ বিকাশৰ কথা সুকীয়াকৈ চিন্তা কৰিবলৈ আৰম্ভ কৰিছিল। ১৯২৩ চনৰ 'চেতনা'ৰ এটা সংখ্যাত মহিচন্দ্ৰ মিৰি নামৰ এজন লোকে এটি চুটি প্ৰবন্ধত আক্ষেপ কৰি কৈছিল— "এতিয়া অলপ মূৰ তুলি চাওঁ মানে বহুত কথা দেখিবলৈ পাইছো। অসমীয়াৰ ভাব গতিত যিমান বেমেজালিয়ে দেখা দিছে সিমানেই সমগ্ৰ অসমীয়া জাতিটোৰো বেমেজালি বেছি হোৱা যেন দেখা গৈছে। অসমৰ বহুত শাঁতি কাৰবীয়া জাতিৰ, উচ্চ শিক্ষাৰ্থী ছাত্ৰই আজি

কালি স্কুল-কলেজলৈ অহা দেখা যায়। তেওঁবিলাকৰ লগত অলপ আলাপ কৰিলেই জানিব পাৰি যে তেওঁবিলাকে কেতিয়াও নিজৰ দোৱান এৰি লোকৰ লগত মিহলি হব নোখোজে। লিখকো দুৰুনীয়া বিধৰে, সেই কাৰণে তেৰোঁ তাৰ পৰা বাদ যোৱা নাই। খাছীয়া ভাইসকলে কি কৰিছে, কিমান উন্নতি কৰিছে, তাক আমি প্ৰত্যক্ষ দেখি আছো। বৰোবিলাকে তেওঁবিলাকৰ ভাষা আৰু সাহিত্য গঠন কৰিবলৈ অশেষ চেষ্টা কৰিছে। লিখকেও দেখাক দেখি শুনাক শুনি তাকেহে কৰিবলৈ মন মেলিছে। আৰু নকৰিও নোৱাৰি। আমি উন্নতিৰ সপোনৰ নিচেই তলছোৱাত। আমাৰ ভাষাৰো সেয়ে গতি, আৰু সকলো দাঁতি কাষৰীয়াৰেই তেনে গতি। — অসমীয়া ভাষা এই সকলো বিলাকতকৈ উন্নত আৰু মাতৃ স্বৰূপাও। কিন্তু অসমীয়া ভাষা-ভাষী মানুহবিলাকৰ সিবিলাকৰ প্ৰতি মৰম-চেনেহ বুলিবলৈ অকণো নাইকিয়া হোৱাত তেওঁবিলাক তাৰ পৰা এৰাই যাব খোজাত একো আচৰিত নহয় যেন লাগে।

অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে "আসাম ছাত্ৰ সম্মিলনী" পাতে তাত দাঁতি কাষৰীয়াক লগ লৈছেনে? অইনৰ কথাকে নকওঁ ইমানবিলাক খাছীয়া ছাত্ৰৰ পৰা এজন ডেলিগেট তেওঁলোকে নিজে নিজে বাচি নিলে তেওঁলোকৰ কিবা ক্ষতি হয় নে?"[১২] ইয়াত সাহিত্য সভাৰ নাম উল্লেখ নথকাটো মন কৰিব লগীয়া। লেখকে বোধহয় সভাৰ সম্পৰ্কলৈ আহিবলৈ সুবিধাকে পোৱা নাছিল। সভাৰ তেতিয়া হাতত ফলি লোৱা বয়স।

বিভিন্ন থলুৱা ভাষাবিলাকৰ বিকাশৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ দায়িত্ব অপাৰিসীম। থলুৱা ভাষাসমূহক স্বীকৃতি দি বিকাশৰ সকলো সুবিধা প্ৰদান আৰু বিকাশৰ বাধাসমূহ দূৰ কৰাৰ কাৰণে সভাই উদ্যোগ লোৱাটোহে আছিল অসমীয়া ভাষাক সকলোৱে উমৈহতীয়া ভাষা হিচাপে গ্ৰহণ কৰা আৰু বৃহৎ অসমীয়া জাতি গঠনৰ পথ প্ৰশস্ত কৰাৰ বিজ্ঞানসন্মত পথ। কিন্তু সেই পথ পৰিহাৰ কৰি সভাই সকলোৰে ওপৰত (জনগোষ্ঠীসমূহৰ সামাজিক অৰ্থনৈতিক জীৱনৰ সমস্যাসমূহ আওকাণ কৰি) অসমীয়া ভাষা জাপি দিয়াতহে সচেষ্ট হৈছিল। বিভিন্ন ভাষিক জনগোষ্ঠীসমূহকে ধৰি অসমৰ জনজীৱনৰ লগত সভাৰ সম্পৰ্ক আছিল গুৰুগিৰিৰ সম্পৰ্ক। এই সম্পৰ্কই জনগোষ্ঠীসমূহৰ মাজত অসন্তুষ্টিৰ জন্ম দিছিল। জনগোষ্ঠীসমূহৰ অসমীয়া সমাজত অৱস্থান আৰু তেওঁলোকৰ জীয়াই থকাৰ সংগ্ৰামৰ লগত পৰিচয়হীন সভাই তেওঁলোকৰ ওপৰত অসমীয়া ভাষা জাপি দি অসমীয়া কৰাৰ প্ৰচেষ্টাই শ্ৰী মিৰিক অসন্তুষ্ট কৰিছিল বুলি অনুমান কৰিব পাৰি। ইমানখিনিৰ পিছতো অসমীয়া মধ্য শ্ৰেণীয়ে জাতি দম্ভৰ নিচাত মত্তলীয়া হৈ, বৃহৎ অসম আৰু অসমীয়া জাতি গঠনৰ কাৰণে অসমৰ সকলো ঠাইতে অসমীয়া ভাষা প্ৰচাৰৰ

কাৰণে, সভাৰ মঞ্চৰ পৰা উদাত্ত কণ্ঠেৰে আহ্বান জনাইছিল। ১৯৪৪ চনত নীলমণি ফুকনে সভাৰ মঞ্চৰ পৰা কৈছিল— "আজি অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে অসমীয়া হিন্দু, মুছলমানৰ প্ৰাণৰ কথা হৈছে অসমীয়া সংস্কৃতি, অসমীয়া ভাষা সাহিত্য, শিল্প কলা, কেৱল ৰক্ষা কৰাই নহয় তাক বিস্তাৰ কৰি পূৰ্ব গৌৰৱৰ ওপৰতো সোনৰ কলচী তোলা, অসমীয়া জাতিৰ স্বাধীনতা ৰক্ষা কৰা। শুভ লক্ষণ। বিৰাট শক্তিৰ সূচনা। অসমীয়া ভাষাৰ দঁতাল হাতীত উঠি এই সংস্কৃতিৰ অভিযান অসমৰ পৰ্ব্বতে-কন্দৰে, হাবিয়ে-বননিয়ে চলাব লাগিব।"[৪০] অসমীয়া মধ্য শ্ৰেণীৰ থলুৱা জনগোষ্ঠীকে ধৰি অসমৰ জনসাধাৰণৰ প্ৰতি দেখুওৱা এনে জাতিদম্ভ আৰু উচ্চাত্মিকা মনোভাব যে জাতীয় আত্মবিকাশৰ পৰিপন্থী আছিল, সেইটো উপলব্ধি কৰোতে তেওঁলোকক যথেষ্ট সময় লাগিছিল। কিন্তু ইতিমধ্যে জন্ম লাভ কৰিছিল— মেঘালয়, নাগালেণ্ড, অৰুণাচল আদিয়ে। আৰু দুই এটা জনগোষ্ঠীয়ে দাবী কৰি আছে। সভাৰ আহ্বান-অভিযানৰ কিয় এই পৰিণতি? প্ৰশ্ন হয় এইবোৰ ৰাজনীতি নাছিল নে কি?

শিল্প উদ্যোগ, ব্যৱসায়-বাণিজ্য আদিত অসমৰ মানুহ একেবাৰে পিছ পৰি থকাৰ কাৰণে ভালে কেইজন সভাপতিয়ে আক্ষেপ কৰিছিল, আৰু তাৰ কাৰণে নিজকে দোষ দি, উঠি অহা চামক ব্যৱসায়-বাণিজ্যত হাত দিবলৈ আহ্বান জনাছিল। ব্ৰিটিছে মধ্যশ্ৰেণীক স্বাধীন ব্যৱসায়-বাণিজ্যৰ কাৰণে বাট এৰি দিয়া নাছিল। স্বয়ং বেজবৰুৱাও ব্ৰিটিছ ব্যৱসায়ীৰ সহযোগীহে আছিল। ব্যৱসায়-বাণিজ্যত অসমীয়া মানুহ পিছ পৰি থকাৰ এইটোৱেই একমাত্ৰ কাৰণ নাছিল। সামন্তীয় চৰিত্ৰৰ মধ্যশ্ৰেণীক, সামন্তীয় সংস্কাৰেও ব্যৱসায়ত হাত দিয়াত কিছু পৰিমাণে বাধা দিছিল। মধ্যযুগীয় মান মৰ্য্যাদা লৈ সমাজত প্ৰতিপত্তি অৰ্জনৰ কাৰণে ব্যৱসায়-বাণিজ্য উপযুক্ত নাছিল। তাতকৈ চৰকাৰী চাকৰিয়েই সামন্তীয় মৰ্য্যাদা অটুট ৰখাত তেওঁলোকক বেছি সহায় কৰিছিল। সেই মৰ্য্যাদা যুগমীয়া কৰিবৰ কাৰণে এচাম মধ্যশ্ৰেণীৰ লোকে, তেওঁলোকৰ সঞ্চয়ৰ কিছু অংশ, নিজৰ নামত বা পিতৃ-মাতৃৰ নামত শিক্ষানুষ্ঠান, পুথিভঁড়াল আদি নিৰ্মাণত খৰচ কৰিছিল। বহুতে মন্দিৰ আদিতো খৰচ কৰিছিল বুলি জনা যায়। বৰ্ধিষ্ণু মধ্যশ্ৰেণীয়ে সমাজত নিজ শ্ৰেণীৰ প্ৰতিপত্তি বিস্তাৰৰ মানসেৰে (ৰাজহুৱা কামত) ধন ব্যয় কৰিলেও সাধাৰণ শ্ৰেণী সাময়িকভাৱে হ'লেও তাৰ পৰা উপকৃত হৈছিল। সমাজৰ ওপৰত অৰ্থনৈতিক প্ৰভুত্ব হৈ (ৰাজনীতিৰ পৰা আঁতৰত থকাৰ কথা ঘোষণা কৰিলেও, ব্ৰিটিছ প্ৰসাশনৰ অংশীদাৰ হোৱাৰ প্ৰতি সচেষ্ট আছিল। সাহিত্য সভাৰ কেইবাগৰাকী সভাপতি ব্যৱস্থাপক সভাৰ সদস্য আছিল। কিন্তু সেই পদো সকলোৰে কাৰণে মুকলি নাছিল। তদুপৰি

নিষ্কণ্টকো নাছিল। মধ্যশ্ৰেণীয়ে সামাজিক নেতৃত্ব লাভৰ প্ৰচেষ্টা চলাইছিল বুলি অনুমান কৰাটো নিশ্চয় অসংগত নহব। এই ক্ষেত্ৰতো সামন্ত সংস্কৃতিৰ প্ৰতি মোহ আৰু হিন্দু জাতীয়তাই সভাৰ সমুখত অন্তৰায় ৰূপে থিয় দিছিল।

সাহিত্য সভাৰ বৃহৎ জাতিগঠনৰ আহ্বানৰ প্ৰতি থলুৱা বিভিন্ন ভাষিক জনগোষ্ঠীসমূহে বিশেষ সহাৰি জনোৱা নাছিল। বৰ্ণহিন্দুৰ প্ৰাধান্য থকা এখন সমাজত নিজকে নিম্নস্তৰত ৰাখি সেই সমাজৰ লগত জাহ যাবলৈ তেওঁলোকে বিচৰা নাছিল। নতুন সংস্কৃতিৰ প্ৰবৰ্তকসকলক ইউৰোপীয় সমাজ সভ্যতাই আকৰ্ষিত কৰিলেও প্ৰচলিত সমাজ সম্পৰ্ক তেওঁলোকে ভাঙিবলৈ বিচৰা নাছিল। ব্ৰিটিছেও প্ৰাচীন সামন্তীয় সমাজখনৰ মূলোচ্ছেদ কৰা নাছিল-- সাম্ৰাজ্যিক প্ৰয়োজনতে। প্ৰাচীন ধৰ্মীয় আৰু ধৰ্মনিৰপেক্ষ সম্ভ্ৰান্ত মানুহখিনিৰ পুৰণি মান মৰ্য্যাদা যাতে অটুট থাকে তাৰ প্ৰতি ব্ৰিটিছ সচেতন আছিল। গতিকে ব্ৰিটিছৰ পৃষ্ঠপোষকতাত প্ৰচলিত সমাজ সম্পৰ্কবোৰ নতুন ৰূপত সজীৱ হৈ উঠিছিল। সামন্ত অতীতৰ ভাব জগতৰ পৰা মধ্যশ্ৰেণী বেছি দূৰ আঁতৰি আহিব পৰা নাছিল। পৰাধীনতাৰ কালছোৱাৰ সভাৰ সভাপতিসকলৰ ভাষণসমূহত দুই এটা মূল্যবান আৰু উপকাৰী কথা আছিল সঁচা, সেয়ে হলেও তেওঁলোকে পুৰণি মূল্যবোধত আঘাত হানি, নতুন মূল্যবোধ সৃষ্টিৰ কাৰণে বাট মুকলি কৰাৰ কথা ভবা নাছিল। তদুপৰি ভাষণসমূহৰ মূল সুৰ আছিল একেটাই– অসমৰ অতীত ঐতিহ্যৰ গৌৰৱ বিস্তাৰ। ১। অসমীয়া জাতিৰ ইতিবৃত্ত, ২। সামন্ত সংস্কৃতিৰ প্ৰশস্তি, ৩। ভাষাৰ বিশুদ্ধতা ৰক্ষা, ৪। সামন্ত সংস্কৃতিৰ প্ৰতি লাহে লাহে বৃদ্ধি পোৱা অনাদৰত, গভীৰ আক্ষেপ— এই কেইটাই আছিল ভাষণসমূহৰ মূল কথা। ড° হীৰেন গোহাঁয়ে 'কীৰ্ত্তন পুথিৰ ৰস বিচাৰত' এই বিদ্বৎ সমাজৰ ভাব জগত সম্পৰ্কে সঠিকভাৱেই কৈছে– "অসমীয়া সমাজৰ প্ৰকৃত জাগৰণৰ যুগবোৰত– যেনে বেজবৰুৱাৰ কালত কিংবা জ্যোতিপ্ৰসাদৰ যুগত– বৰ্তমানৰ জীৱনচৰ্যাৰ অবিচ্ছেদ্য অংগ আছিল অতীতৰ লগত এক নিবিড় বাণিজ্য। তাৰেই পৰিণতি হিচাপে আনকি ড° মহেশ্বৰ নেওগ আৰু ড° সত্যেন শৰ্মাৰ গৱেষণাতো আমাৰ প্ৰাচীন সাহিত্যৰ নতুন নতুন দিশ উদ্‌ঘাটিত হৈ আছিল। কিন্তু এইসকল পণ্ডিত সেই যুগৰ উত্তৰ সাধক আছিল, নতুন যুগচেতনাৰ দুৱাৰ তেওঁলোকে উন্মোচন কৰা নাছিল।" ** কৰা নাছিল সাহিত্য সভায়ো।

(১০)

ভাৰতৰ আন ঠাইৰ তুলনাত অসমত বৰ্ণবাদ আৰু জাতপাতৰ বিচাৰৰ চোক কম হলেও আছে। অসমীয়া ভাষা গ্ৰহণ কৰি নিজকে

নিম্নস্তৰত ৰাখি, এইখন সমাজত জাহ নগৈ বিভিন্ন ভাষিক জনগোষ্ঠীসমূহে, অসমীয়া জাতিৰ সূল সুঁতিৰ পৰা আঁতৰি গৈ নিজৰ ভাষা-সংস্কৃতিৰ বিকাশ সাধন কৰি নিজৰ সুকীয়া অস্তিত্ব প্ৰতিপন্ন কৰাত ব্যস্ত হৈ পৰিছিল। হিন্দু প্ৰধান অসমত মুছলমানৰ সংখ্যাও নিচেই কম নাছিল। অসমকেই মাতৃভূমি আৰু অসমীয়াকেই মাতৃভাষা হিচাপে গ্ৰহণ কৰি আহোম যুগৰে পৰা থকা অসমীয়া মুছলমানৰ সংখ্যা বৃদ্ধি কৰিছিল ব্ৰিটিছ যুগত অহা মুছলমানখিনিয়ে। পেটৰ তাগিদাত পৰি অহা এই পমুৱা মানুহখিনিয়ে অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰি অসমীয়াৰ লগত জাহ গৈছিল। অসমীয়া ভাষা হৈ পৰিছিল হিন্দু-মুছলমান উভয়ৰে মাতৃভাষা। অসমত হিন্দু-মুছলমানৰ সম্প্ৰীতিক লৈ সকলোৱে গৌৰৱবোধ কৰিছিল। সভাৰ মঞ্চৰ পৰাও সেই সম্প্ৰীতিৰ কথা দোহাৰি থকা দেখা গৈছিল। প্ৰশ্ন হয়— সম্প্ৰীতিৰ ভিত্তি কোনে— ক'ত ৰচনা কৰিছিল? সেই সম্প্ৰীতিক স্বীকাৰ কৰি লৈ সাহিত্য সভাই তাক অসমীয়া জাতীয়তা গঠনত ব্যৱহাৰ কৰিছিলনে? সম্প্ৰীতিৰ ভিত্তি অসমীয়া বিদ্বৎ সমাজে ৰচনা কৰা নাছিল। ৰচনা কৰিছিল হিন্দু মুছলমান কৃষক সম্প্ৰদায়ে-ভাদমহীয়া পলসুৱা পথাৰত, আঘোণৰ সেউজী ধাননি পথাৰত। গোৱালপাৰা, কামৰূপ, দৰং, নগাওঁ অঞ্চলত মাজ পথাৰত হিন্দু-মুছলমান খেতিয়ক একেটা জাপিৰ তলতে থিয় হৈ, কেতিয়াবা পথাৰৰ বালিত বহি একেটা বিড়িকে দুজনে ভগাই খাই— ভাদমহীয়া পলসুৱা বোকাত তেওঁলোকে কেৱল, ধানৰ কঠীয়া সিঁচাই নহয়, সম্প্ৰীতিৰ কঠীয়াও সিঁচিছিল। আঘোণৰ পথাৰত একেটা ৰবাব টেঙাকে দুয়োজনে ভগাই খাই শইচ চপাইছিল। ধৰ্মই তেওঁলোকৰ মাজৰ সম্পৰ্কত ব্যাঘাত জন্মোৱা নাছিল। সামাজিক সম্পৰ্ক অটুট আছিল। প্ৰকৃত অসমীয়া জনসংস্কৃতিৰ ভিত্তিত সমাজৰ একেবাৰে তলখাপত থকা এই হিন্দু-মুছলমান খেতিয়ক কাৰিকৰসকলেই ৰচনা কৰিছিল। অথচ এইখন ভাৰতবৰ্ষতে ব্ৰিটিছ আমোলত সাম্প্ৰদায়িকতাই মূৰ দাঙি উঠিছিল।

সাম্ৰাজ্যিক স্বাৰ্থতে সাম্ৰাজ্যবাদী ঐতিহাসিকে ভাৰতৰ ইতিহাসৰ সাম্প্ৰদায়িক ব্যাখ্যা দাঙি ধৰিছিল। সুবিখ্যাত ঐতিহাসিক ৰাম শৰন শৰ্মাৰ মতে জেম্‌স মিলৰ "ব্ৰিটিছ ভাৰতৰ ইতিহাস"খনেই ভাৰতীয় ঐতিহাসিক চিন্তাধাৰাৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল। তেৱেঁই প্ৰথম ভাৰতৰ ইতিহাসক 'হিন্দু যুগ', 'মুছলমান যুগ' আৰু 'ব্ৰিটিছ যুগ' এই তিনিটা পৰ্বত ভাগ কৰি এক সাম্প্ৰদায়িক ব্যাখ্যা দাঙি ধৰিছিল। পৰৱৰ্তী কালত ভাৰতীয় ঐতিহাসিক-সকলৰ সৰহ সংখ্যকে ভাৰতৰ প্ৰাচীন আৰু মধ্যযুগৰ ইতিহাস ৰচনা কৰোতে সেই পদ্ধতিকে অনুসৰণ কৰিছিল। হিন্দু-মুছলমানৰ ধৰ্মৰ মাজত কিছু বিৰোধ

থাকিলেও মধ্যযুগত সাম্প্ৰদায়িকতাৰ ৰূপ লাভ কৰা নাছিল। ইতিহাসৰ বস্তুবাদী ব্যাখ্যা দাঙি ধৰোতাসকলৰ ভিতৰত ৰাম শৰণ শৰ্মা, ইৰফান হবিব, হৰিবংশ মুখিয়া, বিপন চন্দ্ৰ, ৰমিলা থাপাৰৰ নাম ড° কোশাম্বীৰ পিচতেই উল্লেখযোগ্য। সেইসকল ঐতিহাসিকৰ শেহতীয়া অনুসন্ধানে স্পষ্টভাৱে দেখুৱাই দিছিল যে প্ৰাচীন আৰু মধ্যযুগৰ ভাৰতত সাম্প্ৰদায়িক চেতনা অনুপস্থিত আছিল। সাম্ৰাজ্যবাদী ব্ৰিটিছে, নিজ স্বাৰ্থৰ অনুকূলে ভাৰতৰ ইতিহাসক ৰাজধৰ্মৰ (ৰাজ বংশৰ ধৰ্ম) ভিত্তিত যুগ বিভাগ কৰি ভাৰতৰ বুকুত সাম্প্ৰদায়িকতাৰ বীজ ৰোপণ কৰিছিল। অসমত এই সাম্প্ৰদায়িকতাৰ প্ৰবাব পলমকৈ পৰিছিল আৰু তীব্ৰতাও তুলনামূলকভাৱে কম আছিল। প্ৰাচীন আৰ্য্য সংস্কৃতিৰ ভিত্তিত গঢ়ি উঠা ভাৰতীয় হিন্দু জাতীয়তাই বহুত পলমকৈ (বিংশ শতিকাৰ প্ৰথম দশকত) প্ৰবেশ কৰিছিল। অসমত সাম্প্ৰদায়িক চেতনাই গা-কৰি উঠোতে পলম হৈছিল যদিও অসমীয়া বিদ্বৎ মণ্ডলীকো ইতিহাসৰ সাম্প্ৰদায়িক ব্যাখ্যাইহে বাট দেখুৱাইছিল। যাৰ ফলত তেওঁলোকে জ্ঞাতে হওক অজ্ঞাতে হওক অসমীয়া জাতীয়তাৰ নামত হিন্দু জাতীয়তাৰেই পৃষ্ঠপোষকতা কৰিছিল। তথাপি অসমত হিন্দু-মুছলমান সাম্প্ৰদায়িকতাই এক ধ্বংসাত্মক ৰূপ লোৱা নাছিল। ইয়াৰ বাবে অসমীয়া বিদ্বৎ সমাজে বৈষ্ণৱ সাহিত্য— বিশেষকৈ শংকৰদেৱৰ অৱদান আৰু অসমীয়া জাতিৰ সহনশীলতা-অতিথি পৰায়ণতা আদিকেই দোহাৰিছিল। প্ৰকৃততে অসমৰ মাটি ধৰ্মীয় সাম্প্ৰদায়িকতাৰ কাৰণে উপযুক্ত নাছিল। আহোম ৰজাসকল ধৰ্মৰ ক্ষেত্ৰত গোড়া নাছিল আৰু সকলো ধৰ্মৰ প্ৰতি উদাৰ আছিল। হিন্দু-মুছলমানৰ সমন্বয় সাধনত কবীৰৰ (১৪৫৫-১৫১৭) ভূমিকা অনস্বীকাৰ্য।

শংকৰদেৱে তীৰ্থ ভ্ৰমণ কালত কবীৰক লগ ধৰিবৰ কাৰণে তেওঁৰ ঘৰলৈ গৈছিল বুলি জনা যায়। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই লিখিছে— "শংকৰদেৱৰ প্ৰচাৰিত ধৰ্মৰ ওপৰতো কবীৰৰ মতবাদৰ প্ৰভাৱ পৰিলক্ষিত হৈছিল।" দুয়োটা ধৰ্মৰ মাজত এক সুসম্পৰ্ক গঢ়ি উঠিছিল। সেইকালত কোনো সাম্প্ৰদায়িক বিৰোধিতা লক্ষ্য কৰা নগৈছিল। সেয়ে, আজান ফকিৰে বৈষ্ণৱ গীত পদ আৰু লোকগীতৰ আৰ্হিত জিকিৰ ৰচনা কৰি হিন্দু-মুছলমান সকলোকে আকৃষ্ট কৰিব পাৰিছিল। মধ্যযুগৰ অসমৰ ইতিহাসত সাম্প্ৰদায়িক চেতনা অনুপস্থিত আছিল। ব্ৰিটিছে দখল কৰাৰ সময়তো অসমৰ পৰিবেশ ধৰ্মীয় সাম্প্ৰদায়িকতাৰ প্ৰতিকূলে আছিল। ১৮৭১-৭২ৰ লোক পিয়ল অনুযায়ী কামৰূপ, দৰং, লক্ষীমপুৰ, নগাওঁ, শিৱসাগৰ আৰু গোৱালপাৰাৰ মুছলমান

| | মুঠ জনসংখ্যা | মুছলমান লোকৰ সংখ্যা | শতকৰা |
|---|---|---|---|
| কামৰূপ : | ৫৬১,৬৮১ | ৪৫,৮২৩ | ৮.২ |
| দৰং : | ২৩৬,০০৯ | ১৩,৮৫৯ | ৫.৯ |
| নগাওঁ : | ২৫৬,৩৯০ | ১০,০৬৬ | ৩.৯ |
| শিবসাগৰ : | ২৯৬,৫৮৯ | ১২,৬১৯ | ৪.৩ |
| লক্ষীমপুৰ : | ১২১,১৬৭ | ৩,৪২৬ | ৩.১ |
| গোৱালপাৰা : | ৪০৭,৭১৪ | ৮৯,৯১৬ | ২২.১ [৪৫] |

এই কমসংখ্যক মুছলমান মানুহক ধৰ্মই থলুৱা মানুহৰ পৰা আঁতৰাই নিব পৰা নাছিল। ইয়াতেই গৈ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ভাস্কৰ্যক সমৃদ্ধিশালী কৰি তুলিছিল। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই কৈছিল— "কল আৰু ডিল সংযোগ হৈ সহজ সৰল অসমীয়া শব্দ কলডিল সৃষ্টি হোৱাৰ দৰে হিন্দু-মুছলমান বিভিন্ন সম্প্ৰদায়ৰ মিলনত অসমীয়া সভ্যতা আৰু সংস্কৃতিৰ উদ্ভৱ হৈছে।" [৪৬] গতিকে অসমত ব্ৰিটিছে ধৰ্মীয় সাম্প্ৰদায়িকতাৰ বীজ ৰোপণ কৰিব পৰা নাছিল। তাৰ পৰিবৰ্তে ভাষিক সাম্প্ৰদায়িকতাৰ বীজ ৰোপণ কৰি ব্ৰিটিছে অবাধে অসমৰ সম্পদ লুণ্ঠন কৰি থকাৰ বাট মুকলি কৰি লৈছিল। এমুঠি পুৰণি অভিজাত পৰিয়ালৰ ভিতৰত আধুনিক শিক্ষাৰ লগত তিনি-চাৰিজনমানৰ পৰিচয় আছিল। অশিক্ষিত অন্ন চিন্তাজৰ্জৰ সাধাৰণ মানুহৰ ভাষা-সংস্কৃতিৰ লগত সম্পৰ্ক নাছিল। যিকেইজন শিক্ষিত লোক আছিল তেওঁলোকো, ডাঙৰ-দীঘল হৈছিল ব্ৰিটিছৰ গৰম কোটৰ তলতে। গতিকে ব্ৰিটিছে অসমত নিজ সাম্ৰাজ্যিক স্বাৰ্থত বঙলা ভাষা প্ৰবৰ্তন কৰি জন্ম দিয়া, ভাষিক সাম্প্ৰদায়িকতাৰ যুঁজখনত মধ্যবিত্তই অৰ্দ্ধ শিক্ষিত বঙালী আমোলা-কেইজনকেই শত্ৰু বুলি গণ্য কৰিছিল। ব্ৰিটিছৰ চক্ৰান্ত সফল হৈছিল। মন্থৰ গতিত বিকাশ লাভ কৰা অসমীয়া মধ্য শ্ৰেণীক ভাষা ৰক্ষাৰ যুঁজখনত আবদ্ধ ৰাখি ব্ৰিটিছে নিৰাপদে সম্পদ লুণ্ঠন কৰাত মন দিছিল।

ভাষা ৰক্ষাৰ যুঁজখনে অসমীয়া শিক্ষিত চামৰ মাজত এক ভাষিক চেতনা জগাই তুলিছিল আৰু সিয়েই শেষত নিজ স্থানত অসমীয়া ভাষা-সাহিত্যক স্বকীয় মহিমাৰে প্ৰতিষ্ঠা কৰিছিল। আৰু এটা লক্ষ্য কৰিবলগীয়া কথা যে অসমীয়া শিক্ষিত মধ্য শ্ৰেণীৰ দুৰ্বলতাই ভাৰতীয় আৰ্য সভ্যতাৰ ভেটিত গঢ়ি উঠা ভাৰতীয় হিন্দু জাতীয়তাক বাট এৰি দিয়া নাছিল।

আনফালে মধ্য শ্ৰেণীৰ ভাষিক চেতনাই তেওঁলোকৰ মাজত এক গোষ্ঠী (অসমীয়া) চেতনাৰ জন্ম দিছিল (যিটোক আজিও অসমীয়া বিদ্বৎ সমাজে অসমীয়া জাতীয়তাবাদৰ ভিত্তি বুলি ক'ব খোজে)। ভাষিক-সাংস্কৃতিক সংগ্ৰামখনৰ কাৰণে অসমৰ ধৰ্মীয় সাম্প্ৰদায়িকতাৰ জন্ম (ঊনবিংশ শতিকাত) সম্ভৱ হোৱা নাছিল যদিও বঙালী-অসমীয়াৰ মাজত এক ভাষিক সাম্প্ৰদায়িকতাৰ জন্ম দিছিল। বিংশ শতিকাৰ প্ৰথম দশকতে অসমৰ তৰুণ চামৰ কাৰণেই সাম্ৰাজ্যবাদবিৰোধী ভাৰতীয় জাতীয় চেতনাই অসমত লাহে লাহে প্ৰবেশ কৰিছিল। একে সময়তে পেটৰ তাগিদাত পৰি অসমলৈ অহা পমুৱা মুছলমানৰ সংখ্যাও লাহে লাহে বৃদ্ধি হৈছিল। বাংলাভাষী পমুৱা মুছলমানৰ অবাধ প্ৰব্ৰজনে জাতীয় অস্তিত্ব বিপন্ন কৰি তোলাৰ আশংকা কৰি শেষত তেওঁলোকক অসমীয়া কৰাৰ নীতি পোষণ কৰিছিল। তথাপি একাংশ মধ্য শ্ৰেণীৰ লোক ধৰ্মীয় সাম্প্ৰদায়িকতাৰ পৰা মুক্ত হ'ব পৰা নাছিল। সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত তাৰ প্ৰকাশ নঘটিলেও ৰাজনৈতিক ক্ষেত্ৰত দুটা ভাগ স্পষ্ট হৈ পৰিছিল। সেই কাৰণেই বোধহয় মফিজুদ্দিন আহমদ হাজৰিকাই সাহিত্য সভাৰ ১৯২৯ চনৰ গোলাঘাট অধিৱেশনৰ সভাপতিৰ আসনৰ পৰা আক্ষেপ কৰি কৈছিল: "বৰ্তমান অসমীয়া হিন্দু-মুছলমানৰ ভিতৰত গড়গএল মিতিৰৰ ভাও-মুখেৰে থাক থাক, ভৰিৰে হেচোকে নাও" এই ভাও। এই কেৰোণটোৱেই হৈছে সকলোতকৈ সাংঘাতিক।" তৎকালীন ঐতিহাসিক অৱস্থা অধ্যয়ন কৰি তেখেতে ইয়াৰ কাৰণ সম্পৰ্কে কৈছিল— "গুপুত কাৰণ খোচৰাৰ একো সকাম নাই। জনাজাত তিনিটিৰ প্ৰথমটি হৈছে ধৰ্মৰ বিভিন্নতা, দ্বিতীয়টি হৈছে স্বাৰ্থ। স্বাৰ্থও দুবিধ— ব্যক্তিগত (বা গাইগুটীয়া) আৰু ৰাজনৈতিক। তৃতীয়টো হৈছে অতীজৰ মোহ।"[৭] সাম্ৰাজ্যবাদৰ ভেদ নীতিৰেই যে ইবোৰ ফলশ্ৰুতি সেই সত্য উপলব্ধি কৰিব পৰা নাছিল যদিও এই সাম্প্ৰদায়িকতা যে ভাৰতীয় হিন্দু জাতীয়তাবাদৰ প্ৰভাৱৰেই ফল, তাক তেখেতে ভালদৰে উপলব্ধি কৰিব পাৰিছিল বুলি সহজে অনুমান কৰিব পাৰি। ১৯৫০ চনত অম্বিকাগিৰি ৰায় চৌধুৰীয়ে সাহিত্য সভাৰ মঞ্চৰ পৰা গৌৰৱেৰে ঘোষণা কৰিছিল যে "অসম হিন্দু প্ৰধান দেশ আৰু তাক অসমীয়াই হিন্দু প্ৰধান কৰিয়েই ৰাখিব।"[৮] ইয়াৰ পিছত ৰায় চৌধুৰীয়ে যিমানে সম্প্ৰীতি-সমন্বয়ৰ বুলি আওৰাই নাথাকক, এই ঘোষণা আছিল হিন্দু সাম্প্ৰদায়িক চেতনাৰ নিষ্ঠুৰ অভিব্যক্তি। পাহৰিলে ভুল হ'ব যে এটা ধৰ্মীয় সম্প্ৰদায়ে সমস্ত অতীত ইতিহাস আওকাণ কৰি আন ধৰ্মীয় সম্প্ৰদায়ৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিবলৈ যাওঁতেই উদ্ভৱ হৈছিল সাম্প্ৰদায়িকতাৰ। প্ৰতিটো অঞ্চলৰ (বা দেশ) জনসাধাৰণৰ সামাজিক-অৰ্থনৈতিক স্বাৰ্থ যে ধৰ্মনিৰপেক্ষ এই সত্য উপলব্ধি

কৰিব নোৱাৰাৰ ফলত আৰু মানুহক শোষক-শোষিত, ধনী-দুখীয়া হিচাপে বিচাৰ কৰিব নোৱাৰাৰ ফলতেই এনে সাম্প্ৰদায়িক চেতনাৰ উদ্ভৱ হৈছিল। আজিৰ সমাজ বাস্তৱতাৰ পটভূমিত বিচাৰ কৰি চালেও দেখা যায়, অসম সাহিত্য সভাৰ আদৰ্শগত অৱস্থান একেই আছে। সলনি হৈ আছে মাথোন নেতৃত্ব। জাতীয়তা, জাতি জাতীয়তাবাদ সংক্ৰান্ত প্ৰত্যয় সম্পৰ্কে বিভ্ৰান্তি আজিও দূৰ হোৱা লক্ষ্য কৰা নাযায়। সভাৰ ভাষিক-সাংস্কৃতিক চেতনাতো প্ৰাপ্ত ইতিহাস চেতনাৰ প্ৰভাৱ সুস্পষ্ট। নৃতাত্ত্বিক গৱেষক মিখাইল নেস্তুৰ্খে কৈছে— "সংস্কৃতি স্পষ্টভাৱে জাতি বৈশিষ্ট্যৰ লগত সম্পৰ্কহীন আৰু ই সামাজিক, অৰ্থনৈতিক চৰ্তৰ দ্বাৰা নিয়ন্ত্ৰিত।

"ভাষা সম্পূৰ্ণভাৱে সমাজ বিকাশৰ ওপৰত নিৰ্ভৰশীল আৰু জনগোষ্ঠীৰ বিকাশৰ ধাৰাতেই তাৰ উদ্ভৱ, অস্তিত্ব আৰু বিলয়।"[১১] এতিয়া নিশ্চয় আমি এই কথা মানি ল'ব পাৰো যে ভাষা-সংস্কৃতিৰ বিকাশ সমাজ বিকাশৰ গতিধাৰাৰ ওপৰত নিৰ্ভৰশীল। প্ৰতিটো জাতিৰ জনসাধাৰণে নিজৰ জীৱনক পৰিপূৰ্ণ ৰূপত বিকশিত কৰি তোলাৰ যি অধিকাৰ তাকেই প্ৰকৃত সুস্থ, জাতীয়তাবাদ বোলা হয়। গতিকে সুস্থ জাতীয়তাবাদ, জাতীয় আত্মবিকাশৰ পৰিপন্থী সকলো শক্তিৰ বিৰোধী হ'বলৈ বাধ্য। অসমৰ বাইজৰ নিজস্ব জীৱনক হৰ্ষময় কৰি তোলাৰ দুচকুৰ স্বপ্নক, এফালে সামন্তীয় শোষণ (সামাজিক-অৰ্থনৈতিক) আনফালে সাম্ৰাজ্যবাদী-পুঁজিবাদী শোষণে দুঃস্বপ্নত পৰিণত কৰিছে। কিন্তু সাহিত্য সভাৰ অসমীয়া জাতীয়তাবাদত, জাতীয় আত্ম বিকাশৰ পৰিপন্থী এই শক্তিবিৰোধী চেতনা অনুপস্থিত। তাৰ বিপৰীতে, বহুতেই নিশ্চয় লক্ষ্য কৰিছে যে সভাই জ্ঞাতে হওক অজ্ঞাতে হওক, জনসাধাৰণৰ ওপৰত কিছুমান সামন্তীয় মূল্যবোধ জাপি দিবলৈহে প্ৰয়াস কৰিছে। অথচ সভাই আজিও নিজকে অসমীয়া জাতীয়তাবাদৰ পিতৃ আৰু ৰক্ষক বুলি দাবী কৰি আছে। এনে দাবীৰ অন্তৰালত শ্ৰেণী আধিপত্য বিস্তাৰৰ প্ৰতি সমৰ্থন আছে বুলি অনুমান কৰিব পাৰি। অৱশ্যে সভাৰ নীতি নিৰ্দেশনাত সামন্তীয় সংস্কাৰো ক্ৰিয়াশীল।

'মুখা' কাহানিও 'মুখ' নহয়— ৰাইজে এই সত্য পলমকৈ হ'লেও উপলব্ধি কৰিছে। সকলো ভাষিক জনগোষ্ঠীক সামৰি সুস্থ-সবল জাতি গঢ়াৰ নীতি ঘোষণা কৰি থকা সাহিত্য সভাৰ স্বৰূপ উন্মুক্ত কৰি দিয়ে তেওঁলোকৰ কিছুমান কাৰ্যই। যিসকলে অসমীয়া ভাষা গ্ৰহণ কৰি অসমীয়া জাতিৰ লগত মিলি গৈছে, অসমতেই স্থায়ীভাৱে আছে, সেই সকলো মানুহ অসমীয়া। ভাষা যেনেকৈ অৰুক গৃহভূমি অসম— সেই সকলো অসমীয়া (আমি ভাৰতীয়

অৰ্থত)। কিন্তু সাহিত্য সভাই সেইসকলক বিভিন্ন নাম দি ভাগ ভাগ কৰি, পুনৰ অসমীয়া বুলি আকোৱালি লোৱা, এই প্ৰৱণতাই জনসাধাৰণৰ মাজত এক অস্বাস্থ্যকৰ চেতনাৰ জন্ম দিছে। এই ভেদজ্ঞানৰ মাজত হিন্দু জাতীয়তা ক্ৰীয়াশীল। কেইটামান উদাহৰণ দিওঁ— জীয়াই থকাৰ তাগিদাত অহা পমুৱা মুছলমানসকলে, সাহিত্য সভাৰ আহ্বান শুনি অসমীয়া ভাষা গ্ৰহণ কৰি অসমীয়াৰ লগত মিলি যোৱা নাছিল। জীয়াই থকাৰ সংগ্ৰামেই, অত্যন্ত অনগ্ৰসৰ এই পমুৱাসকলক অসমীয়াৰ লগত মিলি যাবলৈ বাধ্য কৰিছিল। তেওঁলোকৰ মাজত বঙলা মাধ্যমৰ প্ৰাথমিক বিদ্যালয় আছে বুলি জনা নাযায়। অসম সাহিত্য সভাই তেওঁলোকৰ নাম ৰাখিলে 'ন-অসমীয়া মুছলমান।' ব্ৰিটিছে, চাহ বাগানত কাম কৰিবলৈ অসমৰ বাহিৰৰ যিখিনি মানুহ আনিছিল, তেওঁলোক আৰু ঘূৰি নগ'ল, অসমেই তেওঁলোকৰ গৃহভূমি, পঢ়া-শুনা অসমীয়া মাধ্যমতে কৰে, তেওঁলোকক নাম দিয়া হ'ল, চাহ মজদুৰ অসমীয়া। অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰি অসমকেই মাতৃ ভূমি হিচাপে থকা এই মানুহখিনি অসমীয়া মানুহ। সেইটোৱেইহে তেওঁলোকৰ আচল পৰিচয়। বিভিন্ন নাম দি একেখিনি মানুহকে ভাগ ভাগ কৰাটোৱে সাহিত্য সভাৰ বৰ্ণবাদী হিন্দু সমাজৰ ৰক্ষণশীলতাৰ প্ৰতি সমৰ্থনকে সূচনা কৰে।

পৰিতাপৰ কথা এতিয়াও অসমীয়া বিজ্ঞ লোকে নিজৰ কপট ৰূপটো দেখুৱাই বহুবালী কৰিবলৈ এৰা নাই। 'জোঁৰ পুৰি হাত পালেহি' তথাপি আমাৰ হুঁচ নাই। সৌ সিদিনাখন অসমৰ প্ৰখ্যাত চিন্তাশীল ড° মহেন্দ্ৰ বৰাই অসম সাহিত্য সভাৰ পাঠশালা অধিৱেশনৰ সভাপতিৰ ভাষণত অসমৰ বিভিন্ন জনসমষ্টিৰ বংশাৱলীখন দাঙি ধৰিছিল— দাঙি ধৰা নাছিল আধুনিক অসমীয়া জাতি আৰু জাতীয়তাবাদৰ উদ্ভৱ আৰু বিকাশৰ ইতিহাস সংগত কাৰণতে। ভাষাৰ (ভাষণৰ) ব্যৱহাৰত ড° বৰাৰ কপট ৰূপটো প্ৰকটভাৱে ফুটি ওলাইছে। অসমৰ চাহ বাগানত কাম কৰা শ্ৰমিকসকলৰ বিষয়ে তেখেতে কৈছে— "ইসকলক অসমীয়া সমাজলৈ সুৱাগুৰি তোলা নামটো থোৱা হৈছে চাহ মজদুৰ। মোৰ কিন্তু নামটো অপছন্দ। সদায়জানো এওঁলোকৰ নাতি-পুতিলৈকে মজুৰ হৈয়ে থাকিব? হুজুৰ জানো কোনো কালেই নহ'ব। এনেকুৱা নামবোৰ অসমীয়া সংস্কৃতিৰ প্ৰাণধাৰাটোৰ লগত খাপ নেখায়। মই এওঁলোকলৈ নাম এটা বৈ থৈছিলো— চাহপতীয়া। এওঁলোকৰ গাৰ ৰং চাহ পাতৰ দৰেই সেউজ মিহলি মদৰুৱা— সেই কাৰণেই।"[৫০] নতুন ঘৰত, ন-বোৱাৰীয়ে, ওৰণিৰ তলৰ পৰা লাজ লাজকৈ তেল পিছলা বচা বচা শব্দেৰে, দেওৰ বৰজনাকক কথা কোৱাৰ দৰে ড° বৰাই ইতিহাসৰ ওৰণি গুচাবলৈ গৈ নিজে কিয় ওৰণি ল'ব লগা হ'ল? মধ্য শ্ৰেণীৰ ওৰণিৰ তলৰ গোৱণিৰ খবৰ

ৰাইজে পাইছে। সেই আলোচনাৰ বাবে ইয়াত ঠাই নাই। ইয়াত মাথোন আমি ইয়াকে ক'ব খুজিছো যে পেটৰ তাগিদাত পৰি যিসকল অসমৰ বাহিৰৰ লোকে, অসমত সাম্ৰাজ্যবাদী শোষণৰ বলিশালত ভিত্তি পাতি দিছিল, চাহ বাগানৰ সেই শ্ৰমিকসকলৰ ঘূৰি যাবলৈ আৰু এখন ঘৰ নাই— ঠাই নাই। জীৱনটোক হৰ্ষময় কৰি তোলাৰ বাসনাৰে তেওঁলোকে অসম আৰু অসমীয়া ভাষাকে মাতৃভূমি আৰু মাতৃভাষা হিচাপে আকোঁৱালি ধৰিলে। সেই অসমীয়া মানুহখিনি আজিও নিৰ্মম শোষণৰ পৰা মুক্ত হোৱা নাই। সামন্তীয় চৰিত্ৰৰ চাহ বাগানবোৰত আজিও প্ৰভু-দাস সম্পৰ্ক বিৰাজমান। চাহ বাগানৰ বুকুত নতুন জীৱনৰ সপোন দেখা অসমৰ চাহ বাগানৰ শ্ৰমিকৰ বুকু, চাহ গছৰ কুঁহিপাতৰ দৰে সদায় কঁপি থাকে। কোন সময়ত কাম নাইকিয়া হয় ঠিকনা নাই, বাগানৰ পৰা ওলাই গৈ ক'ত থাকিব, কি খাব, সমাজতেই বা স্থান হ'ব কি— এই অনিশ্চিত ভৱিষ্যৎ। আনহাতে, গাঁৱৰ খেতিকৰ মাটি এমুঠি মানুহৰ মাজত কেন্দ্ৰীভূত, খাবলৈ ভাত নাই— আনফালে সামাজিক জীৱনত সামন্তীয় সংস্কাৰ, এই গোটেইবোৰেই সমাজৰ প্ৰগতিশীল বিকাশৰ পথত অন্তৰায় ৰূপে থিয় দি আছে। তাৰ প্ৰতি সম্পূৰ্ণ নিৰ্লিপ্ত হৈ "কি নাম দি মাতিম তোমাক"ৰ লেখিয়া ৰোমাণ্টিক বিলাসিতাত ক'ব নোৱাৰা হৈ জনসাধাৰণক ভাগ ভাগ কৰি সুস্থ জাতীয়তাবাদ আৰু সমাজৰ প্ৰগতিশীল বিকাশৰ শত্ৰু শিবিৰৰ হাত শক্তিশালী কৰা নাই নে?

কামৰ ধৰণ, মানুহৰ গাৰ বৰণ, জাত-পাত আৰু সম্প্ৰদায় আদিৰ ভিত্তিত বিভিন্ন জনসমষ্টিৰে গঠিত এটা জনসমষ্টিৰ মানুহক নাম দিবলৈ হ'লে বহুত নাম দিব লাগিব। চাহাবৰ গৰম কোটৰ উমত ডাঙৰ হোৱা আগৰ চাম মধ্য শ্ৰেণীৰ লোকক চাহাবী অসমীয়া, (প্ৰসংগতঃ উল্লেখযোগ্য- বেণুধৰ শৰ্মাই আদিকালৰ মধ্য শ্ৰেণীৰ সম্পৰ্কে লিখিছে— "আনন্দৰাম ঢেকিয়াল ফুকনক জেনকিনছ চাহাবে, মণিৰাম দেৱানক ডেভিড স্কট চাহাবে, হেমচন্দ্ৰ বৰুৱাক এগ্নিউ চাহাবে, যাদুৰাম বৰুৱাক কেপ্টেইন বেটছ চাহাবে মৰম কৰাতকৈও গঙ্গাগোবিন্দ ফুকনক ইডেন চাহাবে বেছি মৰম কৰিছিল।") "বগা ৰঙৰ সকলব বগাই অসমীয়া, ক'লাক— কলাই অসমীয়া, খেতি কৰাসকলক— মটীয়া অসমীয়া (খেতি কৰোঁতে গাৰ ৰং কিছুমানৰ মাটিৰ নিচিনা হয়), সত্ৰ সভাৰ লাগে চলি থকাসকলক— সত্ৰীয়া বা বৈষ্ণৱী অসমীয়া, পুৰোহিতালী কৰাক-পূজাৰী অসমীয়া আদি নাম দিয়াৰ প্ৰয়োজন নহ'ল— প্ৰয়োজন হ'ল পিছত আহি, অসমৰ সমাজৰ লগত মিলি গৈ নিজৰ ভাষা-সংস্কৃতিৰে অসমীয়া ভাষা-সংস্কৃতি সমৃদ্ধিশালী কৰি তোলাৰ লগতে সমাজ বিকাশৰ পৰিপন্থী

বৰ্ণবাদৰ চোক কমোৱাত সহায় কৰা মানুহখিনিৰ ক্ষেত্ৰত। সাহিত্য সভাৰ তথা অসমীয়া মধ্য শ্ৰেণীৰ জাতীয়তাবাদ গঠন প্ৰক্ৰিয়াৰে ই পৰিণতি মাত্ৰ।

ওপৰত উল্লেখ কৰা কথাখিনিয়েই যদি অসম সাহিত্য সভা সম্পৰ্কে আমাৰ সম্পূৰ্ণ মনোভাব বুলি ধৰা হয় তেন্তে আমাৰ প্ৰতি অবিচাৰ কৰা হ'ব। আমি মাথোঁ তাৰ এটা দিশহে আলোচনা কৰিছো। সাহিত্য সভাৰ সফলতাৰ তালিকাখন যথেষ্ট দীঘল তাত লেশমানো আমাৰ সন্দেহ নাই। জাতিটোৰ প্ৰতি সভাই যথেষ্ট অৱদান আগবঢ়াইছে— তাক অস্বীকাৰ কৰাৰ কাৰো সাধ্য নাই। আমি মাথোন ক'ব খুজিছো যে অসম সাহিত্য সভাৰ অসমীয়া জাতীয়তাবাদৰ সীমাবদ্ধতা আৰু ফলশ্ৰুতি সম্পৰ্কে ওপৰত উল্লেখ কৰা প্ৰাথমিক দিশসমূহ— যিবোৰক আজিও ঐতিহাসিক সত্য হিচাপে জনমানসত প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা চলি আছে। সম্পূৰ্ণৰূপে বৰ্জন কৰিব নোৱাৰিলে অসমীয়া জাতিয়ে ভৱিষ্যতৰ বিকাশৰ পথত আকৌ উজুটি খাব লাগিব। সাহিত্য সভাৰ গুৰুত্বপূৰ্ণ ইতিবাচক দিশবোৰৰ আলোচনাৰ পৰা আমি বিৰত আছো। তাৰ অৰ্থ এইটো নহয় যে আমি সিবোৰক অস্বীকাৰ কৰিছো। সিবোৰৰ বিষয়ে ভালেখিনি আলোচনা বিজ্ঞজনে ইতিমধ্যেই কৰিছে। অসম সাহিত্য সভা তথা অসমীয়া জাতীয়তাবাদৰ মৌলিক বিচ্যুতিসমূহ সঠিকভাৱে উপলব্ধি কৰি সিবোৰক প্ৰত্যাখ্যান কৰিব নোৱাৰিলে, তাৰ ইতিবাচক প্ৰগতিশীল দিশসমূহক আজিৰ অসমৰ সমাজ জীৱনৰ ভেটিত নিজস্ব মহিমাৰে প্ৰতিষ্ঠা কৰিব পৰা নাযাব।

## সূত্ৰনিৰ্দেশ

(১) তিলক চন্দ্ৰ কাকতী— কবি প্ৰত্নতাত্ত্বিক আনন্দচন্দ্ৰ আগৰৱালা, যোৰহাট, ১৯৭৪, পৃষ্ঠা (III)।

(২) গোপাল হালদার— বাংলা সাহিত্য ও মানব স্বীকৃতি, কলিকতা ১৩৬৯ বাংলা, পৃষ্ঠা ২৫।

(৩) সুপ্ৰকাশ রায়— ভারতের কৃষক বিদ্রোহ ও গণতান্ত্রিক সংগ্ৰাম, কলিকতা ১৯৮০, পৃষ্ঠা ২০২।

(৪) দীপংকৰ চক্ৰবৰ্তী— অনীক, এপ্ৰিল-মে' সংখ্যা, ১৯৮৩, পৃষ্ঠা ৮৫।

(৫) R.P. Dutt- India To-Day, Calcutta 1983, p 303.

(৬) অম্বিকাগিৰী ৰায়চৌধুৰী— মোৰ জীৱন ধুমুহাৰ এছাটি, গুৱাহাটী ১৯৭৩, পৃষ্ঠা ১৭।

(৭) ৰমেশ কলিতা— ভাৰতৰ স্বাধীনতা আন্দোলনত অসমীয়া ছাত্ৰৰ ভূমিকা, নলবাৰী ১৯৮৬, পৃষ্ঠা ৩২।

(৮) লক্ষ্মীনাথ বেজবৰুৱা— বেজবৰুৱাৰ গ্ৰন্থাৱলী ২য় খণ্ড, গুৱাহাটী ১৯৭০, পৃষ্ঠা ১৮৪২-৪২।

(৯) পদ্মনাথ গোহাঞি বৰুৱা— ৰচনাৱলী, গুৱাহাটী ১৯৭১, পৃষ্ঠা ৯০২।

(১০) ড° হীৰেন গোহাঁই— সাহিত্য আৰু চেতনা, গুৱাহাটী ১৯৭৬, পৃষ্ঠা ১০।

(১১) লক্ষীনাথ বেজবৰুৱা— পূৰ্বোক্ত গ্ৰন্থ ১ম খণ্ড, গুৱাহাটী ১৯৬৮, পৃষ্ঠা ৬৯।

(১২) H. Toye-- Springing Tiger, Bombay 1962, p 21.

(১৩) G. P. Pradhan and A. K. Bagwat- Lokamanya Tilak, Bombay, 1958, p 8.

(১৪) যতীন্দ্ৰ নাথ গোস্বামী— জগন্নাথ বৰুৱাৰ জীৱনী, যোৰহাট ১৯৭৫, পৃষ্ঠা ৩৫।

(১৫) প্ৰবুদ্ধ কুমাৰ ৰায় চৌধুৰী— উত্তৰ কামৰূপ আৰু দৰঙৰ কৃষক বিদ্ৰোহ-প্ৰবাহ, পৃষ্ঠা ২৭১।

(১৬) .................................... ঐ পৃষ্ঠা ২৭১।

(১৭) K. N. Dutta-- Landmarks of the Freedom struggle in Assam, Gauhati 1969, p. 34.

(১৮) .................................... ঐ p. 34.

(১৯) .................................... ঐ p. 36.

(২০) চন্দ্ৰকুমাৰ আগৰৱালা— চন্দ্ৰামৃত, গুৱাহাটী ১৯৬৭, পৃষ্ঠা ১৩১।

(২১) নন্দ তালুকদাৰ— সম্বাদপত্ৰৰ ৰ'দ কাচলিত অসমীয়া সাহিত্য, গুৱাহাটী ১৯৭৫, পৃষ্ঠা ১৪৮।

(২২) ড° প্ৰফুল্ল দত্ত গোস্বামী— মানিক চন্দ্ৰ বৰুৱা, গুৱাহাটী ১৯৭৭, পৃষ্ঠা ৩৩।

(২৩) সুপ্ৰকাশ ৰায়— পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা ১৭৪।

(২৪) শৰৎচন্দ্ৰ গোস্বামী— 'সাহিত্য সভাৰ কথা', সাহিত্য সভা পত্ৰিকা, নতুন প্ৰকাশ, ২য়-৩য় সংখ্যা পৃষ্ঠা ১৪৫।

(২৫) হেমচন্দ্ৰ বৰুৱা— কংগ্ৰেছৰ বুৰঞ্জী, গুৱাহাটী ১৯৩৩, পৃষ্ঠা ৫৭।

(২৬) লক্ষ্মীনাথ বেজবৰুৱা— পূৰ্বোক্ত গ্ৰন্থ ১ম খণ্ড, পৃষ্ঠা ৫৫৫।

(২৭) পদ্মনাথ গোহাঞি বৰুৱা— জীৱনী সংগ্ৰহ তেজপুৰ ১৮৩১ শক, পৃষ্ঠা ৮২।

(২৮) লক্ষ্মীনাথ বেজবৰুৱা– পূৰ্বোক্ত গ্ৰন্থ ২য় খণ্ড পৃষ্ঠা ১৬৫৬।
(২৯) শৰৎ চন্দ্ৰ গোস্বামী– পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠ ১৪৭-৪৮।
(৩০) বেণুধৰ শৰ্মা– দুৰ্ণৰি, পৃষ্ঠা ৪০।
(৩১) শৰৎ চন্দ্ৰ গোস্বামী– পূৰ্বোক্ত প্ৰবন্ধ ১৪৮ পৃষ্ঠা।
(৩২) অসম সাহিত্য সভাৰ ভাষণাৱলী– প্ৰথম ভাগ, যোৰহাট ১৯৫৫, পৃষ্ঠা ১৫।
(৩৩) ........................................ ঐ পৃষ্ঠা ২৪।
(৩৪) K. N. Dutta-- পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা ৫০-৫১।
(৩৫) কৃষ্ণ নাথ শৰ্মা– কৃষ্ণ শৰ্মাৰ ডায়েৰী, গুৱাহাটী ১৯৭২, পৃষ্ঠা ৭৭।
(৩৬) অসম সাহিত্য সভাৰ ভাষণাৱলী ১ম খণ্ড, পৃষ্ঠা ৫৩।
(৩৭) পদ্মনাথ গোহাঞি বৰুৱা– ৰচনাৱলী, গুৱাহাটী ১৯৭১, পৃষ্ঠা ৯০২।
(৩৮) অসম সাহিত্য সভাৰ ভাষণাৱলী ১ম খণ্ড, পৃষ্ঠা ১৭১।
(৩৯) যতীন্দ্ৰনাথ গোস্বামী– পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা ৮৮-৮৯।
(৪০) J. Stalin-- Marxism and National Question, Calcutta 1977,. p 22.
(৪১) অসম সাহিত্য সভাৰ ভাষণাৱলী ২য় খণ্ড পৃষ্ঠা ৫৩।
(৪২) চেতনা– ১৯২৩ চন।
(৪৩) অসম সাহিত্য সভাৰ ভাষণাৱলী ২য় খণ্ড, পৃষ্ঠা ১২৯ ।
(৪৪) ড° হীৰেন গোহাঁই– কীৰ্তন পুথিৰ ৰস বিচাৰ, গুৱাহাটী ১৯৮৯, পৃষ্ঠা ২১।
(৪৫) W. W. Hunter-- A statistical Account of Assam, Delhi 1975. Vol I, II
(৪৬) ড° বিৰিঞ্চি কুমাৰ বৰুৱা– অসমীয়া ভাষা আৰু সংস্কৃতি, গুৱাহাটী ১৯৬৩, পৃষ্ঠা ১১৩।
(৪৭) অসম সাহিত্য সভাৰ ভাষণাৱলী ১ম খণ্ড, পৃষ্ঠা ২৪৯।
(৪৮) ........................................ ঐ ২য় খণ্ড, পৃষ্ঠা ১৫৭।
(৪৯) মিখাইল নেস্তুৰ্খ– মানৱ সমাজ– প্ৰজাতি, জাতি প্ৰগতি, মস্কো ১৯৭৬, পৃষ্ঠা ১১০।
(৫০) ড° মহেন্দ্ৰ বৰা– সভাপতিৰ অভিভাষণ, অসম সাহিত্য সভা, পাঠশালা অধিৱেশন ১৯৮৭, পৃষ্ঠা ২০।
(৫১) বেণুধৰ শৰ্মা– গঙ্গাগোবিন্দ ফুকন, পৃষ্ঠা ৬।

# অসমীয়া জাতীয়তাবাদৰ সূত্ৰধাৰ প্ৰসংগ

## পৰিশিষ্ট 'ক'

'সূত্ৰধাৰ'ৰ প্ৰথম বছৰ ১-১৫ জুলাই '৮৯ সংখ্যাত প্ৰকাশিত মোৰ 'অসমীয়া জাতীয়তাবাদৰ সূত্ৰধাৰ কোন?' শীৰ্ষক আলোচনাটি সম্পৰ্কে শ্ৰীনগেন শইকীয়াৰ বক্তব্য (সূত্ৰধাৰ ১৬-৩১ আগষ্ট) আৰু সেই সম্পৰ্কে লিখা আন দুটি আলোচনা গভীৰ মনোযোগেৰে পঢ়িলো। শ্ৰীশইকীয়া অসমীয়া সাহিত্যৰ এজন একনিষ্ঠ সেৱক। বহুদিনৰ আগৰে পৰাই মই শ্ৰীশইকীয়াৰ এজন মনোযোগী পাঠক। তেখেতৰ বক্তব্য সৰল, সুমধুৰ আৰু বৰ্তমান সময়ৰ চাঞ্চল্য তাত ছন্দায়িত। কিন্তু এইটো সাধাৰণ কথা যে অসমীয়া সাহিত্যৰ এইজন সাধকৰ কোনো বক্তব্য বিষয় নাইবা সেই বক্তব্য বিষয়ৰ উৎস ভূমি, তেখেতৰ দৃষ্টিভংগী- সেইবোৰৰ প্ৰতি মোৰ কোনো সমৰ্থন নাই।

মতান্তৰৰ যি অস্বস্তিকৰ পৰিণতি আমাৰ সমাজত আজি প্ৰকট— তাৰ মাজতো শ্ৰীশইকীয়াই যে মোৰ উক্ত আলোচনাটো পাঠযোগ্য বুলি ভাবিছিল তাৰ বাবে তেখেতৰ ওচৰত মই কৃতজ্ঞ আৰু লগতে উৎসাহিত। কিয়নো মত সংঘাতৰ পৰাই এদিন সত্য উন্মোচিত হ'ব আৰু অন্তৰ্বৰ্তী কালত উদ্ভূত হোৱা এই মতান্তৰ মনান্তৰত পৰ্যবসিত নহ'লেই আমাৰ সমাজত সুস্থ জীৱন ধাৰা জীয়াই থাকিব পাৰিব বুলি মোৰ বিশ্বাস। ভাবিবলৈ ভাল লাগে মোৰ এই বিশ্বাসৰ প্ৰতি শ্ৰীশইকীয়াৰ বিন্দুমাত্ৰ মতান্তৰ নাই। তেখেতে আমাৰ বক্তব্যৰ প্ৰতিবাদ কৰি লিখিছে যে, "সূত্ৰধাৰ'ৰ প্ৰথম বছৰ ত্ৰয়োদশ সংখ্যাত প্ৰকাশিত প্ৰফুল্ল মহন্তৰ 'অসমীয়া জাতীয়তাবাদৰ সূত্ৰধাৰ কোন' শীৰ্ষক ৰচনাখনিত তেখেতে ইচ্ছা কৰি হওক, ভুল কৰি হওক, অজ্ঞতাৰ বাবে হওক মোৰ উক্ত ভাষণত 'অসমীয়া প্ৰভুত্বশালী মধ্যশ্ৰেণীৰ বৰ্ণহিন্দুবাদ'ৰ প্ৰতিধ্বনি 'আৱিষ্কাৰ' কৰিছে। পূৰ্ব গৃহীত ধাৰনাই মানুহক কিমান একদেশদৰ্শী আৰু প্ৰকৃত সত্য-সম্পৰ্কে অন্ধ কৰে, মহন্তৰ ৰচনাখনি তাৰ এটি প্ৰকৃষ্ট উদাহৰণ। ইতিহাসৰ সজাগ অধ্যয়নৰ নামত মাৰ্ক্সীয় দৃষ্টিভঙ্গীৰ অবৈজ্ঞানিক প্ৰয়োগৰো ই উদাহৰণ হ'ব পাৰে। বস্তুনিষ্ঠ, নিৰ্মোহ বিশ্লেষণৰ পৰিবৰ্তে ঠায়ে ঠায়ে ই লিখকৰ বালসুলভ ভাবাবেগ আৰু স্ববিৰোধ প্ৰকট কৰি তুলিছে। মহন্তৰ কথা হ'ল (১) অসমীয়া জাতি, ভাষা, সংস্কৃতি আদি সমন্বয়ৰ ফল বুলি কোৱাটো অৰ্থহীন কথা, কাৰণ এনেবোৰ উক্তিয়ে কোনো ফল নিদিয়ে। (২) বৃটিছৰ ছত্ৰছায়াত আশ্ৰয় লোৱা বৰ্ণহিন্দু অভিজাত শ্ৰেণীয়েহে ভাষা-সংস্কৃতিৰ ভিত্তিত জাতীয়তাবাদৰ জন্ম দিলে আৰু নিজে সকলো সুখ- সুবিধা ভোগ কৰি থাকিল। (৩) মিছনেৰিসকলে অসমীয়া মানুহৰ মনত ভাষিক জাতীয় চেতনা

জাগি উঠাত সহায় কৰা কথাটো বুৰ্জোৱা পণ্ডিতৰ ভাষা, হেমচন্দ্ৰ গুণাভিৰ নিৰলস যত্নতহে অসমীয়া ভাষা চেতনা গঢ় ললে। (৪) সাম্ৰাজ্যবাদী শক্তিৰ বিৰুদ্ধে স্বতঃস্ফূৰ্ত ভাব হোৱা অসমৰ কৃষক বিদ্ৰোহকেইটাৰ মাজতহে প্ৰকৃত জাতীয়তাবাদী কৰ্মৰ প্ৰতিফলন ঘটিছে। এতেকে অসমৰ সাম্প্ৰতিক জনগোষ্ঠীয় সমস্যা সমাধানৰ বাবে তেখেতে দেখুওৱা শ্ৰেণী দুটাৰ বিশ্লেষণ কৰিলে সমাধানৰ সূত্ৰ বিচাৰি পোৱা যাব।

মহন্তৰ মতামতে যিবোৰ প্ৰশ্নৰ অৱতাৰণা কৰিলে, সিবিলাকৰ উত্তৰো নিশ্চয় তেখেতৰ হাতত আছে। সৰু ডাঙৰ বিভিন্ন প্ৰশ্নবোৰৰ উত্তৰ দিয়াৰ আৰু তাৰ দ্বাৰা আমাৰ শংকা আৰু সন্দেহ দূৰ কৰি অসমৰ সমস্যা সমাধানৰ পথ নিৰ্দেশ কৰাৰ দায়িত্ব নিশ্চয় তেখেতে গ্ৰহণ কৰিব। প্ৰশ্নবোৰ এনে: (১) এইটো মিছানে কি যে অসমীয়া জাতি বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণত গঢ় লৈছে, যে অসমীয়া সংস্কৃতিও সংশ্লেষিত চৰিত্ৰৰ (of composite character), যে অসমীয়া বুলি এটা বিশেষ সম্প্ৰদায় নাই? (২) অসমত কোনো প্ৰকাৰৰ জাতি সমস্যা উদ্ভৱ হ'লে এই কথাবোৰ আলোচনা কৰাটো অপৰাধনেকি? (৩) অসমৰ বৰ্ত্তমানৰ ভাষিক জনগোষ্ঠীৰ গোটসমূহ যে কছাৰী, মৰাণ, কচাৰী, কোচ, চুতীয়াকে ধৰি আনকি তথাকথিত বৰ্ণহিন্দু সকলেৰে গৰিষ্ঠ সংখ্যকৰ পিছত অসমলৈ প্ৰব্ৰজন কৰিছিল এই তত্ত্বটো ঐতিহাসিক তথ্য আৰু যুক্তিৰে নাকচ কৰাৰ প্ৰত্যাহ্বান তেখেতে গ্ৰহণ কৰিবনে? (৪) ৰাজনৈতিক অপশক্তি কেতবোৰে অসমতে নহয় ভাৰতৰ অন্যান্য ঠাইতো ভাষিক আৰু গোষ্ঠীগত সংঘৰ্ষৰ সৃষ্টি কৰি মুনাফা আদায় কৰা নাইনে? ত্ৰিপুৰাৰ অজনজাতীয়ৰ বিৰুদ্ধে জনজাতীয়ক থিয় কৰাই ৰাজনৈতিক মুনাফা আদায় কৰিলে কোনে? আবছু (উ), আকৃছা, আমচু আদিক কোনে কাৰ স্বাৰ্থত কাৰ বিৰুদ্ধে থিয় কৰাইছে তেখেতে ক'বনে? (৫) তেখেতে প্ৰস্তাৱ কৰা মতে বিকাশৰ (?) অন্তৰায় দূৰ কৰি যদি অসমৰ বিভিন্ন জনসমষ্টিৰ লোকৰ অৰ্থনৈতিক আৰু সামাজিক উন্নয়ন সাধন কৰাৰ ওপৰতে অসমৰ বৰ্তমানৰ সমস্যাবলীৰ সমাধান নিৰ্ভৰ কৰিছে, তেনেহলে তেখেতে আঁচনি দাঙি ধৰক, আমি সমৰ্থন দিম, কিন্তু তাৰ আগতে তেখেতে বুজাই ক'ব লাগিব- ৰুছদেশত য'ত সমাজতান্ত্ৰিক পদ্ধতিৰে ভাষা আৰু জাতিসমস্যাৰ সমাধান কৰা হৈ গ'ল বুলি আমাৰ অনেক ভাৰতীয় লোকেও আহ্লাদ প্ৰকাশ কৰিছিল, সেই ৰুছদেশত আজাৰবাইজান আৰু আৰ্মেনিয়াৰ জনগোষ্ঠীৰ মাজত সংঘৰ্ষ লাগি আছে কিয়? (৬) তেখেতে ক'ব লাগিব- আজি ৰুছৰ সত্তৰটা আঞ্চলিক ভাষাই ৰুছভাষাৰ সমানে সমানে নিজৰ নিজৰ ঠাইত অধিকাৰ বিস্তাৰিছে কিয়? (৭) মহন্তই জানেনে যে গোষ্ঠীগত, সাংস্কৃতিক আৰু ভাষিক বৈশিষ্ট্যৰ ভেটিত

আত্ম পৰিচয় স্থাপনৰ বাবে কোনো গোটৰ মাজত বাঢ়ি অহা হাবিয়াসে সেই গোটৰ মাজত এটা শক্তিশালী মধ্যবিত্ত শ্ৰেণী গঢ়লৈ উঠাৰ স্পষ্ট নিৰ্দেশ দিয়ে, আৰু কেৱল অৰ্থনৈতিক বিকাশৰ সুযোগ দি এই হাবিয়াস পূৰণ কৰিব নোৱাৰি, বৰং এনে হাবিয়াসে সামান্য বাধা পালেও উগ্ৰমূৰ্ত্তি ধৰে? (৮) অৰ্থ-নৈতিক বিষম বিকাশৰ কাৰণসমূহ চিহ্নিত কৰি সিবিলাক দূৰ কৰাৰ যত্ন নিশ্চয় কৰিব লাগিব, কিন্তু এই কাৰ্য্য সম্পাদন কৰিলেই অসমৰ জাতি সমস্যাৰ সমাধান হব বুলি তেখেতে নিশ্চয়তা দিব পাৰিবনে? (৯) মহন্তই প্ৰমাণ কৰিব পাৰিবনে যে ঊনবিংশ শতিকাত অসমীয়া ভাষা সাহিত্যৰ প্ৰতিষ্ঠা আৰু বিকাশৰ বাবে তেখেতে ভৰ্ৎসনা কৰা আনন্দৰাম, হেমচন্দ্ৰ, গুণাভিৰামকে ধৰি বেজবৰুৱা আৰু সতীৰ্থ সকললৈকে এই সকলে তেনে এক কাৰ্য্যত নালাগি কৃষক বিদ্ৰোহত অংশ লোৱা হ'লেই অসমত বৃটিছ ৰাজত্ব গজগজীয়া নহ'লহেঁতেন বা বৃটিছে অসম এৰি পলাই গ'লহেঁতেন? (১০) অসমৰ পৰা বঙালী ভাষাৰ অপসাৰণ বিচাৰিলেও ঊনবিংশ শতিকাৰ প্ৰায় সত্তৰৰ দশকলৈকে যে বঙলা বিদ্বেষ এটা বেমাৰ হোৱা নাছিল তেখেতে জানেনে, তেখেতে জানেনে যে মৃণ্ময়ী আদি কাকতত আৰু পিছৰ প্ৰবাসী, ভাৰতবৰ্ষ আদিত বঙলা পণ্ডিতে অসমীয়া ভাষাৰ বিৰুদ্ধে কৰা বিষোদগাৰেহে নব এক বিদ্বেষৰ নব জন্ম দিলে? তাৰ বাবে বেচেৰা অসমীয়া কেইটাহে দোষীনে? ৰজনীকান্ত বৰদলৈয়ে লিখা 'মোৰ সাহিত্যিক জীৱনৰ অতীত কাহিনী'ৰ দৰে সেই সময়ৰ অসমীয়া লোকসকলৰ ৰচনাৰ মাজত এনে এক উদাহৰণ আছে যিবিলাকে একাংশ বঙালীলোকৰ ভাষিক আগ্ৰাসী চেতনাৰ প্ৰমাণ ধৰি ৰাখিছে, এইবোৰ ফুঃ-তে উৰাই দিব লাগিবনে? (১১) ৰাজনৈতিক স্বাধীনতাৰ কথা নাভাবিলে বাবেই তেওঁবিলাকৰ অৱদান ধুই মচি নাইকিয়া কৰি দিব পৰা হ'বনে? প্ৰসংগক্ৰমে সোধোঁ ১৯০৫ চনত সুৰেন্দ্ৰনাথ বেনাৰ্জীৰ সভাপতিত্বত বহা ভাৰতৰ জাতীয় কংগ্ৰেছেই স্বাধীনতাৰ পৰিবৰ্তে স্বায়ত্তশাসন বিচৰাটোৱে কিহৰ নিৰ্দেশ দিয়ে? নাইবা, বংগদেশৰ নৱজাগৰণৰ উদ্গাতাসকলৰেই বা ৰাজনৈতিক আদৰ্শ কি আছিল? আৰু অনেক আনুষংগিক প্ৰশ্ন আছিল। সদ্যহতে সেইখিনি বাদ দিছোঁ।

এই ক্ষুদ্ৰ প্ৰত্যাহ্বানকেইটি জনাই তেখেতক ক'ব খোজোঁ— একদেশ-দৰ্শী মনোভাৱেৰে সমস্যাৰ চৰিত্ৰ নিৰ্ণয় কৰা কঠিন। কেৱল অৰ্থনৈতিক তত্ত্বৰে যে জীৱন নচলে এই কথাষাৰ আজি প্ৰমাণিত। ৰুচদেশে সেয়ে মাৰ্ক্সবাদক এটা নতুন আয়তন দিছে। তদুপৰি 'ভিন ভিন জাতি আৰু জাতিসত্তাৰ ইতিহাস এটা সূত্ৰেৰে নিৰ্ণয় কৰিব নোৱাৰি' (দেবীপ্ৰসাদ চট্টোপাধ্যায়)। জাতীয়তাবাদৰ বিষয়ে মহন্তই যি কেইষাৰ কথা কৈছে সেয়া সেই বিষয়ৰ ক-খ

পঢ়াসকলৰ প্ৰথমৰ কেইটামান কথা। সেয়ে শেষ নহয়। এই বিষয়ে মাৰ্ক্সবাদী আৰু অমাৰ্ক্সবাদী অনেক প্ৰসিদ্ধ লেখকৰ বিচাৰ-বিশ্লেষণ সম্পন্ন গ্ৰন্থ প্ৰকাশিত হৈ গৈছে। প্ৰয়োজন হ'লে এখন নিৰ্ভৰযোগ্য গ্ৰন্থপঞ্জী আমি যুগুতাই দিবলৈ গাত লৈ থলো। কিন্তু মোৰ অনুৰোধ— সমস্যাবোৰৰ সমাধান সৰলকৈ কৈছে সেয়া সেই বিষয়ৰ ক-খ পঢ়াসকলৰ প্ৰথমৰ কেইটামান কথা। দেখুৱাই মানুহক বিপথে পৰিচালনা নকৰিব। নিজৰে কথাকে শেষ কথা বুলি নাভাবিব (ময়ো মোৰ কথাই শেষ বুলি ভবা নাই) ইতিহাসৰ ঘটি যোৱা ঘটনাবোৰক তাৰ নিজৰ ৰূপতে ৰাখি বিচাৰ কৰিব, কোনোবা এটা চামক সন্তুষ্ট কৰিবলৈ গৈ তেওঁবিলাকৰ মনত উগ্ৰ বিদ্বেষ আৰু ঘৃণাৰ মনোভাব জগাই নুতুলিব বৰং মানুহৰ মিলনৰ লক্ষ্য আগত ৰাখি নিৰ্মোহ আৰু বস্তুনিষ্ঠতাৰে বিষয়ৰ তথা সমস্যাৰ বিদ্যায়তনিক বিচাৰ কৰক। কাৰণ, সমস্যাৰ সময়ত অসতৰ্কতাৰে বা আৱেগেৰে কোৱা একোটা কথাই অনেক প্ৰাণহানি কৰিব পাৰে। মহন্তক মই কথা দিলো— মোৰ ভাষণখন যদি ক্ষতিৰ কাৰণ বুলি প্ৰমাণিত হয় মই নিজেই তাৰ বিৰোধিতা কৰিম। তদুপৰি, জাতীযতাবাদ উগ্ৰজাতীয়তাবাদৰ বেয়া দিশটো সম্পৰ্কে মই অৱহিত আৰু তেনে দিশৰ বিৰুদ্ধে মহন্তক সহযোগ দিবলৈও মই সাজু, কিন্তু তাৰ আগতে তেখেত একদেশদৰ্শিতা, ভাৱাবেগ আৰু স্ববিৰোধৰ পৰা মুক্ত হ'ব লাগিব।"

ব্যক্তিগতভাৱে জানো, এইজন একাগ্ৰচিত্ত পাঠকৰ পাঠ্যবস্তু বিভিন্ন ভাষাত ৰচিত আৰু তেখেতৰ অধ্যয়নৰ ক্ষেত্ৰও বেছ বহল। মোৰ আলোচনাটি আছিল অতি প্ৰাঞ্জল— দীৰ্ঘকালৰ সাহিত্য চৰ্চাৰে দ্বাৰা মোৰ লিখনী সমৃদ্ধ নহয়। গতিকে ব্যঞ্জনাসমৃদ্ধ ভাষাৰ ব্যৱহাৰ মোৰ অনায়ত্ত। প্ৰয়োজনীয় প্ৰসংগত কণাক কণা বুলি কোৱাৰ বাহিৰে মোৰ কোনো প্ৰকাশ মাধ্যম জনা নাই। এটা কথা লক্ষ্য কৰি আচৰিত হৈছো যে মোৰ আলোচনাটিৰ মূল প্ৰতিপাদ্য বিষয়টো তেখেতৰ নিচিনা সহৃদয় পাঠকৰ লক্ষ্যৰ বাহিৰতে থাকি গ'ল। মোৰ প্ৰকাশৰ ত্ৰুটি নে তেখেতৰ অতিজাগ্ৰত অভিমান ক্ৰিয়াশীল থকাৰ কাৰণে এনে হ'বলৈ পালে সেই বাক-বিতণ্ডালৈ নগৈ এতিয়া মোৰ বক্তব্যক বিস্তৃতভাৱে দাঙি ধৰিছো। (১) মোৰ ধাৰণা শ্ৰীশইকীয়াই আৰু সামান্য মনোযোগেৰে পঢ়া হ'লেই বুজিব পাৰিলেহেঁতেন যে, মোৰ আলোচনাৰ লক্ষ্যবস্তু তেখেতৰ ভাষণখন নাছিল। প্ৰসংগটো আনিবৰ কাৰণেহে উল্লেখ কৰা হৈছিল। শ্ৰীশইকীয়াৰ গৱেষণাত আনে বৰ্ণবাদ আবিষ্কাৰ কৰা, হেমচন্দ্ৰ, গুণাভিৰাম আদিক ভৰ্ৎসনা কৰা প্ৰভৃতি তেখেতৰ নিজা আবিষ্কাৰহে আমাৰ বক্তব্য আছিল প্ৰাক-ব্ৰিটিছ যুগৰ পৰা বৰ্তমানলৈকে অসমৰ সামাজিক ইতিহাসৰ আলোচনাৰ নামত, পণ্ডিত-গৱেষকসকল নৃতাত্ত্বিক আলোচনাৰ পৰিসীমাতে

আবদ্ধ আছে। শ্ৰীশইকীয়াৰ ভাষণখনো তাৰ ব্যতিক্ৰম নাছিল, তদুপৰি যিখিনি নৃতাত্ত্বিক আলোচনা ভাষণখনত দাঙি ধৰা হৈছে, সেইখিনি বোধকৰো শ্ৰীশইকীয়াৰ কৈশোৰকালতেই স্বনামধন্য, পণ্ডিত গবেষকসকলে মূল্যৱান তথ্য উদ্ধাৰ কৰি, আলোচনা কৰি থৈ গৈছে (সিবোৰৰ যে নতুন মূল্যায়ন অথবা পুনৰ সেই বিষয়ে গবেষণা হ'ব নোৱাৰে সেই কথা আমি ক'ব খোজা নাই)। শ্ৰদ্ধেয় সুনীতি কুমাৰ চট্টোপাধ্যায়, সুকুমাৰ সেন, বাণীকান্ত কাকতী, ৰাজমোহন নাথ, ডিম্বেশ্বৰ নেওগ, মহেশ্বৰ নেওগ আদি এই সকল শ্ৰদ্ধেয় পণ্ডিত-গবেষকে মূল্যৱান তথ্যসহ অসমৰ সমাজ ইতিহাসৰ পটভূমি আলোচনা কৰিছে। সেই গবেষণাৰ ভিত্তিতেই আজিও সেই বিষয়ৰ আলোচনা কৰা হয়। শ্ৰীশইকীয়াই কোনো নতুন তথ্য উদ্ধাৰ কৰি সেই বিষয়ে নতুনকৈ কোনো কথা কোৱা নাই। তেখেতে ভাষণখনত শ্ৰমহে খৰচ কৰিব লগা হৈছে— চিন্তা নহয়। সেয়ে আমি কৈছিলো ভাষণখনত নতুন কথা একো নাই। তথাপি তেখেতে ভাষণখনত গুৰুত্ব নিদিয়া মোৰ আলোচনাৰ প্ৰতিপাদ্য বিষয়ৰ গভীৰলৈ নগৈ 'অপ্ৰাপ্তবয়স্কসূচক' 'অসহিষ্ণুতাৰ উচ্ছ্বাসপূৰ্ণ' যিবোৰ স্ববিৰোধী কথা কৈছে, সেইবোৰ একেবাৰে আওকাণ কৰিব নোৱাৰি। সেয়ে অসমীয়া জাতীয়তাবাদৰ ভিত্তিভূমি আৰু বিকাশ সম্পৰ্কে কিছু কথা উল্লেখ কৰিব খুজিছো।

'অসমীয়া জাতি বিভিন্ন জনগোষ্ঠীৰ সমন্বয়ত গঢ়ি উঠিছে— সংস্কৃতিৰ বেলিকাও সেই একে কথা— সেইটো মই অস্বীকাৰ কৰা নাছিলো' সিবোৰৰ আলোচনাও অপৰাধৰ কথা বুলি কোৱা নাছিলো। সমন্বয়ত গঢ়ি উঠিলেও অসমৰ জনসমাজত বিভেদৰ উপাদানসমূহো ক্ৰিয়াশীল। সেয়ে কোৱা বাহুল্য, আমাৰ সমন্বয় আদি অতি শিথিল। তাৰ প্ৰতি সচেতনভাৱে নিৰ্লিপ্ত থাকি সমন্বয়ৰ গীত গাই থাকিলে সমন্বয় সাধিত নহয়। ঐক্য আৰু সমন্বয়ৰ প্ৰচেষ্টা আৰু আমাৰ জীৱন চৰ্চাৰ মাজত এনে কিছুমান অসংগতি ৰৈ গৈছে, যাৰ ফলত বিভেদৰ উপাদানসমূহ, জনজীৱনৰ পৰা দূৰ হোৱা নাই। এই অসংগতিৰ কাৰণসমূহৰ অনুসন্ধান বিহনে সমন্বয় সাধনৰ সঠিক পথৰ সন্ধান লাভ সুদূৰ পৰাহত। সেইটো কৰিবলৈ যাওঁতে কোনো শ্ৰেণী বা ব্যক্তিৰ গাত আঁচোৰ পৰিব পাৰে, কাৰণ ইতিহাস অতি নিষ্ঠুৰ। উপযুক্ত তথ্য প্ৰমাণ দাঙি ধৰি মোৰ বক্তব্যক মিছা বুলি প্ৰমাণ কৰাৰ বিপৰীতে শ্ৰীশইকীয়াই ঐতিহাসিক ব্যক্তিৰ প্ৰতি মোহান্ধ হৈ ভিত্তিহীন কথাৰে মোক উপলুঙা কৰাটোক 'নিৰ্বোধ অহমিকাৰ' সংস্কৃত ৰূপ বুলি ধৰি ললেই সমস্যাটো শেষ নহ'ব।

অসম বিভিন্ন জনগোষ্ঠী অধ্যুষিত ৰাজ্য। প্ৰশাসনীয় ভাষা ব্যৱহাৰ কৰিলেও, বড়ো, কাৰ্বি, মিচিং আদি জনগোষ্ঠীসমূহৰ নিজা ভাষা-সংস্কৃতি আছে আৰু ধৰ্মও ব্ৰাহ্মণ হিন্দু বা বৈষ্ণৱ ধৰ্মৰ পৰা পৃথক। ভাৰতীয় সংবিধানৰ বৰজাপিৰ তলত, অসমত অসমীয়া জাতি সত্বাই প্ৰভুত্বশালী জাতি। বৰ্ণহিন্দু প্ৰধান মধ্যশ্ৰেণীটোৱেই অসমৰ নেতৃত্বদায়ী শক্তি। সাম্ৰাজ্যিক প্ৰয়োজনতে ব্ৰিটিছে এই শ্ৰেণীটোৰ জন্ম দিছিল। গতিকে তেওঁলোকৰ পূৰ্ব-পুৰুষ আছিল ব্ৰিটিছ। তৎকালিন অসমৰ সমাজখনক পূৰ্বপুৰুষ বুলি তেওঁলোকে দাবী কৰিব নোৱাৰে। আধুনিক শিক্ষাৰ আস্বাদন লাভ কৰি তেওঁলোকেই, অসমীয়া ভাষা-সংস্কৃতিৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামৰ মাজেৰে, জাতীয় চেতনা জগাই তুলিবলৈ প্ৰয়াস কৰিছিল। পাহৰিলে ভুল হ'ব যে উমৈহতীয়া জাতিসত্তা এটা গঠনৰ প্ৰক্ৰিয়া আহোম যুগতেই আৰম্ভ হৈছিল। সাম্ৰাজ্যবাদৰ অনুপ্ৰবেশে সৃষ্টি কৰা বাধাই সেই প্ৰক্ৰিয়া ব্যাহত হোৱাৰ প্ৰধান কাৰণ আছিল। জাতি গঠনৰ উমৈহতীয়া উপাদানসমূহ সংহত কৰাৰ কাৰণে জাতীয় পুঁজিৰ বিকাশ অপৰিহাৰ্য। কিন্তু ব্ৰিটিছে জাতীয় পুঁজিক বাট এৰি দিয়া নাছিল। গতিকে অসমীয়া চালুকীয়া মধ্যশ্ৰেণীয়ে অসমীয়া ভাষাক ভিত্তি কৰি, ভাষিক জাতীয় চেতনা জগাই তোলাত আগভাগ লৈছিল। এই ক্ষেত্ৰত সাম্ৰাজ্যবাদৰ অনুপ্ৰবেশে সৃষ্টি কৰা পৰিস্থিতিক পাহৰিলে ভুল হ'ব।

ব্ৰিটিছ শাসনৰ লগত নিদাৰুণ অৰ্থনৈতিক শোষণ নিপীড়ণৰ ইতিহাস জড়িত হৈ আছে। তৎকালীন পৰিস্থিতিত হোৱা যিকোনো আন্দোলনকে সেই ইতিহাসৰ পৰা আঁতৰাই আনি বিচাৰ কৰিব নোৱাৰি। সাম্ৰাজ্যবাদী শোষণ প্ৰক্ৰিয়াক বাধা শূন্য কৰাৰ উদ্দেশ্যেই, ব্ৰিটিছে অসমত বঙলা ভাষা প্ৰবৰ্তন কৰিছিল। মনত ৰখা ভাল. ব্ৰিটিছে কেৱল মুখৰ ভাষাটোকে কাঢ়ি নিয়া নাছিল, জনসাধাৰণৰ (অভিজাত মধ্যশ্ৰেণীৰ নহয়) মুখৰ ভাত মুঠিও কাঢ়ি নিছিল। অসমৰ কৃষক প্ৰজাই শোষণ নিপীড়ণৰ বিৰুদ্ধে বিদ্ৰোহ কৰা কালছোৱাতে, বৰ্ণহিন্দু প্ৰধান মধ্যবিত্তই অসমীয়াৰ ভাষা-সাহিত্যৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰাম কৰিছিল। ভাষাত কোনো শ্ৰেণী আধিপত্য নৰজে, ই জনসাধাৰণৰ সম্পত্তি। সেয়ে ভাষিক সংগ্ৰামে সহজে জনসাধাৰণ সমৰ্থন আদায় কৰিছিল। কিন্তু ভাষিক জাতীয় চেতনাই জনসাধাৰণৰ চেতনাৰ গভীৰত প্ৰবেশ কৰিব পৰা নাছিল। মধ্যশ্ৰেণীৰ জনজীৱনৰ পৰা বিচ্ছিন্নতাই ইয়াৰ অন্যতম কাৰণ। তেওঁলোকৰ কোনো সামাজিক ভিত্তি নাছিল, — নাছিল সমাজৰ প্ৰতি দায়-দায়িত্ব। শ্ৰেণী হিচাপে তেওঁলোক আছিল ব্ৰিটিছ নিৰ্ভৰশীল। গতিকে অসমীয়া ভাষাৰ বিপৰ্য্যয়ত তেওঁলোকৰ জাতীয় মৰ্যাদাবোধ তীক্ষ্ণ হৈ উঠিলেও, ব্ৰিটিছৰ অন্যায় ভাষা নীতিৰ বিৰুদ্ধে থিয় দিয়াটো সম্ভৱ নহ'ল। সম্ভৱ নহ'ল কৃষক

বিদ্রোহৰ প্রতি সমৰ্থন জনোৱাটো। ব্রিটিছ শাসনে তেওঁলোকৰ কোনো ক্ষতি কৰা নাছিল। এফালে যেনেকৈ তেওঁলোকৰ মাজত দেখা গৈছিল তীব্র জাতীয় মৰ্যাদাবোধ, আনফালে দেখা গৈছিল জনজীৱনৰ পৰা বিচ্ছিন্নতা। ঊনবিংশ শতিকাৰ উপনিবেশিক বুদ্ধিজীৱীৰ এই শ্রেণীগত দুৰ্বলতা আৰু অসংগতি তেওঁলোকৰ সমগ্র আন্দোলন আৰু সৃষ্টিত বিচ্ছুৰিত হৈ আছে। ভাষাই জাতীয় দ্বন্দ্বৰ মূল কাৰণ হলেও ইয়াৰ আৰ্থসামাজিক কাৰণসমূহ উলাই কৰিব পৰা বিধৰ নাছিল। ব্রিটিছৰ তলত চাকৰি আৰু সৰু-সুৰা ব্যৱসায়-বাণিজ্যৰ বাহিৰে, সামন্তীয় আভিজাত্য সহ সমাজত বৰ্তি থকাৰ আন কোনো পথ মধ্যশ্রেণীৰ সমুখত নাছিল। এই ক্ষেত্রত বঙালীসকলেই মধ্যশ্রেণীৰ সমুখত প্রতিদ্বন্দ্বী ৰূপে দেখা দিছিল। সেয়ে ভাষা ভিত্তিক জাতীয় আক্রোশ বাঙালী বিদ্বেষত পৰিগণিত হৈছিল। অৱশ্যে একাংশ বাঙালী আমোলাৰ উচ্চাম্মিকা মনোভাবেও ইয়াত সহায় কৰিছিল।

এইটো অনস্বীকাৰ্য্য যে, ব্রিটিছক সম্পূৰ্ণ দোষ মুক্ত কৰি পৰিচালিত, ভাষিক সাংস্কৃতিক আন্দোলনে এফালে যেনেকৈ অসমীয়া জাতিক অসমত প্রভুত্বশালী জাতি হিচাপে স্থাপন কৰিছিল, আনফালে তেনেকৈ বৰ্ণহিন্দু প্রধান মধ্যশ্রেণীক অসমৰ জনসাধাৰণৰ নেতৃত্বদায়ী শক্তিত পৰিণত কৰিছিল। আজিও অসমীয়া মধ্যশ্রেণীয়ে সেই ঐতিহ্যৰ ভিত্তিতেই (ভাষিক সাংস্কৃতিক আন্দোলন সংগঠিত কৰি) নিজৰ নেতৃত্ব বচাই ৰাখিছে। অসমীয়া ভাষাৰ স্বাধীকাৰ প্রতিষ্ঠা কৰাৰ দাবী নিঃসন্দেহে মধ্যশেণীয়ে কৰিব পাৰে কিন্তু বিনিময়ত কৃষক প্রজাৰ শোষণ মুক্তিৰ স্বপ্নক সচেতনভাৱে পৰিহাৰ কৰিছিল। যাৰ ফলত, সেই আন্দোলনে ভালেখিনি মহৎ অৱদান আগবঢ়ালেও, তেওঁলোকৰ জাতীয় চেতনাই জনসাধাৰণৰ চেতনাৰ গভীৰত প্রবেশ কৰি, সকলোকে ঐক্যবদ্ধ কৰি উমৈহতীয়া অসমীয়া জাতি সত্তা গঠনৰ প্রক্রিয়া এটাৰ জন্ম দিয়াত ব্যৰ্থ হৈছিল।গতিকে সেই ঐতিহ্যক অসমীয়া জাতীয়াবাদৰ ভিত্তিভূমি বুলি ইতিহাসে স্বীকাৰ নকৰে। আজি যি সকলে অসমৰ জাতি সত্তা এটা গঠন কৰাৰ কথা ভাবিছে, তেওঁলোকে বিকল্প এক ঐতিহ্যৰ সন্ধান কৰিব লাগিব— অসমৰ আধুনিক ইতিহাসত। শ্রীশইকীয়াই পাণ্ডিত্যৰ অহংকাৰেৰে আমাক পঢ়ুৱাব খোজা কিতাপবোৰত নহয়।

(২) সকলো ধৰ্ম প্রচাৰকেই থলুৱা ভাষাত ধৰ্ম প্রচাৰ কৰাটো নিতান্তই স্বাভাৱিক কথা। মিশ্যনেৰীসকলে, অসমীয়া ভাষা উদ্ধাৰ কৰি অসমৰ জনসাধাৰণৰ কল্যাণ সধাৰ মহৎ উদ্দেশ্যলৈ অসমলৈ অহা নাছিল। ব্রিটিছেই আমন্ত্রণ কৰি আনিছিল। ব্রিটিছ স্বাৰ্থৰ অতন্দ্র প্রহৰী, মিশ্যনেৰীৰ ধৰ্মমূলক

কাম-কাজে অসমীয়া ভাষাৰ যথেষ্ট উপকাৰ কৰিছিল, তাক অস্বীকাৰ কৰা নাযায়। কিন্তু সেইখিনি কৰিছিল সামাজিক স্বাৰ্থতে। প্ৰকৃততে অসমীয়া ভাষাই নৱজন্ম লাভ কৰিছিল, যাদুৰাম, হেমচন্দ্ৰ, গুণাভিৰাম, আনন্দৰাম আদিৰ হাতত। অভিধান, ব্যাকৰণ আৰু পঢ়াশলীয়া পুথি ৰচনা কৰি আধুনিক অসমীয়া ভাষাৰ ভেটি বান্ধিছিল সেই সকলেই। তেওঁলোকৰ সচেতন প্ৰয়াসেই আছিল অসমীয়া মধ্যশ্ৰেণীৰ ভাষিক জাতীয় চেতনাৰ ভিত্তি ভূমি। শ্ৰীশইকীয়াই জানেনে যে উপনিবেশিক দেশত জাতীয়াবাদৰ যন্ত্ৰণা, সাম্ৰাজ্যবাদ বিৰোধিতাহে। তেখেতক সোঁৱৰাই দিওঁ যে, মই পণ্ডিত ব্যক্তিসকলৰ ঐতিহাসিক চিন্তা-চৰ্চাক 'বুৰ্জোৱা পাণ্ডিত্যৰ ভাষা' বুলি আখ্যা দিয়া নাছিলো। সেই তিনিটা শব্দ উচ্চাৰণ কৰি শ্ৰীশইকীয়াই নিজকে অগাধ ঐতিহাসিক পাণ্ডিত্যৰ অধিকাৰী বুলি যি আত্মতৃপ্তি লভিছে, তাৰ নেপথ্যত বামপন্থী, বিজ্ঞান সন্মত চিন্তাধাৰাৰ প্ৰতি থকা তেখেতৰ তীব্ৰ ঘৃণা আৰু বিদ্বেষে নিশ্চয সচেতন পাঠকক সচকিত কৰি তুলিছে। কিয় এই ছদ্মবেশ? যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সোণালী জয়ন্তী উপলক্ষে প্ৰকাশ কৰা স্মৃতিগ্ৰন্থত প্ৰকাশিত 'আধুনিক অসমৰ জন্ম যন্ত্ৰণা' শীৰ্ষক প্ৰবন্ধত শ্ৰীশইকীয়াই লিখিছে- "যথাৰ্থতে, আধুনিক অসমীযা ভাষা আৰু সাহিত্যৰ জন্ম হ'ল অৰুণোদযৰ বুকুতে। কেৱল সেয়ে নহয়, ভাষাৰ ভিত্তিত জাতীয় চেতনাৰ উন্মেখ ঘটালে 'অৰুণোদই' ব্ৰাওন আৰু ব্ৰন্সনে ধৰা আৰিয়াৰ পোহৰত আনন্দৰাম-হেমচন্দ্ৰ-গুণাভিৰামে ভাষা-সাহিত্য আৰু জাতীয়তাৰ ভেটি প্ৰতিষ্ঠাৰ বাবে আগবাঢ়ি আহিল।

"সাম্ৰাজ্যবাদী বৃটিছৰ নতুন প্ৰশাসন, বণিক বৃটিছৰ অৰ্থনীতি, আনুষ্ঠানিক পাশ্চাত্য শিক্ষা, কল-কাৰখানাৰ প্ৰৱৰ্তন, এইবোৰৰ মাজেদি অহা নতুন প্ৰভাৱ, বঙলা ভাষাৰ প্ৰয়োগে অনা অন্ধকাৰ— এই সকলোবোৰৰ মাজত মিছনেৰীসকলে জ্বলোৱা ভাষাৰ মাটিৰ চাকিটিৰ পোহৰ আৰু উমতে অসমীয়া ভাষা-সাহিত্য আৰু জাতীয়তাই নৱজন্ম লাভ কৰিলে। এই জন্মৰ যন্ত্ৰণা এতিয়াও অসমে অনুভৱ কৰি আছে মাজে মাজে বেছিকৈয়ে।" এনে অন্ধ প্ৰশস্তিক ঊনবিংশ শতিকাৰ উপনিবেশিক বুদ্ধিজীৱীৰ অত্যধিক ব্ৰিটিছ আনুগত্যৰ অৱশেষ বুলি ক'ব পাৰি। অন্ধ প্ৰশস্তিয়ে ইতিহাস চেতনাক মোহান্ধ কৰে কিন্তু, ঐতিহাসিক সত্যক ঢাকি ৰাখিব নোৱাৰে।

(৩) আমাৰ বক্তব্যৰ সাৰ সংকলন কৰি শ্ৰী শইকীয়াই ৪নংত উল্লেখ কৰা কথাৰ লগত সংগতি ৰাখি আমাক প্ৰশ্ন কৰিছে— "মহন্তই প্ৰমাণ কৰিব পাৰিবনে যে ঊনবিংশ শতিকাত অসমীয়া ভাষা সাহিত্যৰ প্ৰতিষ্ঠা আৰু

বিকাশৰ বাবে তেখেতে ভৰ্ৎসনা কৰা আনন্দৰাম, হেমচন্দ্ৰ, গুণাভিৰামকে ধৰি বেজবৰুৱা আৰু সতীৰ্থসকল লৈকে এইসকলে তেনে কাৰ্য্যত নালাগি কৃষক বিদ্ৰোহত অংশ লোৱা হলেই অসমত ব্ৰিটিছ ৰাজত্ব গজগজীয়া নহ'লহেঁতেন বা ব্ৰিটিছে অসম এৰি থৈ পলাই গ'লহেঁতেন?" শ্ৰীশইকীয়াৰ এই প্ৰশ্নক ঐতিহাসিক পাণ্ডিত্যৰ নামত ভ্ৰান্ত ইতিহাস চেতনা অথবা বালসুলভ উশৃঙ্খলতা বুলি এৰাই চলিব নোৱাৰি। কাৰণ অসমীয়া জাতিৰ নেতৃত্বদায়ী শক্তিৰ তেখেত অন্যতম। আমাৰ প্ৰতিপাদ্য বিষয় আছিল স্বতঃস্ফূৰ্ত কৃষক বিদ্ৰোহ আৰু ব্ৰিটিছ শাসনৰ প্ৰতি অসমীয়া মধ্যশ্ৰেণীয়ে কি দৃষ্টিভঙ্গী গ্ৰহণ কৰিছিল তাৰ ভিত্তিত কৰা জাতীয়তাবাদৰ উৎস সন্ধানেহে অসমৰ আজিৰ পৰিস্থিতিত, ভৱিষ্যত বিকাশৰ সঠিক পথৰ সন্ধান দিব পাৰিব।

শ্ৰেণীভিত্তিক এখন সমাজৰ বিচাৰ শ্ৰেণীভিত্তিতেই হয় উনবিংশ শতিকাৰ সাংস্কৃতিক আন্দোলনৰ পটভূমি বিচাৰ কৰিলে দুটা পৰস্পৰ বিৰোধী শ্ৰেণী বিন্যাস আমি দেখা পাওঁ। এই সামাজিক শ্ৰেণীবিন্যাসৰ এফালে আছিল, ব্ৰিটিছ প্ৰয়োজনজাত মধ্যশ্ৰেণী আনফালে আছিল ব্ৰিটিছৰ শোষণ উৎপীড়নত বিক্ষুব্ধ কৃষক প্ৰজা। এফালে মধ্যশ্ৰেণীয়ে সাংস্কৃতিক আন্দোলন সংগঠিত কৰিছিল আনফালে কৃষকপ্ৰজাই শোষণ নিপীড়নৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। লক্ষ কৰিবলগীয়া যে মধ্যশ্ৰেণীৰ আন্দোলনৰ লগত ব্ৰিটিছৰ বিৰোধ নাছিল। কিন্তু কৃষক বিদ্ৰোহক ব্ৰিটিছে কঠোৰ হাতেৰে দমন কৰিছিল। মধ্যশ্ৰেণীয়ে তাৰ প্ৰতিবাদ কৰা নাছিল। এই দুই পৰস্পৰবিৰোধী শ্ৰেণী বিন্যাসৰ পটভূমিতে জাতীয়তাবাদৰ উৎস সন্ধান কৰাৰ কথাহে উল্লেখ কৰিছিলো। বিষয়বস্তুৰ গভীৰলৈ গৈ সিবোৰৰ আলোচনাত প্ৰবৃত্ত হোৱা নাছিলো। শ্ৰী শইকীয়া পণ্ডিত ব্যক্তি। এই পাণ্ডিত্যৰ কাৰণেই বোধকৰো মোৰ বক্তব্য মনোযোগেৰে নপঢ়ি, মধ্যশ্ৰেণীৰ বিষয়ে কৰা কিছু মন্তব্যৰ ওপৰত বিক্ষিপ্তভাৱে চকু ফুৰাই ইমানেই উত্তেজিত হ'ল যে মূল প্ৰতিপাদ্য বিষয়ৰ ওচৰ চপাৰ প্ৰয়োজন বোধ নকৰিলে। তেখেতৰ মতে আমি যেন উনবিংশ শতিকাৰ স্বনামধন্য ব্যক্তি-সকলক নস্যাৎ কৰাৰ উদ্দেশ্যেই অলোচনাটো লিখিছিলো। এই ধাৰণাৰ বশৱৰ্ত্তী হৈয়ে তেখেতে আমাৰ বিৰুদ্ধে পাণ্ডিত্যৰ অস্ত্ৰ প্ৰয়োগ কৰিছে। সেইসকল স্বনামধন্য ব্যক্তিৰ সৃষ্টিৰাজি অসমীয়া সমাজৰ অমূল্য সম্পদ। সেই সম্পদক শ্ৰী শইকীয়াতকৈ আমি কম শ্ৰদ্ধা নকৰো। কিন্তু তেখেতসকলৰ সৃষ্টিৰ প্ৰেৰণাৰ ওপৰত কৰা সন্ধানী আলোক পাতেহে আমাক ভৱিষ্যতৰ বাট দেখুৱাব।

এতিয়া মূল কথালৈ আহো। উপনিবেশিক অসমৰ আৰ্থ-সামাজিক পটভূমিত মধ্যশ্ৰেণীৰ মৌলিক দায়িত্ব কি আছিল? তেওঁলোকে পালন কৰা

দায়িত্ব মৌলিকনে গঠন আছিল আৰু সিবিলাকৰ ইতিবাচক আৰু নেতিবাচক দিশ কোনবোৰ? ইত্যাদি প্ৰশ্নৰ উত্তৰে তৎকালীন ঐতিহাসিক পটভূমিৰ ওপৰত সন্ধানী আলোকপাত দাবী কৰে। ইয়াত সম্ভাব্য অতীতৰ স্থান নাই। সাম্ভাব্য অতীতে যুক্তি নেমানে। মধ্যশ্ৰেণীয়ে কৃষক বিদ্ৰোহত অংশ নোলোৱাৰ কাৰণে তেওঁলোকক অভিযুক্ত কৰাৰ প্ৰশ্নই নুঠে কাৰণ ইতিহাস অভিযোগৰ উৰ্দ্ধত। তেওঁলোকৰ মহৎ অৱদানক স্বীকাৰ কৰা আৰু অন্ধ প্ৰশস্তিৰে তেওঁলোকৰ পক্ষ অৱলম্বন কৰা দুটা সুকীয়া কথা। মধ্যশ্ৰেণীৰ সাংস্কৃতিক আন্দোলনে কৃষক প্ৰজাক স্পৰ্শ কৰা নাছিল। সামন্তীয় ধ্যান-ধাৰণা আৰু সংস্কাৰৰ মূলতো সেই আন্দোলনে আঘাত হানিব পৰা নাছিল। ব্ৰিটিছৰ শোষণ নিপীড়নৰ বিৰুদ্ধে কৃষক প্ৰজাই যেতিয়া বিদ্ৰোহ কৰিছিল, তেতিয়া মধ্যশ্ৰেণীৰ প্ৰতিনিধি মৌজাদাৰ আৰু চাকৰিজীৱী আদিয়ে বিদ্ৰোহ দমন কৰাত ব্ৰিটিছক সহায় কৰিছিল বুলিহে জনা যায়। চমু কথাত অসমৰ জনসাধাৰণৰ আশা-আকাঙ্ক্ষা আৰু সুখ-দুখৰ লগত সাংস্কৃতিক আন্দোলনৰ নায়কসকলৰ কোনো সম্পৰ্ক নাছিল। এই প্ৰসংগত নৱ বৈষ্ণৱ আন্দোলনৰ সামাজিক-সাংস্কৃতিক দিশলৈ আঙুলিয়াব পাৰি।

পঞ্চদশ শতিকাৰ যুগন্ধৰ পুৰুষ শংকৰদেৱৰ নেতৃত্বত সংগঠিত নৱ-বৈষ্ণৱ আন্দোলনে অসমৰ জনজীৱনত এক সুদূৰ প্ৰসাৰী প্ৰভাৱ পেলাইছিল। অন্ধ সংস্কাৰ, আচাৰ-অনুষ্ঠন আৰু জাত-পাতৰ বিচাৰ আদিৰ বিপৰীতে সহজ নাম-ধৰ্মৰ মহিমা প্ৰচাৰৰযোগে তৎকালীন সমাজখনৰ সংস্কাৰ সাধন কৰি তাৰ উৎকৰ্ষ সাধন কৰিবলৈ বিচাৰিছিল। ব্ৰাহ্মণ্য ক্ৰিয়া-কৰ্ম, যাগ-যজ্ঞৰ বিপৰীতে জাত-পাত নিৰ্বিশেষে সকলোৱে হৰিনাম কীৰ্তন কৰি মুক্তি পাব পৰা এই সহজ পথে জনজাতি প্ৰধান সমাজখনক সহজে আকৃষ্ট কৰিছিল। হাজাৰ হাজাৰ লোক এই আন্দোলনৰ প্ৰত্যক্ষ অংশীদাৰ হৈছিল। তদুপৰি জনজীৱনৰ হৃদয়ৰ বন্দী বেদনা নিজ হৃদয়ত ধাৰণ কৰি লোক চেতনাই ঢুকি পাব পৰাকৈ লোকায়ত সাহিত্য সৃষ্টি কৰি শংকৰে তেওঁৰ মতাদৰ্শ প্ৰচাৰ কৰিছিল। তৎকালীন সমাজখনৰ প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখিয়েই শংকৰদেৱে, জনজাতীয় লৌকিক ঐতিহ্যক আধাৰ হিচাপে লৈ নিৰ্মাণ কৰিছিল সাহিত্য-সংস্কৃতিৰ সৌধ। সমাজৰ মৌলিক পৰিবৰ্তন তেওঁ বিচৰা নাছিল সঁচা কিন্তু আৰ্দশৰ প্ৰতি আছিল গভীৰ নিষ্ঠা আৰু লক্ষ্য আছিল সুস্পষ্ট। জনজাতীয় সমাজখনক সামন্তীয় সমাজলৈ উত্তৰণৰ কালছোৱাতে তেওঁৰ মতাদৰ্শ প্ৰচাৰ কৰিছিল।

ঊনবিংশ শতিকাৰ সাংস্কৃতিক আন্দোলনৰ প্ৰাণকেন্দ্ৰ আছিল কলিকতা (ঐতিহাসিক কাৰণতে)। সাহিত্যৰ ভেটিও আছিল ইউৰোপীয় সাহিত্য। চহৰ

নিবাসী এমুঠি শিক্ষিত লোকেহে তাৰ আস্বাদন লাভ কৰিছিল। সেই আন্দোলনৰ মহৎ অৱদানসমূহক স্বীকাৰ কৰিলেও ক'ব লাগিব যে মধ্যযুগীয় সংস্কাৰৰ বোকাত লেটি লৈ থকা জনসাধাৰণক সাম্ৰাজ্যবাদী সামন্তবাদী শোষণৰ পৰা মুক্ত কৰাৰ আকাঙ্ক্ষা মধ্যশ্ৰেণীৰ জাতীয় চেতনাত অনুপস্থিত। নতুন সমাজৰ স্বপ্ন তেওঁলোকৰ চকুত উদ্ভাসিত হৈছিল সঁচা কিন্তু সেই স্বপ্ন সাৰ্থক কৰাৰ পথত থকা প্ৰধান বাধা, সামন্তবাদ আৰু সাম্ৰাজ্যবাদৰ বিৰুদ্ধে থিয় দিয়াটো তেওঁলোকৰ পক্ষে সম্ভৱ নাছিল। কাৰণ এই দুয়োটা শক্তিয়েই আছিল মধ্যশ্ৰেণীৰ আশ্ৰয় দাতা। পণ্ডিত কে. এছ. শেলভাংকাৰে কৈছিল— "বৈদেশিক প্ৰভুত্ব মানি ল'বলৈ অস্বীকাৰ কৰাটোৱেই যদি জাতীয়াবাদৰ অৰ্থ হয় তেন্তে জাতীয়াবাদৰ লগত প্ৰাচ্য বা পাশ্চাত্য শিক্ষাৰ কোনো সম্পৰ্ক নাই। এইখন দেশত পাশ্চাত্য শিক্ষা প্ৰচাৰৰ বহু আগৰে পৰা ভাৰতীয়সকলে বিদেশী আক্ৰমণকাৰীৰ বিৰুদ্ধে যুদ্ধ কৰা আৰু অত্যাচাৰীৰ বিৰুদ্ধে সংগ্ৰাম কৰাত অভ্যস্ত আছিল। ব্ৰিটিছ শাসনো তেওঁলোকে স্বেচ্ছায় আৰু সহজে মানি লোৱা নাছিল।"

"যদি ব্ৰিটিছ প্ৰভাৱ বুলিলে ইংৰাজী শিক্ষা আৰু আদৰ্শ নুবুজাই ব্ৰিটিছ শোষণ ব্যৱস্থাকো বুজায় তেন্তে এইটো নিশ্চিত যে ভাৰতৰ জাতীয়তাবাদৰ এইশোষণ ব্যৱস্থাৰ ফল হিচাপেই দেখা দিছিল।"

শ্ৰেণী হিচাপে কৃষক আৰু মধ্যবিত্ত যেনেকৈ দুয়োটা পৰস্পৰ বিৰোধী তেনেকৈ আন্দোলন দুটাৰ গতি-প্ৰকৃতিও আছিল বিপৰীতমুখী। আন্দোলনৰ ক্ষেত্ৰও আছিল সুকীয়া। যি ব্ৰিটিছ শাসন-শোষণৰ বিৰুদ্ধে কৃষক বিদ্ৰোহ পৰিচালিত হৈছিল, সেই শাসনক মধ্যবিত্তই ভগৱানৰ কৰুণা হিচাপে গ্ৰহণ কৰিছিল। দেখা যায়, দুয়োখন সংগ্ৰামেই দুটা ঐতিহ্য সৃষ্টি কৰি গৈছিল। এই দুই ঐতিহ্যক সামৰিয়েই আমাৰ আধুনিক ইতিহাস ৰচিত হৈছে। অথচ আজিও আমাৰ বুদ্ধিজীৱীয়ে কৃষক সংগ্ৰামৰ ঐতিহ্যক স্বীকৃতি দিবলৈ অস্বীকাৰ কৰে। কাৰ স্বাৰ্থত?

অনস্বীকাৰ্য যে কৃষক বিদ্ৰোহসমূহ আছিল স্বতঃস্ফূৰ্ত। কিন্তু ব্ৰিটিছৰ শোষণ উৎপীড়নৰ বিৰুদ্ধেই এইবোৰ গঢ়ি উঠিছিল। আধুনিক ৰাষ্ট্ৰ বা জাতি সম্পৰ্কে কোনো জ্ঞান নাথাকিলেও ব্ৰিটিছেই যে তেওঁলোকৰ প্ৰধান শত্ৰু সেইটো বুজি পাওঁতে পলম হোৱা নাছিল। তৎকালীন পটভূমিত কৃষক বিদ্ৰোহসমূহে পালন কৰা ঐতিহাসিক ভূমিকাই আছিল অসমৰ স্বধীনতা চেতনাৰো উৎস ভূমি। গভীৰ ৰাজ আনুগত্যই মধ্যশ্ৰেণীৰ চেতনা প্ৰবাহত স্বাধীনতাৰ চেতনাক প্ৰৱেশ কৰিবলৈ দিয়া নাছিল। কিন্তু কৃষক বিদ্ৰোহে ব্ৰিটিছৰ

লগতে মধ্যশ্ৰেণীকো সচকিত কৰি তুলিছিল। পথৰুঘাটত শতাধিক কৃষকক ব্ৰিটিছে বৰ্বৰভাৱে গুলিয়াই হত্যা কৰাৰ কুৰি দিনৰ পিছতে অসমীয়া মধ্যশ্ৰেণীৰ মধ্যমণি জগন্নাথে বৰলাট এলগিনক দীঘলীয়া অভিনন্দনপত্ৰ দি নিজ শ্ৰেণীৰ ভক্তি নিবেদন কৰিছিল। ১৯০৩ চনত ভাইচৰয় পৰিষদৰ সদস্যো ইবেটশ্যন চাহাবৰ উপস্থিতিৰে মধ্যশ্ৰেণীয়ে গঠন কৰিছিল 'আসাম এছোছিয়েশ্যন'। তাৰো আগতে গঠন কৰিছিল 'সাৰ্বজানিক সভা'। প্ৰসংগতঃ ভাৰতীয় জাতীয় কংগ্ৰেছৰ ইতিহাস উল্লেখযোগ্য। ১৭৬৩ ৰ সন্ন্যাসী বিদ্ৰোহ নামে খ্যাত বিদ্ৰোহেই আছিল প্ৰথম কৃষক বিদ্ৰোহ। অৰ পিছত শোষণ নিপীড়নৰ বিৰুদ্ধে অসংখ্য কৃষক অভ্যুত্থান ঘটিছিল। বিশেষকৈ ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত কৃষক ব্ৰিদ্ৰোহৰ ঢৌৱে সমগ্ৰ ভাৰতবৰ্ষ উদ্বেল-উত্তাল কৰি তুলিছিল। অসহযোগ আন্দোলনত বিদেশী বস্ত্ৰ দাহ কৰাৰ বহুকাল আগতেই ১৮৭৫-৭৬ত আহমেদাবাদ আৰু পুণাত মাৰাঠী কৃষকে মহাজনৰ নথি-পত্ৰ উলিযাই আনি দাহ কৰিছিল। ব্ৰিটিছৰ দমন নিপীড়নে কৃষক বিদ্ৰোহৰ নিৰৱচ্ছিন্ন প্ৰবাহৰ গতি মন্থৰ কৰিলেও তাক ৰুদ্ধ কৰিব পৰা নাছিল। কৃষকৰ মৰণপণ সংগ্ৰামে ব্ৰিটিছক সন্ত্ৰস্ত কৰি তুলিছিল। ঐক্যবদ্ধ এক বিদ্ৰোহৰ হাতৰ পৰা ব্ৰিটিছ শাসনক ৰক্ষা কৰাৰ উপায় হিচাপেই, এজন ব্ৰিটিছ বিষয়াৰ উদ্যোগতেই জাতীয় কংগ্ৰেছে জন্ম লাভ কৰিছিল। এই কংগ্ৰেছেই সময়ত জনসাধাৰণৰ ৰাজনৈতিক সংগঠন হিচাপে ৰূপ লাভ কৰিছিল। গতিকে কৃষক সংগ্ৰামে সৃষ্টি কৰা মৃত্যুহীন ঐতিহ্যই আছিল সাম্ৰাজ্যবাদ-সামন্তবাদবিৰোধী ভাৰতীয় জাতীয়তাবাদৰ ভিত্তি ভূমি আৰু কংগ্ৰেছৰ উদ্ভৱ আৰু ৰূপান্তৰৰ উৎস। মন কৰিবলগীয়া যে ১৯১৯ পৰ্যন্ত কংগ্ৰেছত কৃষকৰ স্থান নাছিল। নেতৃত্বত আছিল উচ্চ বৰ্ণৰ মধ্যশ্ৰেণী। শ্ৰেণীগত আৰু সামাজিক দুয়োটা কাৰণতে তেওঁলোক কৃষক সমাজৰ লগত একাত্ম হ'ব পৰা নাছিল বুলিহে ঐতিহাসিক পণ্ডিতে ধাৰণা কৰিছে। প্ৰস্তাব গ্ৰহণতে কংগ্ৰেছৰ কৃষকৰ প্ৰতি দায়িত্ব শেষ হৈছিল।

১৯১৭ চনলৈকে অসমত কংগ্ৰেছৰ প্ৰভাৱ বিশেষভাৱে পৰা নাছিল। ব্ৰিটিছৰ বৰ জাপিৰ তলতে থাকি মধ্যবিত্তই নিজ শ্ৰেণীৰ সম্ভাৱনাময় ভৱিষ্যত গঢ়ি তোলাৰ লগতে অসমৰ কল্যাণ বিচাৰিছিল। ঊনবিংশ শতিকাৰ সাংস্কৃতিক আত্মপ্ৰতিষ্ঠাৰ আন্দোলনে অতীত অসমৰ গৌৰৱৰ নিদৰ্শন প্ৰাচীন সাহিত্যৰাজি উদ্ধাৰ কৰিছিল, আধুনিক অসমীয়া ভাষা সাহিত্যৰ ভেটি নিৰ্মাণ কৰি তাক প্ৰতিষ্ঠা কৰিছিল, পাশ্চাত্য শিক্ষা- সভ্যতাৰ প্ৰবাহ অসমলৈ বোৱাই আনিছিল— এই মহৎ অৱদানসমূহক অসমৰ সমাজে শ্ৰদ্ধাৰে সোঁৱৰে। কিন্তু তৎকালীন আৰ্থ-সামাজিক পটভূমিয়ে দাবী কৰিছিল ব্ৰিটিছ শাসনৰ বিৰোধীতাহে, যি

শাসন শোষণে জনসাধাৰণৰ উন্মুখ বিকাশ ৰুদ্ধ কৰি তেওঁলোকৰ জীৱন দুঃস্বপ্নত পৰিণত কৰিছিল। অৰ্থনৈতিক জীৱন ব্ৰিটিছ পুঁজিৰ লগত সাঙোৰ খাই থকাৰ কাৰণে মধ্যবিত্তই সেই দায়িত্ব পালন কৰাৰ বিপৰীতে ব্ৰিটিছ শাসনক ভগৱানৰ আশীৰ্বাদ হিচাপেহে আদৰি লৈছিল। ব্ৰিটিছ শাসনে মধ্যবিত্তৰ কোনো ক্ষতি কৰা নাছিল। তাৰ বাবে আজি তেওঁলোকক অভিযোগ কৰাটো যেনেকৈ অৰ্থহীন, তেনেকৈ সেই ঐতিহ্যৰ ভিত্তিত বৰ্তমানৰ আত্মপ্ৰতিষ্ঠা আৰু অস্তিত্ব ৰক্ষাৰ আন্দোলন সংগঠিত কৰাটোও অৰ্থহীন। মেক্সিম গৰ্কীয়ে কৈছিল— “অতীত সমালোচনাৰ উৰ্দ্ধত নহয়, কিন্তু তাৰ বিৰুদ্ধে অভিযোগ উত্থাপন কৰাটো অৰ্থহীন। অতীতক অধ্যয়নহে কৰিব লাগে।” এতিয়া দেখা গ'ল তৎকালীন পটভূমিয়ে দাবী কৰা সেই গুৰুত্বপূৰ্ণ মৌলিক দায়িত্ব পালন কৰিছিল অসংগঠিত, অচেতন, অশিক্ষিত কৃষক প্ৰজাৰ স্বতঃস্ফূৰ্ত বিদ্ৰোহসমূহে। 'গতিকে এতিয়া নিশ্চয় আমি এই সিদ্ধান্তলৈ আহিব পাৰো যে কৃষক বিদ্ৰোহৰ ঐতিহ্যইহে অসমীয়া জাতীয়তাবাদৰ ভিত্তি ভূমি। আমাৰ এই ধাৰণাক ভিত্তিহীন অনৈতিহাসিক বুলি প্ৰমাণ কৰাৰ বিপৰীতে শ্ৰী শইকীয়াই আমাক তেখেতৰ নিৰ্বাচিত কিছুসংখ্যক গ্ৰন্থ অধ্যয়ন কৰাৰ পৰামৰ্শ দি যি অহমিকা প্ৰকাশ কৰিছে তাত মাত মতাৰ আমাৰ অধিকাৰ নাই। কাৰণ পাণ্ডিত্যৰ অহংকাৰ তেখেতৰ নিজা সম্পত্তি। কিন্তু প্ৰতিটো বাক্যত আবেগ উত্তেজনা বিচ্ছুৰিত হৈ থকিলেও তাৰ মাজেদি প্ৰকট হৈ উঠা তেখেতৰ ৰাজনৈতিক দৰ্শনহে আমাৰ বিচাৰৰ বিষয়।

(৪) আলোচনাৰ শেষত শ্ৰীশইকীয়াইলিখিছে- “জাতীয়তাবাদ উগ্ৰ-জাতীযতাবাদৰ বেয়া দিশটো সম্পৰ্কে মই অৱহিত আৰু তেনে দিশৰ বিৰুদ্ধে মহন্তক সহযোগ কৰিবলৈ মই সাজু, কিন্তু তাৰ আগতে তেখেতে একদেশদৰ্শিতা, ভাববেগ আৰু স্ববিৰোধৰ পৰা মুক্ত হব লাগিব।” উপভোগ্য এই বাক্যটো পঢ়াৰ পাছত কিছুমান অনিবাৰ্য্য প্ৰশ্নই আমাক আবৰি ধৰিছে। শ্ৰীশইকায়াৰ এই সচেতনাতাৰ মতাদৰ্শগত ভিত্তি কি? তেখেতৰ আদৰ্শগত অৱস্থানেই বা কি? এনেবোৰ প্ৰশ্ন তেখেতৰ সচেতনতাৰ লগত সম্পৰ্কিত। তদুপৰি সমাজ বিকাশৰ অন্তৰায়ৰ বিৰুদ্ধে কোনে কাক ব্যক্তিগতভাৱে সহযোগ দিব সেইটো ইতিহাসৰ বিচাৰত নিতান্তই গৌণ। অন্তৰায়ৰ বিৰুদ্ধে আন্দোলন সংগঠিত কৰা আৰু জনসাধাৰণক আদৰ্শগতভাৱে সাজু কৰাটোহে সচেতনাৰ ধৰ্ম। দ্বিতীয় কথা তেখেতৰ ৰাজনৈতিক দৰ্শন জনসাধাৰণৰ স্বাৰ্থৰ পৰিপন্থী। তৃতীয় কথা তেখেতে জাতীয়তাবাদ উগ্ৰজাতীয়তাবাদ সম্পৰ্কে ইতিহাসৰ পৰা এটা স্পষ্ট সঠিক ধাৰণা গ্ৰহণ কৰিবলৈ চেষ্টা কৰা ভাল। — সমাজ বিকাশৰ এটা নিৰ্দিষ্ট পৰ্য্যয়লৈকে জাতীয়তাবাদৰ কিছু প্ৰগতিশীল ভূমিকা থাকে। কিন্তু

উগ্ৰজাতীয়তাবাদৰ যুগপৎ জাতীয়তাবাদ/ উগ্ৰজাতীয়তাবাদত বেয়া দিশ দেখা শ্ৰীশইকীয়াই নিশ্চয় উগ্ৰ-জাতীয়তাবাদত কিছু ভাল দিশো দেখা পাইছে। কি সেইবোৰ ভাল দিশ? সমাজ বিকাশত সেইবোৰৰ ভূমিকাইবা কি হ'ব? নাজি জাৰ্মানী,. ফেচিষ্ট ইটালীৰ কথাহে আমি শুনিছো। এনে অসংগতি আৰু স্ববিৰোধৰো দৰ্শন থাকে, থাকে আদৰ্শ। তেনে দৰ্শনৰ আভাষ শ্ৰীশইকীয়াই আমাক তাচ্ছিল্য কৰি কৰা প্ৰশ্নতেই পাইছো। তেখেতে আমাক প্ৰশ্ন কৰিছে— "মহন্তই জানেনে যে, গোষ্ঠীগত, সাংস্কৃতিক আৰু ভাষিক বৈশিষ্ট্যৰ ভেটিত আত্মপৰিচয় স্থাপনৰ বাবে কোনো গোটৰ মাজত বাঢ়ি অহা হাবিয়াসে সেই গোটৰ মাজত এটা শক্তিশালী মধ্যবিত্ত শ্ৰেণী গঢ় লৈ উঠাৰ স্পষ্ট নিৰ্দেশ দিয়ে। কেৱল অৰ্থনৈতিক বিকাশৰ সুযোগ দি এই হাবিয়াস পূৰণ কৰিব নোৱাৰি বৰং এনে হাবিয়াসে সামান্য বাধা পালেও উগ্ৰমূৰ্তি ধৰে।" সঁচাকে নাজানোতো! এইখিনি কথা অসমৰ অবদমিত বিভিন্ন ভাষিক জনগোষ্ঠীৰ ক্ষেত্ৰতহে প্ৰযোজ্য। অসমীয়া মধ্যশ্ৰেণীয়ে জন্ম লাভ কৰা এশ বছৰ পাৰ হ'ল। সেই শ্ৰেণীটোৰ সৃজনীশীল শ্ৰমে, ভাষিক সাংস্কৃতিক বৈশিষ্ট্যৰ ভেটিত আত্মপৰিচয় স্থাপন কৰি অসমীয়া জাতিক অসমৰ প্ৰভূত্বশালী জাতি হিচাপে প্ৰতিষ্ঠা কৰাৰ প্ৰায় এশ বছৰৰ পিছত পুনৰ সেই একেই আন্দোলন সংগঠিত কৰাৰ কাৰণে বস্তুগত ভিত্তি আছে জানো? এনে পৰিস্থিতিত আত্মপ্ৰতিষ্ঠাৰ আন্দোলন, অসমৰ সকলো জনগোষ্ঠীক থুপ খুৱাই উমৈহতীয়া অসমীয়া জাতি সত্তা গঠনৰ অনুকূলে, খাটি খোৱা মানুহৰ আদৰ্শৰ ভিত্তিত সকলো ধৰণৰ অগণতান্ত্ৰিক ব্যৱস্থাৰ বিৰুদ্ধে পৰিচালিত হ'ব লাগিব। গতিকে শ্ৰীশইকীয়াৰ প্ৰশ্নৰ মাজত যি প্ৰত্যয়ে আত্মগোপন কৰি আছে সেইটো অসমীয়া মধ্যশ্ৰেণীৰ উগ্ৰজাতীয়াবাদী প্ৰৱণতা বুলি সহজেই অনুমান কৰি লব পাৰি। কাৰণ অসমত, অসমীয়াই প্ৰভূত্বশালী জাতি আৰু অসমীয়া মধ্যশ্ৰেণীয়ে তাৰ নেতৃত্বদায়ী শক্তি। গতিকে শ্ৰীশইকীয়াই কাৰ বিৰুদ্ধে উগ্ৰমূৰ্তি ধাৰণ কৰিব?

আজি ৰাইজৰ ৮০/৯০ জনৰ দুবেলা দুমুঠি খাই জীয়াই থকাৰ উপায় নাই, ভূমি এমুঠি মানুহৰ হাতত কেন্দ্ৰীভূত হৈছে, এফালে পুঁজিবাদী শোষণ আনফালে সামন্তীয় শোষণে জনসাধাৰণৰ জীয়াই থকাৰ মানবীয় অধিকাৰ কাঢ়ি নিছে, সমাজ জীৱনত দেখা যায়, সামন্তীয় ধ্যান-ধাৰণা আৰু সাম্প্ৰদায়িকতাই, সকলোকে ভাই-ভাই, ঠাই-ঠাই কৰিছে। অসমৰ প্ৰাকৃতিক সম্পদ নিৰাপদে লুণ্ঠন কৰি আছে দেশী-বিদেশী পুঁজিপতিয়ে, অসমৰ শিল্প-উদ্যোগো তেওঁলোকৰ দখলতে। যাৰ পৰিণতি স্বৰূপে জাতীয় পুঁজিৰ বিকাশ ৰুদ্ধ হৈছে। এনে পৰিস্থিতিত ভাষিক-সাংস্কৃতিক আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামে অসমৰ ৰাইজক জীৱন-জীৱিকাৰ নিৰাপত্তা দি সকলোকে এক গোট কৰিব পাৰিবনে?

জাতি, জনসাধাৰণ, শ্ৰেণী— তিনিওটাকে 'গুলি এটা ৰসায়ন কৰি' নিজ শ্ৰেণী স্বাৰ্থক জাতিৰ স্বাৰ্থ হিচাপে দাঙি ধৰিলে জনগণৰ প্ৰতি ন্যায় বিচাৰ কৰা হ'বনে? জাতি, জনসাধাৰণ আৰু শ্ৰেণী একোটা সুকীয়া প্ৰত্যয়। 'শ্ৰেণীক' সুকীয়াকৈ বিচাৰ কৰিলেও জাতি আৰু জনসাধাৰণ এই দুটা শ্ৰীশইকীয়াৰ বিচাৰত সমাৰ্থক হৈ পৰিছে। অৱশ্যে উগ্ৰজাতীয়তাবাদত ভালদিশো বিচাৰ কৰি পোৱা শ্ৰীশইকীয়াৰ পক্ষেই ই কেৱল সম্ভৱ। 'জনসাধাৰণ' জাতিৰ অংশবিশেষ। অৱশ্যে বিভিন্ন ঐতিহাসিক পৰ্যায়ত এই ধাৰণাৰ পৰিৱৰ্তন ঘটে। "The concept of 'people' varies in content in different countries and in different periods of history in the same country".

আন এটা কথা লক্ষ্য কৰিবলগীয়া যে অৰ্থনীতিৰ ঘনীভূত ৰূপেই যদি ৰাজনীতি হয় তেন্তে অসমৰ জাতীয় সংগ্ৰাম অনিবাৰ্যভাৱে অৰ্থনৈতিক, সামাজিক সংগ্ৰামলৈ ৰূপান্তৰিত হ'বলৈ বাধ্য। অথচ, অসমত এদলীয়াকৈ ৰাজনৈতিক প্ৰভুত্ব দখল কৰি থকা বৰ্ণ হিন্দু প্ৰধান মধ্যশ্ৰেণীয়ে, স্বাধীনতাৰ পৰবৰ্তী কালছোৱাত সংগঠিত কৰা আন্দোলনসমূহ পৰিচালিত হৈছিল অসমীয়া ভাষা- সংস্কৃতি তথা অস্তিত্ব ৰক্ষাৰ নামত। এতিয়া প্ৰশ্ন হ'ল আন্দোলনৰ পৰবৰ্তী কালছোৱাত অসমীয়া ভাষা- সাহিত্যৰ কিমান উন্নতি হ'ল? অসমীয়া জাতিৰেই বা কি উন্নতি সাধিলে? অসমত সাক্ষৰ মানুহৰ সংখ্যা কিমান বাঢ়িল? কেইখন উচ্চমানৰ কিতাপ আলোচনী প্ৰকাশ হ'ল? সংস্কৃতি সাধনাৰ পৰিবেশ সৃষ্টিত আন্দোলনে কি ভূমিকা ললে? এনেবোৰ প্ৰশ্নই আমাক আন কিছুমান তাৰ আনুষংগিক প্ৰশ্নৰ সমূখীন কৰে। উচ্চমানৰ সাহিত্য সৃষ্টি বা আলোচনী আদি উলিওৱাত আমাক কোনোবাই বাধা দিছে নেকি? কোনো অসমীয়া ছাত্ৰই অসমত অসমীয়া ভাষাত পঢ়া-শুনা কৰাত বাধা পাইছে নেকি?— যদি পাইছে সেই বাধাবোৰ কি? — উচ্চমানৰ পাঠ্যপুথিৰ অভাৱ, উচ্চমানৰ সাহিত্য-সংস্কৃতি সমাজতত্ত্ব বিষয়ৰ আলোচনীৰ অভাৱে উঠি অহা চামৰ বৌদ্ধিক বিকাশত বাধা দিয়াটো নিশ্চয় সকলোৱে লক্ষ্য কৰিছে। কিতাপ আলোচনী প্ৰকাশৰ কাৰণে প্ৰকাশকৰ অভাৱ— অভাৱ সমাজৰ প্ৰতি দায়বদ্ধ, নিষ্ঠাবান লিখকৰ। অথচ ভাষা-সংস্কৃতি ৰক্ষাৰ নামত আন্দোলন হৈ আছে। আন্দোলনেই যদি ভাষা-সংস্কৃতি প্ৰতিষ্ঠিত কৰে তেন্তে জ্ঞানপীঠ, সাহিত্য অকাদেমী— আদি বঁটাসমূহ সেই আন্দোলনৰেই প্ৰাপ্য। ইয়াৰ অৰ্থ এইটো নহয় যে, ভাষা-সংস্কৃতি শিক্ষাৰ বিকাশৰ ক্ষেত্ৰত আন্দোলনৰ প্ৰয়োজন নাই। প্ৰতিটো আন্দোলনৰেই স্পষ্ট লক্ষ্য থাকিব লাগিব-লাগিব এখন কাৰ্য্য সূচী। সাহিত্য-সংস্কৃতি-শিক্ষা এইবোৰ উপৰিসৌধ, মূল ভেটিটো হ'ল অৰ্থনৈতিক

জীৱন। গতিকে অৰ্থনৈতিক সংগ্ৰাম বিহনে সাংস্কৃতিক সংগ্ৰামে সমাজৰ ৰূপান্তৰ সাধিব নোৱাৰে।

নতুন যুগ চেতনাৰ দুৱাৰ যিসকলে মুকলি কৰিছিল, অসমৰ বিদ্বৎ সমাজত তেওঁলোকৰ স্থান কি? অসমৰ বিভিন্ন আন্দোলনেই বা তেওঁলোকক কেনেভাবে গ্ৰহণ কৰিছিল? এই আহুকলীয়া প্ৰশ্নবোৰ শান্ত পৰিবেশত নিৰ্মোহভাৱে বিচাৰ কৰি চোৱা প্ৰয়োজন। সাৰ্থক গদ্য লিখক আৰু দক্ষ সাংবাদিক হোমেন বৰগোহাঞিৰ অৱস্থান জাতীয় সংগ্ৰামৰ বিপৰীত বিন্দুতহে। অথচ তেখেতে জনসাধাৰণৰ পক্ষত থাকিয়েই নিৰলসভাৱে সাহিত্য, সংস্কৃতি-ইতিহাস চৰ্চা কৰি আছে। ডঃ হীৰেণ গোহাঁইক সাহিত্য অকাদেমী বঁটাৰে সন্মান জনোৱাত অসমৰ বিদ্বৎ সমাজে আনন্দ প্ৰকাশ কৰিছে, বহুতেই গৌৰৱবোধ কৰিছে। কিন্তু সেই একেজন ব্যক্তিকে আন্দোলনৰ কালছোৱাত গুৱাহাটীৰ ৰাজপথত প্ৰকাশ্যে প্ৰহাৰ কৰিছিল। অসম সাহিত্য সভাই ড° শিৱনাথ বৰ্মন আৰু প্ৰসেনজিৎ চৌধুৰীক সন্মান জনাই বহুজনৰে ধন্যবাদৰ পাত্ৰ হৈছে। আন্দোলনৰ কালছোৱাত এওঁলোকৰ প্ৰতিও শিক্ষিত সমাজে সুবিচাৰ কৰা নাছিল। এখেতসকলৰ এজনো অসমীয়া ভাষা-সংস্কৃতি বা জাতীয় আত্মপ্ৰতিষ্ঠাৰ হৈ যোৱা আন্দোলনসমূহৰ সৃষ্টি নাছিল। আন্দোলনৰ বিৰোধীতাৰ মাজেৰেহে এখেতসকলে নিজৰ চিন্তা-চেতনাক প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। অসমত আজি যি এমুঠি সাৰ্থক গদ্য লিখক আছে তাৰ ভিতৰত ড° হীৰেণ গোহাঁই আৰু হোমেন বৰগোহাঞিৰ নাম প্ৰথমেই উল্লেখযোগ্য। আমি এইটো প্ৰমাণ কৰিব খোজা নাই যে আন্দোলন সমৰ্থন কৰিলেই উচ্চমানৰ সাৰ্থক সাহিত্য সৃষ্টি কৰিব নোৱাৰে। আমাৰ বক্তব্য হ'ল উচ্চমানৰ সাহিত্য-সংস্কৃতিৰ উপৰি সৌধ নিৰ্মাণৰ কাৰণে লাগে জীৱন আৰু জগত সম্পৰ্কে এক বিজ্ঞানসন্মত দৃষ্টিভংগী, জনসাধাৰণৰ প্ৰতি দায়বদ্ধতা আৰু কঠোৰ বৌদ্ধিক শ্ৰম কৰাৰ মনোবল— এইখিনি আয়ত্ত কৰি সামাজিক, অৰ্থনৈতিক দুৰৱস্থা সত্ত্বেও, উচ্চমানৰ সাহিত্য-সংস্কৃতি সৃষ্টি কৰি, এটা শক্তিশালী উপৰি সৌধ নিৰ্মাণ কৰাৰ ক্ষেত্ৰত নিশ্চয় কোনো বাহিৰৰ শত্ৰু অথবা ভিতৰৰ কোনো শক্তিয়ে বাধা দিয়া নাই। তাৰেই প্ৰমাণ হিচাপে উল্লিখিত ব্যক্তি কেইজনৰ সৎপ্ৰচেষ্টাৰ বিষয়ে উল্লেখ কৰিলো।

উনবিংশ শতিকাৰ 'আসাম বন্ধু' 'জোনাকী'ৰ নেতৃত্বত পৰিচালিত আন্দোলনে জন্ম দিছিল এচাম নতুন লিখকৰ, যি সকলে অসমীয়া সাহিত্যক প্ৰতিষ্ঠা কৰি গৈছিল। ৰাজ্য-ভাষা, শিক্ষাৰ মাধ্যম আন্দোলনৰ পিছৰ কালছোৱাত অসমীয়া ভাষা-সাহিত্যৰ কিমান উন্নতি হৈছে সেইটো নিশ্চয়

সকলোৱে লক্ষ্য কৰিছে। আমাৰ এটা মুখৰ পৰা আনটো মুখলৈকে যিমানবোৰ অসমীয়া ভাষাত লিখা চাইন বোৰ্ড আছে তাৰ শতকৰা ৬০ৰ পৰা ৮০ খনেই ভুল অসমীয়াত লিখা। যি কেইখন কাকত আলোচনী আছে সিবোৰৰ এখনৰ লগত আনখনৰ ভাষাৰ মিল নাই। পাঠ্যপুথিৰ বেলিকা দুখ লগা অৱস্থা। নতুন চিন্তা চেতনাৰ লগত পৰিচয় হোৱাৰ পৰা ছাত্ৰ-ছাত্ৰী বঞ্চিত। তাৰ ভিতৰত অৱশ্যে হোমেন বৰগোহাঞিৰ 'আধুনিক যুগৰ জন্ম কাহিনী' নামৰ পুথিখনৰ উজ্জ্বল ব্যতিক্ৰম। এইবোৰে নিশ্চয় উচ্চমানৰ পাঠ্যপুথি যোগান ধৰিব নোৱাৰাৰ কাৰণে ছাত্ৰ-ছাত্ৰীৰ চাৰি-পাঁচ মাহ অবাবত যোৱাটো সাধাৰণ কথাত পৰিণত হৈছে। ভাষাটোক বিজ্ঞানসম্মত ৰূপ দিয়াৰ কাম এতিয়াও বাকী। এইবোৰ বৌদ্ধিক কাম কৰাত আমাক কোনে বাধা দিছে? অসমীয়া আৰু বঙলা ভাষাৰ ভেটি সমানেই সুদৃঢ়। অথচ বঙলা ভাষা-সাহিত্যই বিশ্বজোৰা-খ্যাতি অৰ্জন কৰিছে— ন ন প্ৰতিভাৰ সৃষ্টি কৰিছে। অশেষ বৌদ্ধিক শ্ৰমেৰে বাঙালী বুদ্ধিজীৱীয়ে গঢ়ি তুলিছে উচ্চমানৰ সাহিত্য সংস্কৃতিৰ উপৰিসৌধ। সেয়ে আজি অসমৰ পাঠকে বৌদ্ধিক খোৰাক বিচাৰি বঙলা সাহিত্যলৈ হাত মেলে।

'কাতিমহীয়া ভাতৰ বাবে হ'বলগীয়া সময়ত ভাষাৰ বাবে হোৱা এনে সৰ্বাত্মক আন্দোলনে' অসমীয়া ভাষাৰ কি উন্নতি কৰিলে, জাতিটোৰেই বা কি উপকাৰ সাধিলে সেইটো জাতীয়তাবাদৰ অ আ ক খ চিনি নোপোৱা মানুহেও বুজি পাইছে। শ্ৰীশইকীয়াই বোধকৰো জানে যে ব্ৰিটিছে জাতীয় পুঁজিৰ বিকাশত বাধা দিয়াৰ ফলত অসমীয়া মধ্য শ্ৰেণীয়ে ব্ৰিটিছ শাসনৰ সহযোগী হৈ থাকি, ভাষা-সংস্কৃতিৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামৰ যোগে অসমত নিজ শ্ৰেণীৰ প্ৰভুত্ব প্ৰতিষ্ঠা কৰিছিল। সেই সংগ্ৰামৰ বস্তুগত ভিত্তিও আছিল। স্বাধীনতা লাভৰ পিছত ৰাজনৈতিক ক্ষমতা লাভ কৰি, সেই নেতৃত্বৰ বলতে মধ্য শ্ৰেণীয়ে নিজৰ প্ৰভুত্ব বচাই ৰাখিছে। ৰাজনৈতিক নেতৃত্ব বিহনে বৰ্ণ হিন্দুপ্ৰধান মধ্য শ্ৰেণীৰ প্ৰতিষ্ঠিত প্ৰভুত্ব নিৰাপদ নহয়। ৰাজনৈতিক নেতৃত্ব বচাই ৰখাৰ গৰজতে মধ্য শ্ৰেণীয়ে ঊনবিংশ শতিকাৰ সাংস্কৃতিক আন্দোলনৰ ঐতিহ্যক জীয়াই ৰাখিছে বুলি অনুমান কৰাৰ থল আছে। ৰাজ্য ভাষা, শিক্ষাৰ মাধ্যম আন্দোলনৰ আগত অসমৰ ৰাজনৈতিক নেতৃত্বত দেখা দিয়া সংকট আৰু বিভাজন উল্লেখযোগ্য।

৮ নং প্ৰশ্ন সম্পৰ্কে কওঁ- প্ৰতিটো জনগোষ্ঠীয়ে নিজক স্বাধীনভাৱে বিকশিত কৰাৰ অধিকাৰসহ, সকলোৱে আৰ্থিক উন্নতি আশা কৰিব পৰা কাৰ্যসূচী আৰু জনগণৰ আদৰ্শৰ ভিত্তিত সংগঠিত আন্দোলনেহে জাতি সমস্যাৰ

সমাধানৰ পথ প্ৰশস্ত কৰিব পাৰিব বুলি আমাৰ ধাৰণা। কাৰণ তেনে আন্দোলন অনিবাৰ্যভাৱে দেশী-বিদেশী শোষক শ্ৰেণী আৰু অগণতান্ত্ৰিক ব্যৱস্থাৰ বিৰুদ্ধে পৰিচালিত হ'বলৈ বাধ্য। শ্ৰীশইকীয়াই মনত ৰখা ভাল, বড়ো, কাৰ্বি আদি জনগোষ্ঠীসমূহৰ মধ্য শ্ৰেণীৰ যুঁজখন অসমীয়া মধ্য শ্ৰেণীৰ ৰাজনৈতিক নেতৃত্বৰ বিৰুদ্ধেহে অসমীয়া জনসাধাৰণৰ বিৰুদ্ধে নহয়। তেওঁলোকেও বিচাৰে নিজৰ মানুহখিনিক নেতৃত্ব দিবলৈ প্ৰভুত্ব প্ৰতিষ্ঠা কৰিবলৈ। গতিকেই বৰ্ণ হিন্দু প্ৰধান অসমীয়া মধ্য শ্ৰেণীৰ ৰাজনৈতিক নেতৃত্ব প্ৰত্যাহ্বানৰ সম্মুখীন হৈছে। ইয়াৰ সমাধান ঊনবিংশ শতিকাৰ সাংস্কৃতিক আন্দোলনে জন্ম দিয়া অসমীয়া জাতীয়তাবাদৰ সাম্ৰাজ্যবাদমুখী ঐতিহ্যই দিব নোৱাৰে। তাৰ বিপৰীতে সেই জাতীয়তাবাদৰ বিচ্যুতিসমূহ প্ৰত্যাখ্যান কৰি, কৃষক বিদ্ৰোহৰ ঐতিহ্যৰ ভিত্তিত আজি অসমৰ জনগণৰ ভৱিষ্যৎ বিকাশৰ আন্দোলন সংগঠিত কৰাৰ ওপৰতে জাতি সমস্যা সমাধান নিৰ্ভৰ কৰিছে বুলি আমাৰ ধাৰণা।

শেষত কওঁ, কাৰোবাক হেয় কৰি, কাৰোবাক সন্তুষ্ট কৰি বা প্ৰশংসা কৰি আমি ভোট বিচাৰি নাযাওঁ- সেই বাসনা আমাৰ নাই। আৰু এষাৰ কথা উল্লেখ কৰি থোৱা ভাল যে শ্ৰীশইকীয়াৰ কথাৰ উত্তৰ দিয়াৰ প্ৰয়োজনবোধ কৰা নাছিলো তিনিটা কথাৰ কাৰণে। প্ৰথম- শ্ৰীশইকীয়া অসমীয়া জাতিৰ অভিভাৱক নহয়। (তেখেতৰ বক্তব্যৰ ভাষা আৰু সুৰ অভিভাৱকৰ।) দ্বিতীয়— অসমীয়া ভাষা-সংস্কৃতি কাৰো একচেটিয়া সম্পত্তি নহয়। সেই সম্পত্তি ৰক্ষা কৰা আৰু তাৰ বিকাশ সাধনৰ কাৰণে যত্ন কৰা সকলোৰে অৱশ্যে কৰ্তব্য কিন্তু তাক ৰক্ষা কৰাৰে কাৰণে অসমীয়া ৰাইজে শ্ৰীশইকীয়াক বিশেষভাৱে দায়িত্ব দি থোৱা নাই। তেখেতে আমাক প্ৰশ্ন সোধা ধৰণলৈ লক্ষ্য কৰিলে তেনে ধাৰণা হয়। তৃতীয়— বিভিন্ন জনগোষ্ঠীসহ অসমৰ ৰাইজৰ ঐক্য-সংহতি আৰু কল্যাণহে আমাৰ লক্ষ্য— কোনো ব্যক্তি বিশেষ আমাৰ লক্ষ্য নহয়। কিন্তু ইতিমধ্যে দুজন ব্যক্তিয়ে কিছু কথা উল্লেখ কৰাত আমিও দুআষাৰমান লিখিবলৈ বাধ্য হ'লো। এই বিষয়ে বহল আলোচনা নকৰি ইমানতে সামৰিলো।

## পৰিশিষ্ট-খ

## অসম সাহিত্য সভা প্ৰসংগ

[১৯৬৪ চনৰ জুন সংখ্যা (৪ৰ্থ বছৰ ১০ম সংখ্যা) 'আমাৰ প্ৰতিনিধি'ৰ মৌসৰা' শিতানত সম্পাদক পদ্ম বৰকটকীয়ে অসম সাহিত্য সভাৰ ডিগবৈ অধিবেশনৰ বিষয়ে বহলাই আলোচনা কৰিছিল। সেই আলোচনা পঢ়ি

তলৰ চিঠিখন সম্পাদকলৈ লিখা হৈছিল। ৪ৰ্থ বছৰ ১১শ সংখ্যা, জুলাই ১৯৬৪ 'আমাৰ প্ৰতিনিধি'ত চিঠিখন প্ৰকাশ হৈছিল।]

## অসম সাহিত্য সভা ঃ ডিগবৈ অধিৱেশন

**শ্ৰদ্ধেয় সম্পাদক ডাঙৰীয়া,**

অসম সাহিত্য সভাৰ ডিগবৈ অধিবেশনলৈ গৈছিলো। এই অধিৱেশন সম্পৰ্কে লিখিম বুলি ভাবি আকৌ মনে মনে থাকিলো, আজি (১০-৬-৬৪) "আমাৰ প্ৰতিনিধি"ৰ আপোনাৰ মৌ-সৰাত মোৰ মনৰ কথা পাই, এয়া লিখিব খুজিছোঁ।

একমাত্ৰ "আমাৰ প্ৰতিনিধি"ৰ বাহিৰে অসমীয়া বাতৰি কাকত, আলোচনী ক'তো ডিগবৈ অধিবেশনৰ বিষয়ে এটা স্পষ্ট অভিমত পঢ়িবলৈ পোৱা নগ'ল। ইয়াৰ মূলতে হ'ল সকলো কথা স্পষ্টভাৱে দাঙি ধৰিলে খ্যাতনামা সাহিত্যিকৰ পৰা প্ৰবন্ধাদি পোৱাৰ পৰা বঞ্চিত হ'ব লাগিব। আপোনাৰ "মৌ-সৰা" পঢ়ি আপোনালৈ আন্তৰিক ধন্যবাদ জনাইছোঁ। আপোনাৰ "সব্যসাচী" উপাধি উপযুক্ত হৈছে। সমাজবাদী লেখক সব্যসাচী বৰকটকীৰ শৰে যাতে অসমীয়া সাহিত্যিকৰ ভুৱা আভিজাত্য ওফৰাই পেলাব পাৰে তাকে আশা কৰোঁ।

বিষয় বাছনি সভাত যোগদান কৰি প্ৰতিনিধি শিবিৰ পাই এটা কথাই মনলৈ আহিছিল। ডিগবৈ তেল নগৰ চোৱাৰ হেঁপাহ নাছিল— আছিল, ন-পুৰণি সাহিত্যিক সাহিত্যানুৰাগী সকলোকে দেখা পাই তেখেতসকলৰ বিভিন্ন বিষয়ৰ আলোচনা শুনাৰ। দুখৰ বিষয়, সকলোবোৰ আশাৰ মূৰত চেঁচা পানী ঢালি এই অধিবেশনে সাহিত্য সভাৰ ভিতৰৰ স্বৰূপটোহে বাইজৰ আগত দাঙি ধৰিলে। সাহিত্য সভাৰ নিচিনা এটা ভাবগম্ভীৰ অনুষ্ঠানৰ বিষয় বাছনি সভা যে এনে হ'ব, ধাৰণাই কৰিব পৰা নাছিলো। দুদিনীয়া বিষয় বাছনিৰ কাম কাৰ্য্যনিৰ্বাহিক সমিতিয়ে জোৰ কৰিয়েই তিনি ঘণ্টাত শেষ কৰিলে। সভাৰ কাম সোনকালে শেষ কৰাত, সেই দিনাৰ সভাপতি শ্ৰীপৰাগ চলিহাই বেছ আগ-ভাগ লৈছিল। তাতকৈ বিশেষ মন কৰিবলগীয়া কথা হ'ল যে বিষয় বাছনি সভাত ছটা প্ৰস্তাৱ গ্ৰহণৰ বাহিৰে আন কোনো কথাৰে সম্পূৰ্ণ আলোচনা নহ'ল। যদি প্ৰস্তাৱ গ্ৰহণেই বিষয় বাছনি সভাৰ মূল উদ্দেশ্য হয় (যিটো কাম কাৰ্য্যনিৰ্বাহিক সমিতিয়ে আগতেই ঠিক কৰি আনে) তেন্তে, সেই কাম কাৰ্য্যনিৰ্বাহিক সমিতিয়ে কৰি, বিষয় বাছনি সভা উঠাই দিয়াই ভাল বুলি ভাবো। প্ৰস্তাৱ গ্ৰহণত যি হাই-কাজিয়াৰ সৃষ্টি হ'ল, সেইবোৰে সাহিত্য সভাৰ

ভিতৰখন প্ৰতিনিধিসকলক দেখুৱালে। কাৰ্য্যনিৰ্বাহক সমিতিয়ে সকলো কাম আগতেই ঠিক কৰি আনিছে বুলি বিভিন্ন ঠাইৰ পৰা অহা প্ৰতিনিধিসকলৰ প্ৰশ্নাদি 'কলিঙেৰে' চেপেটা কৰাৰ কথা আপুনি ঠিকেই কৈছে। কাৰ্য্যনিৰ্বাহক সমিতিৰ প্ৰধান সম্পাদকে প্ৰায়বোৰ প্ৰশ্নৰ উত্তৰ বিৰক্তিৰে দিছিল। প্ৰধান সম্পাদকে যি সুৰত যেনে ধৰণে প্ৰতিনিধিসকলৰ প্ৰশ্নৰ উত্তৰ দিছিল, সেয়া তেনে এটা ভাবগম্ভীৰ অনুষ্ঠানত অশোভনীয়।

সভাপতি মহোদয়ে মুকলি অধিবেশনত কৈছিল "চৰকাৰলৈ কৰা এই শেষ দাবীৰ লগে লগে (ৰাজ্যিক ভাষা প্ৰচলন কৰা) অসমীয়া ভাষাৰ চেনেহৰ সেৱক-সেৱিকাসকলৰ সংশ্লিষ্ট সমষ্টিক অনুৰোধ কৰো, বিযাবাৰু, সেৱা-সকামলৈ নিমন্ত্ৰণ কৰোঁতে, অঙ্ক, ভুগোল, ইতিহাস আদি বিষয়সমূহ অসমীয়া মাধ্যমেৰে পঢ়াই পৰীক্ষাত প্ৰশ্ন কাটোতে, আৰু যেন ইংৰাজী ব্যৱহাৰ নকৰে।" সভাপতি মহোদয়ৰ অন্তৰৰ এই কাতৰ আহ্বানক অসমীয়া ভাষা সাহিত্যৰ চেনেহৰ সেৱকে সহানুভূতিৰ চকুৰে চাব বুলি বিশ্বাস নহয়। তেখেতৰ সম্মুখতে, বিষয়বাছনি সভাত পৰীক্ষাৰ প্ৰশ্ন কাকতৰ ভাষাৰ প্ৰশ্নটো উঠাত, প্ৰসঙ্গক্ৰমে বি টি পৰীক্ষাৰ "মাতৃভাষা শিক্ষা পদ্ধতিৰ" প্ৰশ্নখনৰ ইংৰাজী ভাষাৰ কথাটো আলোচনাৰ কাৰণে দাঙি ধৰা হৈছিল। দুখৰ বিষয়, সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰধান সম্পাদক শ্ৰীমহেশ্বৰ নেওগদেৱে সভাপতি থকা সত্ত্বেও বহাৰ পৰাই কথাৰ মাজতেই প্ৰশ্ন কৰিছিল "বি. টি. পৰীক্ষাৰ্থী-সকলে ইংৰাজী নাজানে নেকি?" আমি তেখেতক সোঁৱৰাই দিব খোজো যে সেইটো এটা ভাবগম্ভীৰ অনুষ্ঠান, আমাৰ ভাষা-সাহিত্যৰ সমস্যা আদিৰ বিষয়ে আলোচনা কৰাৰ কাৰণে অনুষ্ঠিত হৈছিল। সকলোৱে ভাবিছিল মনৰ কথাবোৰ দাঙি ধৰি সুধীসমাজে আলোচনা কৰি আমাক পথ দেখুৱাব। কিন্তু তাৰ পৰিৱৰ্তে (প্ৰেৰণাৰ পৰিৱৰ্তে) প্ৰতিনিধিসকলে বিষয় বাছনি সভাত নিজৰ অনুভূতিক ক্ষুণ্ণ কৰি আনিব লগা হ'ল। এনে অনুষ্ঠানৰ প্ৰতি কাৰ আগ্ৰহ থাকিব পাৰে?

সভাপতিয়ে এই কথাটো (বি. টি. প্ৰশ্নত ভাষাৰ কথা) প্ৰস্তাৱ আকাৰে লোৱা নাছিল কাৰণে তাৰ ওপৰত কোনো আলোচনা হ'ব নোৱাৰে বুলি সিমানতে বন্ধ কৰি থলে। আমি দেখাত সভাপতিৰ চিন্তা, কেনেকৈ সভাৰ কাম কম সময়তে শেষ কৰি সভা ভঙ্গ কৰিব পাৰি। সেয়ে কোনো কথাৰে আলোচনা হোৱাৰ সৌভাগ্য প্ৰতিনিধিসকলৰ নঘটিল।

সেইদিনা শ্ৰীনেওগদেৱক উত্তৰ দিয়াৰ দুৰ্ভাগ্য নঘটিল, সেয়ে আজি আপোনাৰ আলোচনীৰ যোগেদি তেখেতক সোঁৱৰাই দিব খোজো যে সাহিত্য

সভাৰ নিচিনা এটা ভাব গম্ভীৰ জাতীয় অনুষ্ঠানত তেনে ধৰণৰ প্ৰশ্ন কৰিবলৈ সেই অধিকাৰ ক'ত পালে? অন্ততঃ শ্ৰীনেওগদেৱৰ নিচিনা লোকৰ মুখত সেইবোৰ কথা আশা কৰা নাছিলো।

আলোচনা চক্ৰত অসমৰ লেখতলবলগীয়া ঔপন্যাসিক কেইবা-গৰাকীয়েও অংশগ্ৰহণ কৰিব বুলি শুনি খুব আগ্ৰহেৰে গৈছিলো। বৰকটকীদেৱে কোৱাৰ দৰেই কওঁ, 'নিৰাশ হ'লো'। ডঃ মুলকৰাজ আনন্দৰ বাহিৰে, আমাৰ সকলোৰে পৰিচিত চাৰিগৰাকী প্ৰিয় ঔপন্যাসিকে আলোচনা চক্ৰত অংশগ্ৰহণ কৰিছিল। অভ্যৰ্থনা সমিতিয়ে প্ৰকাশ কৰা "উপন্যাস সাহিত্য" পুস্তিকাখনৰ বিষয়ে ক'ব খোজা নাই, ক'ব খুজিছো আলোচনা চক্ৰত হোৱা আলোচনাৰ সম্পৰ্কেহে। বৰকটকীদেৱে আচল কথাকেই কৈছে যে— "উপন্যাস আৰু মানুহ" বক্তব্যত ধীৰেন ভট্টাচাৰ্যই উদাহৰণ দিবলৈ অসমীয়া এখনো উপন্যাস বিচাৰি নাপালে। আটাইবোৰ ইংৰাজী। শ্ৰীবীৰেন ভট্টাচাৰ্য আৰু শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া দুয়োৰে আলোচনাখিনি শুনি ধৈৰ্য্যৰ বান্ধ সুলকি গ'ল। আলোচনাৰ নামত, দুয়োগৰাকী ঔপন্যাসিকে কিমান ইংৰাজী উপন্যাস পঢ়িলে তাৰে তালিকা এখন দাঙি ধৰাতহে ব্যস্ত হৈ পৰিল। সেই বিষয়ত অসমীয়াত যথেষ্ট কিতাপ থকা সত্ত্বেও তাৰ নাম ল'বলৈ বেয়া পোৱা বহুত সাহিত্যিক ওলাব। শ্ৰীমালিকদেৱৰ আলোচনাখিনি বেছ সৰস আছিল আৰু প্ৰায় সকলোৰে মন আকৰ্ষণ কৰিছিল। শ্ৰীমালিক আৰু শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীদেৱৰ বাহিৰে আশা কৰি যোৱা ঔপন্যাসিক দুগৰাকীয়ে দৰ্শকৰ ধৈৰ্য্যচ্যুতিহে ঘটালে। আলোচনা চক্ৰৰ সভাপতি দেৱকান্ত বৰুৱাৰ চমু ভাষণ সৰস হৈছিল?

এদিন এগৰাকী শিক্ষকে কৈছিল- "বুজিছে, অসমত সাহিত্য চৰ্চাৰ নামত 'Intellectual Snobbery' চলিছে।" সেইদিনা আলোচনা চক্ৰত নীৰব শ্ৰোতা হৈ বহি থাকোঁতে শিক্ষকগৰাকীৰ সেই কথাষাৰেই মনলৈ আহিছিল।

**প্ৰফুল্ল চন্দ্ৰ মহন্ত**

**নগাঁও, ১১-৬-৬৪**

আমাৰ এই চিঠিখন প্ৰকাশ হোৱাৰ পিছত জনৈক ব্যক্তিয়ে 'আমাৰ প্ৰতিনিধি'ৰ সম্পাদকলৈ লিখা চিঠিত আমাৰ বক্তব্যৰ প্ৰতিবাদ জনাই লিখিছিল—

১১শ সংখ্যাৰ মহন্তৰ ঘৰলৈ আহোঁ এতিয়া। মহন্তই "মৌসৰা" বৰ ভাল পাইছে। পাওক। আপোনাৰ "সব্যসাচী উপাধী" confirm কৰি আনন্দ

পাইছে। পাওক। তেওঁ "অসমীয়া সাহিত্যিকৰ ভুৱা আভিজাত্য"ত বৰ আতঙ্কিত হৈছে। আমি ভাবো যে এই আতঙ্কৰ পৰা তেওঁ আৰোগ্য হোৱাটো আৱশ্যকীয়। "সাহিত্য সভাৰ ভিতৰৰ স্বৰূপটো" দেখি মহন্তই যে মহাপুৰুষৰ "ভয়ঙ্কৰ ৰূপ দেখিয়া তোমাৰ ... সদায়ে ধাতু উৰায়" পদ গাবলগীয়া হৈছে, বৰ দুখ পাইছোঁ। কিন্তু তেওঁৰ দৃষ্টিভঙ্গীৰ বিষয়ে আমাৰ বহুত প্ৰশ্ন হৈছে। প্ৰতিনিধি পত্ৰ-লেখক এই 'ভিতৰৰ স্বৰূপ'ৰ খোলাটোত নে শাহটোত? সাহিত্য সভাক "ভাব গম্ভীৰ অনুষ্ঠান" বুলি অভিনন্দিত কৰা হ'ল। কিন্তু কথাটোৰ অৰ্থ হ'ল কি? সভাত কাম সোনকালে শেষ কৰাত আগ ভাগ লোৱা সভাপতিৰ কাম নহৈ কাৰ কাম হ'ব লাগে? ৰুলিং দিয়া সভাপতিৰ অবৈধ কৰ্ম নে? কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰধান সম্পাদক কোন? সভাৰহে তেনে এজন বিষয়া বা চাকৰিয়াল আছে বুলি আমাৰ খবৰ আছে।

সভাপতি ডাঙৰীয়াই পৰীক্ষাৰ প্ৰশ্ন কাটোতাসকলক অসমীয়াত প্ৰশ্ন কাটিবলৈ যি "অন্তৰৰ কাতৰ আহ্বান" জনালে (এইটো পত্ৰ-লেখকৰ আখ্যা, সভাপতিয়ে "অনুৰোধ"হে কৰিছিল) সি হ'ল ১৮ এপ্ৰিলৰ ঘটনা। বিষয়বাছনি সভা হ'ল ১৭ তাৰিখে। গতিকে ১৮ তাৰিখৰ উক্তিৰ দ্বাৰা ১৭ তাৰিখৰ কাৰ্য্য অনুশাসিত হোৱাৰ সম্ভাৱনা মহন্তই দেখা পাইছেনে? দ্বিতীয়তে ১৭ তাৰিখৰ কাৰ্যনিৰ্বাহক সমিতিৰ অধিবেশনত আৰু বিষয় বাছনি সভাত স্বয়ং উপস্থিত থকা সভাপতিয়ে প্ৰশ্ন কাকত সম্পৰ্কীয় স্বকীয় মত লুকুৱাই ৰাখি যেতিয়া প্ৰস্তাৱৰ প্ৰসঙ্গত দহৰ লগতে নিজক মিলাই দিয়ে, বেচেৰা প্ৰধান সম্পাদকটিয়ে কৰে কি? যদি সম্পাদকে "বি. টি. পৰীক্ষাৰ্থীসকলে ইংৰাজী নাজানে নেকি" বুলি প্ৰশ্ন কৰে, সেই প্ৰশ্নৰ দোষ কি? সি unparliamentarian নে অপ্ৰাসঙ্গিক নে অবৈধ নে অনৰ্হ? এই প্ৰশ্ন কিয় অশোভন হ'ব পাৰে তাক মহন্তই বুজাই দিব পৰা নাই আৰু নোৱাৰে। বৰ্তমান প্ৰধান সম্পাদকৰ দৰে বিনয়ী ভাষা কোনোজনেই সম্পাদকীয় প্ৰতিবেদনত ব্যৱহাৰ কৰা নাই। চাৰিটা শব্দ উচ্চাৰণ কৰোঁতে "সভাপতি থকা সত্ত্বেও বহাৰ পৰাই" প্ৰশ্ন কৰা কি অপদ্ঘাত কথা হ'ল? প্ৰশ্নটোৰ দ্বাৰা বি. টি. পৰীক্ষাৰ্থীক হেয় ভাব কৰা হোৱা নাই, বৰং প্ৰশংসাহে কৰা হৈছে। অসমীয়াত পৰীক্ষাৰ প্ৰশ্ন কটা বিষয়ে নানা প্ৰশ্নই হ'ব পাৰে। আমি জনাত বি. টি.ৰ সকলো বিষয়ৰ প্ৰশ্ন ইংৰাজীতে হয় আৰু তেনে কৰাত প্ৰশ্নৰ মান আৰু সামঞ্জস্য ৰখাত আৰু moderation কৰাত সুবিধা। যেতিয়ালৈকে অসমীয়া উক্ত পৰীক্ষাৰ মাধ্যম নহয়, তেতিয়ালৈকে এনে সুবিধা অসুবিধাৰ কথা নিশ্চয় থাকিব। অসমীয়া শিক্ষকৰ প্ৰশ্ন অনা-অসমীয়া লোকেও কৰিব পাৰে নিশ্চয়। প্ৰধান সম্পাদকক ভুল কথা ক'লে বুলিয়েই মহন্তই কিয় মানিব। গতিকে আন নিয়ম বা

আৱশ্যকতাই বাধা নিদিলে, সকলো কথাৰে মুকলি আলোচনা হ'ব লাগে এয়ে আমাৰ দৃঢ় মত। কিন্তু বিষয় বাছনি সভালৈ সহজে "ক্ষুণ্ণ" হোৱা "অনুভূতি"ৰ টোপোলা লৈ যোৱাতকৈ চিন্তা আৰু বুদ্ধি শক্তিক আগ কৰি নিয়াহে অধিক প্ৰয়োজনীয়। কাৰণ অনুভূতি সদায় ঠুনুকা। চিন্তা আৰু বুদ্ধিহে খুন্দা খালেও অধিক উদ্দীপ্ত হৈ উঠে।

আলোচনা চক্ৰত পত্ৰলেখক হতাশ হোৱাত বেয়া পাইছোঁ। আলোচনাত সকলোৱে সমান প্ৰখৰতাৰে আগবঢ়া সহজ নহয়, কঠোৰ চিন্তাৰ মাজত অলপ সহজ ভাষাৰ সহজ কথাও নালাগে জানো? বীৰেন ভট্টাচাৰ্য্য আৰু চন্দ্ৰ শইকীয়াই নিজে পঢ়া ইংৰাজী উপন্যাসৰ নাম কোৱাত আমি দোষ একো দেখা নাই। তেওঁলোকৰ কাম আছিল উপন্যাস- সাহিত্যৰ একোটি দিশত পোহৰ পেলোৱাটো। যদি সেইটোত তেওঁলোকে কৃতকাৰ্য হ'ব পৰা নাই, তেতিয়াহে মহন্তদেৱে দূষিব লাগিছিল। জানিবা সিসকলৰ সেই ফালেও অপৰাধ লাগিল, তথাপি মহন্তৰ "ক্ষমাসে ভূষণ"।

-বিয়াগোম সাহিত্যিক-

["আমাৰ প্ৰতিনিধি"- ৫ম বছৰ ১ম সংখ্যা ছেপ্টেম্বৰ ১৯৬৪]

আমাৰ উত্তৰ :

বিয়োগম সাহিত্যিক, নমস্কাৰ

সম্পাদক,

অসম সাহিত্য সভাৰ ডিগবৈ অধিবেশনৰ বিষয়ে লিখা, "বিয়াগোম সাহিত্যিকৰ" বিয়াগোম চিঠিখন পঢ়িলোঁ। পত্ৰলেখক সাহিত্য সভাৰ ভিতৰ চ'ৰাৰ নহলেও, তালৈকে যাব পৰা বা তাত অংশগ্ৰহণ কৰিব পৰা এজন বুলি, চিঠিখনৰ পৰাই কিছু বুজিব পৰা গৈছে। সাহিত্যিক নহওঁ,– সাধাৰণ ৰাইজৰ মাজৰে এজন। সেয়ে বিয়োগম সাহিত্যিক" দেৱে পাণ্ডিত্যপূৰ্ণ চিঠিখনিত ৰাইজক অৱহেলা কৰা দেখি, দুবাৰমান লেখিব খুজিছোঁ।

আধুনিক সাহিত্যিকক, শিল্পীক কৰা আহ্বানেই বিয়াগোমদেৱ যে 'পৌৰাণিক' তাক ভালদৰেই বুজাই দিছে। পৌৰাণিকসকল আমাৰ পথ প্ৰদৰ্শক, তেখেতসকলক আমি সদায়ে শ্ৰদ্ধা কৰি আহিছো আৰু সেই শ্ৰদ্ধা আগলৈকো অটুট থাকিব। কেইজনমান উৰা বাতৰি দিওঁতা সাংবাদিক আৰু এজন সাধাৰণ পাঠকৰ কথাৰ সমালোচনা কৰিবলৈ গৈ বিয়াগোমদেৱে, "পৌৰাণিক

সাহিত্যিক” খিতাপটোৰ সন্মান নষ্ট হোৱাৰ ভয়ত, ছদ্মবেশ ধাৰণ কৰিব লগা হ'ল। এয়া জানো আভিজাত্যৰ মোহ নহয়? আধুনিক সাংবাদিক কেইজনে আৰু মই যেনিবা মিছাই এসোপা লিখিলোঁ, পৌৰাণিক বিয়াগোমদেৱে কিয় কথাখিনি সহজ ভাৱে বুজাই নিদি, কিছুমান শব্দৰ ফুলজাৰি মাৰি, নিজৰ পাণ্ডিত্যৰ পৰিচয় দি, সত্যক গোপন কৰিবলৈ চেষ্টা কৰিলে?

“সাহিত্য সভাই এতিয়াও সাহিত্যত monopoly ঘোষণা কৰা নাই”। কৰিছেনে নাই বিয়াগোমদেৱৰ চিঠিখনেই প্ৰমাণ কৰিলে। আগতে যদি ৰাইজৰ মনত খোকোজা আছিল, এতিয়া আৰু নাই। পত্ৰখনে, বিয়াগোমদেৱৰ লেখিয়া সাহিত্যিক-সকলৰ কথাই সঁচা, আনবোৰৰ মিছা, তাকেই ক'ব খুজিছে। নিজৰ দোষ কিছুমান আদ্ভুত প্ৰশ্ন আৰু যুক্তিৰে আঁতৰাবলৈ গৈ বিয়াগোমদেৱে ৰাইজক থকা সৰকা কৰিলে। সেয়া কাম তেখেতৰ নহয়, যিহেতু তেখেত সাহিত্য সভাৰ ভিতৰ চ'ৰাৰ ভিতৰৰ কথাৰ গোন্ধ পোৱা লোক। আমাৰ প্ৰতি তেওঁলোকৰ কৰ্তব্য আছিল এখন সুস্থ বিৰ্তকৰ অৱতাৰণা কৰি অতীত-বৰ্তমান দুয়োটাকে প্ৰাপ্য মৰ্য্যাদা দিয়াটো। সাহিত্যিকৰ পাগুৰি পিন্ধি বহুৱা ওলালে নহব। মোক বাদ নিদিয়াকৈ কওঁ, ৰাইজে তেখেতসকলক গুৰি বঠা ধৰি সাহিত্য-নাও বাই লৈ যাবলৈ আগবঢ়াই দিছে, সেয়া জানো তেখেতসকলে অস্বীকাৰ কৰিব পাৰিব। “আধুনিকসকল আহক, ইয়াক capture কৰক, সাহিত্যৰ শ্ৰীবৃদ্ধি কৰক”। ইমান দিন সাহিত্যৰ বজাৰখন পৌৰাণিকসকলেই capture কৰি আছিল নেকি? এই বিদ্ৰূপবাণ বিয়াগোমদেৱে আধুনিক-সকলৰ ওপৰত নিক্ষেপ কৰা নাইনে?

শ্ৰীদেৱ বৰুৱাক যুগশ্ৰেষ্ঠ কবি ৰূপে (উপন্যাস সাহিত্যৰ ওপৰত হোৱা) আলোচনা চক্ৰলৈ সভাপতি মাতি তেখেতক সন্মান জনালে। ৰাজ্যভাষাৰ কাৰণে সভাই 'ৰণং দেহি ডাক' দি অসম চৰকাৰৰ টোপনি ভাঙিলে। তাৰ বাবে ৰাইজ সাহিত্য সভাৰ ওচৰত কৃতজ্ঞ। Intellectual মন্ত্ৰীক সন্মান জনালোঁ, ভাষাৰ কাৰণে ৰণং দেহি ডাক দিলোঁ, কিন্তু স্বাধীনতাৰ এই ১৭ বছৰে আমি আমাৰ ভাষাই দেশত প্ৰাপ্য মৰ্য্যাদাকণ পাইছে নে নাই তাক ভাবি চালোঁ নে? বিয়াগোমদেৱক সোঁৱৰাই দিব নোখোজে যে আমাৰ Intellectual মন্ত্ৰী আছে, আমাৰ এখন সাহিত্য সভা আছে? এই বুলি জয়ঢোল কোবাই ফুৰিলে হ'ব জানো, ইফালে দেশত, বিশ্ববিদ্যালয়ত, শিক্ষানুষ্ঠানত অসমীয়া ভাষা, অসমীয়া ভাষা হৈ জীয়াই থকা নাই। Intellectual মন্ত্ৰী থকা চৰকাৰ, যিখন চৰকাৰে সৌ সিদিনা অসমীয়া ভাষাক ৰাজ্য ভাষা হিচাপে ঘোষণা কৰি ৰাইজক ভুৱা দিলে, সেইখন

চৰকাৰেই, 'খাদ্য-বস্তুৰ অপমিশ্ৰণত বাইজক সতৰ্ক কৰি দিয়াৰ জাননীখন দিছে ইংৰাজীত।' এইখনেই অসম, বৃটিছ ৰাজত্ব শেষ হোৱা সোতৰ বছৰ হ'ল। আৰু উদাহৰণ শুনক, বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ প্ৰশ্ন কাকত কেইখনৰ 'বহুৰূপী' (এডোখৰ অসমীয়া এডোখৰ ইংৰাজী, এটা শব্দ অসমীয়া এটা শব্দ ইংৰাজী) অৱস্থাৰ অৱসান নঘটিল। নমুনাৰ কাৰণে (ডিগবৈ অধিৱেশনৰ পিচত হোৱা) এম.এ. পৰীক্ষাৰ অসমীয়াৰ প্ৰশ্ন এটিৰ এটি অংশ তুলি দিলোঁ— "Give the leading ideas of the poems entitled সুন্দৰৰ লীলা, চিৰসুন্দৰ and সুন্দৰৰ উপাসনা।" প্ৰশ্ন কাটোতাসকল অসমীয়া নহয় জানো? সম্পূৰ্ণ অসমীয়া হোৱা হলে কি জাত গ'লহেঁতেননো? আমাৰ সকলোবোৰ কামেই প্ৰাণ শূন্য, কৰ্তব্য বুলিয়েই কৰা হৈছে কামবোৰ অন্তৰৰ দাবী নহয়। অন্তৰৰ দাবী আৰু কৰ্তব্যৰ মাজত থকা পাৰ্থক্যকণ পত্ৰলেখকে বুজি পায় বোধকৰোঁ।

আলোচনাচক্ৰৰ কথা কবলৈ গৈ বিয়াগোমদেৱে কেৱল শ্ৰীবৰুৱা-দেৱক ভাল পায়, আনে বেয়া পায় তাকে দেখুৱালে। সাংবাদিকসকলেও বৰুৱাদেৱক বেয়াকৈ দেখুৱাব খোজা নাছিল আৰু দেখুৱা নাই। মাত্ৰ বিয়াগোমদেৱৰ দৰে তোষামোদ কৰি সংবাদ নেলেখি পোনপটীয়াকৈ লেখিলে। সেই বুলিয়েই যে তেওঁলোকে বৰুৱাদেৱাক বেয়া পায়, তেনে ভবাটো ভুল হ'ব। আমি সদায় কথাবোৰ সমূহীয়াভাৱে নেচায় ব্যক্তিগত আক্ৰোশ হিচাপে লৈ তাৰ প্ৰতিশোধ লবলৈ বিচাৰোঁ।

ইংৰাজীতে ৰিপোর্টি লেখা ডেকা বন্ধুজনৰ বিষয়ে মই কি কওঁ বিয়াগোমদেৱে সুধিছে, অসমীয়াত এষাৰ কথা আছে "বৰককাই যেনি যায় সৰু ককাইয়ো তেনি যায়।"

"বিষয় বাছনি সভাৰ আলোচনা তিনিঘন্টাত শেষ কৰিব পৰাত কাৰ্য্য-কৰ্তাসকলৰ কৰ্মঠতাৰ আমি শলাগ লৈছিলোঁ ....।" উকতা প্ৰশংসা পত্ৰেৰে ফাকুৱা খেলা (কথাষাৰ ভাষাবিদ বাণীকান্ত কাকতিদেৱে ব্যৱহাৰ কৰিছিল) ৰীতিৰ পৰিৱৰ্তন হ'বনে? পত্ৰলেখক সভাত উপস্থিত থকাৰ কথা চিঠিখনিয়েই কৈছে, সেয়ে কওঁ আমি তালৈ "ঠিকাৰ কাম" কৰিবলৈ যোৱা নাছিলোঁ। দুদিনীয়া কাৰ্য্যসূচীৰ কাম তিনি ঘন্টাতে শেষ কৰি প্ৰশংসাৰ টোপোলা লোৱাতকৈ ধীৰে সুস্থিৰে কৰা হ'লে কি বৰ দৈৱাসন তল গ'লহেঁতেন নাজানো। কোনো কথাৰে আলোচনা সম্পূৰ্ণ হবলৈ নিদি কেৱল প্ৰস্তাৱ গ্ৰহণতে টনা-আজোৰা লগাই নিশা এঘাৰ বজালে, শেষত কোনোবাই কিবা ক'ব খুজিছিল যদিও এঘাৰ বজাৰ পিছত আশা বাদ দিলে। কোনোবাই প্ৰস্তাৱ

আকাৰে নোকোৱা কিবা কথা আলোচনাৰ কাৰণে দাঙি ধৰিলে আলোচনাৰ সুবিধা নিদি বন্ধকৰি ৰখাৰ নিয়ম বোধকৰোঁ সাহিত্য সভাৰ নিয়মাৱলীত নাই এবছৰৰ মুৰত সকলো দেখা দেখি হয়, — সকলোৱে বিচাৰে ধীৰে সুস্থিৰে আমাৰ সকলো সমস্যা, অসুবিধা আদি আলোচনা হোৱাটো। একেটা কথাকে চেপেটা কৰি প্ৰথম দিনাই নিশা এঘাৰ নবজাই সোনকালে শেষ কৰি পিছদিনালৈ থোৱা হলে বেছি ভাল আছিল, যিহেতু বিষয়বাছনি সভাৰ কাম কাৰ্য্যসূচীত দুদিনীয়াকৈ ধৰাও হৈছিল। পত্ৰলেখক সুধিব নোৱাৰো নে যে ঠিকাৰ কাম কৰা দি ততাতৈয়াখন কৰি "বাৰু হৈছে" "এয়া ইমানতে সামৰিলো— এতিয়া আমি নিমন্ত্ৰণৰ কথালৈ আহোঁ।" আদি উক্তিৰে কিয় কাৰ্য্যসূচী চমুৱাই পেলালে? কৰ্মঠতাৰ শলাগ লৈছে। লওক। পিচে পিচদিনালো কি বৰ কামবন কৰিলে? ৰুলিঙ দিয়া সভাপতিৰ অবৈধ নহয়— মানি লওঁ- কিন্তু প্ৰতিনিধিসকলক আলোচনাৰ পৰা বঞ্চিত কৰাৰ অধিকাৰ সভাপতি ডাঙৰীয়াই ক'ত পালে? আইন নাজানো সেয়ে কৈছোঁ। আলোচনাই তীব্ৰৰূপ লোৱাৰ মূলতে কাৰ্য্যকৰী কমিটিৰ কৰ্মকৰ্তাসকল নহয় বুলি বিয়াগোমদেৱে ক'ব পাৰিব জানো? তেখেতসকলৰ দুই-এজনৰ 'মইবৰ' ভাবেই সহজ আলোচনাৰ পৰা প্ৰতিনিধিসকলক বিৰত ৰখাৰ কথা কেনো প্ৰতিনিধিয়েই অস্বীকাৰ কৰিব নোৱাৰে। সাহিত্য সভাৰ অধিবেশন কথা চোবাবলৈ নহৈ কি কাঠ-বাঁহ কাটিবলৈনে? বিভিন্ন বিষয়ৰ আলোচনাও জানো কথা চোবাবলৈ নহয়? পত্ৰ-লেখক বিয়াগোমদেৱে বোধকৰোঁ জানে যে অসম সাহিত্য সভা ব্যৱসায়ৰ কেন্দ্ৰ নহয়, Busineess like মীমাংসালৈ আহিবলৈ আমি তালৈ P.W.D.ৰ ঠিকাৰ কাম কৰিবলৈ যোৱা নাছিলোঁ। সাহিত্যৰ ক্ষেত্ৰত Business like মীমাংসা নিবিচৰা নহয়, কিন্তু কি অৰ্থত পত্ৰ লেখকে Business like মীমাংসা বিচাৰিলে,সেই অৰ্থত আৰু' সেই ধৰণে নহয়। প্ৰস্তাৱ গ্ৰহণৰ কামখিনি সম্পাদকে যেনে ভাৱে কৰি আনিব লাগিছিল, তেনেভাবে কৰি অনা নহ'ল। যিমানবোৰ প্ৰস্তাৱ শাখাসভা বা আনফালৰ পৰা যায়, সকলোবোৰ চাই তাৰ ভিতৰত একেধৰণৰ যিবোৰ প্ৰস্তাৱ, সেইবোৰ একেলগ কৰি সভাই নামবোৰ ৰাখি এটা প্ৰস্তাৱ কৰিলে সুবিধা হয়। সেইদৰে সকলোবোৰ প্ৰস্তাৱ চাই বিষয়বাচনি সভাত পঢ়ি দি, তাৰ পিচত কাৰ্য্যকৰী কমিটিয়ে বছা প্ৰস্তাৱকেইটা সভাত গৃহীত হ'বৰ কাৰণে দাঙি ধৰিলে একো অসুবিধা নহয়। তাকে নকৰি ছয়টা প্ৰস্তাৱৰ ওপৰত টনা-আজোৰা লগাই, অবাবত বহুতখিনি সময় নষ্ট কৰা হ'ল। সেইবোৰতো প্ৰতিনিধিসকলৰ দোষ বুলিয়েই যদি কয় তেন্তে, আমাৰ ক'ব লগা একো নাই। শাখা সভাৰ পৰা পঠোৱা প্ৰস্তাৱসমূহ পাইছেনে নাই সেই কথা সভাত প্ৰতিনিধিসকলে জানিবলৈ

বিচৰাটো স্বাভাৱিক। তাত সম্পাদকে টান পোৱাটো অনুচিত আছিল। সভাত গৃহীত নহলেও অন্ততঃ কি কি বিষয়ৰ ওপৰত শাখা সভাই প্ৰস্তাৱ গ্ৰহণ কৰিছে, সেইখিনি জনোৱাত কৃপণালী কৰাটো আমি নিবিচাৰো, বিশ্বাস হয় পত্ৰলেখকেও সেইটো নিবিচাৰে। 'হে মোৰ দুৰ্ভগীয়া দেশ। তুমি আলোচনা হলে কোৱা হাই-কাজিয়া হৈছে, চমুকৈ আলোচনা হলে কোৱা আধামৰা মানুহে কি কথা পাতিব। তোমাক ক'ত থওঁ মূৰত নে মাটিত? ওকণি আৰু পৰুৱা যে লৰু পাতি আছে।" পত্ৰলেখক বিয়াগোমদেৱে মূৰে-কপালে হাতদি বিনাব লগা হোৱাত দুখ লগা নাই, পুতৌহে উপজিছে। সহজ উপায়— আলোচনা নকৰিলেই হ'ল। কৰিলেও আনক ক'বলৈ, মাতিবলৈ, সুবিধা নিদি Business like মীমাংসালৈ আহক, "চাউলো সিজিব মিতিৰো ৰ'ব।"

... 'ভুৱা আভিজাত্য'ৰ কাৰণে ৰাইজে নিকাৰ ভুগিব লগা হৈছে। এই ৰোগৰ পৰা আৰোগ্য হোৱাটো যেনেকৈ আৱশ্যক— 'মই বৰ' ভাব লৈ যুক্তিৰ শৰাধ কৰি, আভিজাত্যৰ মোহত নিজৰ নাম লুকুৱাই শব্দৰ ফুলজাৰি মাৰি, ৰাইজক 'থকা-সৰকা' কৰাসকলেও নিজ-ৰূপ ধাৰণ কৰি ৰাইজক আতংকৰ পৰা উদ্ধাৰ কৰাটো আৱশ্যক। পত্ৰলেখক বিয়াগোমদেৱে এঠাইত কৈছে— 'কিন্তু তেওঁৰ দৃষ্টিভংগীৰ বিষয়ে আমাৰ বহুত প্ৰশ্ন হৈছে।' পত্ৰখনি পঢ়ি আমাৰো বহুত প্ৰশ্ন হৈছে— আধুনিকসকলক সাহিত্য সভালৈ আহ্বান কৰা আৰু সাহিত্যৰ শ্ৰীবৃদ্ধি কৰিবলৈ কোৱা এইগৰাকী সাহিত্যিকনো কোন যুগৰ? "ভয়ংকৰ ৰূপ (?) দেখি.... সদায়ে ধাতু উৰায়" এইখন কীৰ্ত্তননো কোন যুগৰ, য'ত প্ৰহ্লাদে ভগৱানৰ ভয়ংকৰ ৰূপদেখি ভয় খাইছিল। প্ৰহ্লাদৰ ভগৱানৰ ভয়ংকৰ 'ৰূপ'দেখি 'ধাতু উৰা' নাছিল, — ভগৱানৰ ভয়ংকৰ 'কোপ' দেখিও ভয় খোৱা নাছিল। 'সংসাৰ চক্ৰৰ' 'নিকাৰ' দেখিহে ধাতু উৰিছিল।

"ভয়ঙ্কৰ কোপ দেখিয়া তোমাৰ
প্ৰভু মোৰ ভয় নাই।
সংসাৰ চক্ৰৰ নিকাৰ দেখন্তে
সদায় ধাতু উৰায়।।"

এতিয়া প্ৰশ্ন হৈছে আমাৰ সাহিত্য ৰাজ্যতো 'হিৰণ্যকশিপুৰ' ৰাজত্বই চলিছে নেকি?

১৮ তাৰিখে, সভাৰ সভাপতিয়ে ১৭ তাৰিখৰ কথাখিনিৰ পৰাই তেখেতৰ কথাৰ ওপৰত সাহিত্য সেৱকসকলে কিমান গুৰুত্ব দিব তাক বুজি পোৱাৰ কথাহে কোৱা হৈছিল। তেখেতে ভাষণত সেৱকসকলক কৰা অনুৰোধ

কিমান ৰক্ষা কৰিব সেই কথাও সেই ডিগৰে অধিবেশনতে গম পাই অহাটোহে বুজিব খুজিছিলো। কোনটো উক্তিৰ দ্বাৰা, কোনটো উক্তি অনুশাসিত হ'ব নহব, সেইবোৰ কথালৈ যোৱা নাছিলোঁ। পত্ৰ-লেখকৰ চিন্তাৰ বিষয়বস্তু সেইটো হোৱাতহে আচৰিত হৈছোঁ। আচল কথাটো তল পেলাবলৈ এইবাৰ অদ্ভুত কথাৰ অৱতাৰণা নকৰা হ'লেও হ'লহেঁতেন।

পত্ৰ-লেখক বিয়াগোম সাহিত্যিকদেৱে কৰ্মকৰ্তাৰ তথা তেখেতসকলৰ ভুল ঢাকি ৰাখিবলৈ দাঙি ধৰা যুক্তিখিনি চাওঁক। "১৭ তাৰিখৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ অধিবেশনত আৰু বিষয়-বাছনি সভাত স্বয়ং উপস্থিত থকা সভাপতিয়ে প্ৰশ্নকাতত সম্পৰ্কীয় স্বকীয় মত লুকাই ৰাখি যেতিয়া প্ৰস্তাৱৰ প্ৰসঙ্গত দহৰ লগতে নিজক মিলাই দিয়ে, বেচেৰা সম্পদকটিয়ে কৰে কি?" কথাষাৰ সম্পাদকক সোধা হোৱা নাছিল, গতিকে বেচেৰা সম্পাদকটিয়ে কথাৰ মাজতে প্ৰশ্ন কৰাবো প্ৰয়োজন নাছিল। বিয়াগোমদেৱে বোধকৰোঁ জানে যে সেইখন সভা আছিল, তাত এজন সভাপতি আছিল। তাৰ পিছত পত্ৰলেখকে কৈছে "যদি সম্পাদকে বি. টি. পৰীক্ষাৰ্থীসকলে ইংৰাজী নাজা নেকি' বুলি প্ৰশ্ন কৰে, সেই প্ৰশ্নৰ দোষ কি? সি unparliamentarian নে অপ্ৰাসঙ্গিক নে অবৈধ নে অনৰ্হ?" সভাৰ সভাপতি, সম্পাদকৰ অধিকাৰ ক্ষমতা আদিৰ ওপৰত শব্দৰ ফুলজাৰি মৰা বিয়াগোমদেৱে এইখিনিতে সম্পাদকক পুতৌ (বেচেৰা) দেখুৱাই আনক প্ৰশ্ন কৰাটোৱে দোষ ঢাকিবলৈ কৰা চেষ্টাকহে প্ৰমাণ কৰিলে। সম্পাদক আছিল কাৰ্য্যনিবাহক সমিতিৰ— সাহিত্য সভাৰ, সেইদিনা সম্পাদকীয় প্ৰতিবেদন পাঠ কৰাৰ পিচত আৰু সম্পাদক হিচাপে কৰিব লগাখিনিৰ বাহিৰে বাকী কামত সভাপতিৰ ক্ষমতা প্ৰয়োগ কৰাৰ অধিকাৰ নাই বুলি পত্ৰ-লেখকক সোঁৱৰাই দিব লাগিব জানো? এজনে কথাকৈ থাকোতে সভাপতিৰ বাহিৰে কথাৰ মাজত আন এজনে মাত মতাটো পত্ৰ-লেখক বিয়াগোমদেৱৰ ওকণি পকৰাৰে ভৰা দেশৰেই নহয়— আনদেশৰো বোধকৰো নিয়ম নহয়। — সেয়া Unparliamentarian, অবৈধ, অনৰ্হ। সম্পাদকে প্ৰশ্ন কৰাটো অবৈধ নে বৈধ, সেইটো বিচাৰ কৰাটোৱে মোৰ একমাত্ৰ উদ্দেশ্য নাছিল, মোৰ কথা আছিল প্ৰশ্নটো ভিত্তিহীন— আৰু সেই প্ৰশ্নটোৱে স্পষ্টভাৱে অসমীয়া ভাষাক অৱমাননা কৰিছে। পত্ৰ লেখকে কৈছে— "এই প্ৰশ্ন কিয় অশোভন হ'ব পাৰে তাক মহত্তই বুজাই দিব পৰা নাই আৰু নোৱাৰে।" বুজিও নাই বুজা বুলি কোৱাজনক বুজোৱা সম্ভৱ নহয়। তথাপি. কওঁ— আমি অসমীয়া, আমাৰ মাতৃভাষা অসমীয়া, এনেস্থলত মাতৃভাষাৰ প্ৰশ্নখনৰ কথা ক'লে ইংৰাজী জনা নজনাৰ প্ৰশ্ন নুঠে,— উঠিব নোৱাৰে। প্ৰশ্নটোত এনে এটা ভাব সোমাই আছে যেন আমাৰ ভাষাৰ বিষয়ে কোৱাটো অশোভন, কৰ্ম-

কৰ্তাসকলেই ইচ্ছামতে কৰি থাকিব, সকলোবোৰ শুদ্ধ, যিহেতু তেখেতসকল প্ৰতিষ্ঠাবান। এতিয়াও কওঁ সম্পাদক অসমৰ এগৰাকী লেখত লবলগীয়া সাহিত্যিক,পণ্ডিত, ভাষাপ্ৰেমী— সেয়ে বাইজে তেওঁক ভাল পায়, সম্পাদকক ভাল পাওঁ, কিন্তু ভয় নকৰোঁ— তোষামোদো কৰিব নোৱাৰোঁ। পত্ৰলেখকতকৈ বেছি ভাল পাওঁ কাৰণে কৈছিলোঁ সম্পাদক শ্ৰীনেওগৰ পৰা (সেই সুৰত, যি সুৰ প্ৰশ্ন কৰোতে ব্যৱহাৰ কৰিছিল) সেই প্ৰশ্ন আশা কৰা নাছিলোঁ। ভাষাক কেৱল তেওঁলোকেই নহয় আমি, মানে ৰাইও ভাল পাওঁ। ইংৰাজী জানিলেই ইংৰাজীতে সকলো কৰিব লাগিব বুলি ভবা সেই মনোবৃত্তি দূৰ কৰিবৰ হোৱা নাই জানো?

"বৰ্তমান প্ৰধান সম্পাদকৰ দৰে বিনয়ী ভাষা কোনোজনেই সম্পাদকীয় প্ৰতিবেদনত ব্যৱহাৰ কৰা নাই।" (পত্ৰ লেখক ড° নেওগেই নেকি? নে কোনোবা লগা-ভগা?) পত্ৰলেখকে সম্পাদকক তোষামোদ কৰি ভাল পাইছে। পাওঁক। শ্ৰীনেওগক সকলোৱে জানে। সকলোৱে চিনি হয়তো নেপাব পাৰে, চিনি নোপোৱাসকলৰ সেয়া সৌভাগ্য বুলিয়েই ক'ব পাৰি। সকলো সভা-সমিতিৰ সম্পাদকেই দাঁত ভঙা বিশেষণেৰে প্ৰতিবেদন লিখি সাহিত্য কৰে। কিন্তু প্ৰশ্ন হ'ল সাধাৰণ ৰাইজৰ মাজত কেনে ব্যৱহাৰ কৰিবলৈ সমৰ্থ হয়? বিষয় বাছনি সভাত সম্পাদকে আলোচনা প্ৰসঙ্গত কথাখিনিলৈ আঙুলিয়াই দিলেই হ'ল। সেয়ে কৈছো 'চিনি নোপোৱাটো' আমাৰ সৌভাগ্য বুলি। ডুলিয়াজানৰ প্ৰতিনিধি আৰু আনকেইজনমান প্ৰতিনিধিৰ প্ৰশ্নৰ উত্তৰত ব্যৱহাৰ কৰা উক্তিবোৰ বোধকৰোঁ সকলোৱে অন্তৰত আছে। প্ৰতিবেদন আৰু শাখা সভাৰ প্ৰস্তাৱ সম্পৰ্কীয় কথাৰ সকলোখিনিৰে উত্তৰ দিয়াটো সম্পাদকৰ কাম (সমূহীয়া আলোচনাৰ কাৰণে দাখি ধৰা কথাত মন্তব্য দিয়াটো তেওঁৰ কাম নহয়)। সেইজন সম্পাদকৰ প্ৰতিবেদনৰ ভাষাক দোহাইদি তোষামোদ কৰিব খোজা পত্ৰলেখক ক'ব খোজো- ভালপোৱা মানুহজনৰ পৰা তেনে ব্যৱহাৰ কোনোও আশা নকৰে— ময়ো কৰা নাছিলোঁ।

আকৌ এঠাইত পত্ৰলেখকে সম্পাদকক defend কৰিছে এইবুলি 'চাৰিটা শব্দ উচ্চাৰণ কৰোঁতে ...... কি অপদ্‌ঘাত কথা হ'ল?' একো অপদ্‌ঘাত কথা হোৱা নাই, যিহেতু সেয়া কৰ্মকৰ্তাই কৈছিল, যিহকে তিহকে ক'ব পৰা অধিকাৰ তেখেতসকলৰ আছে, পত্ৰ-লেখকৰো আছে, সেয়েহে তেনে প্ৰশ্ন কৰিছে। সেইজন শ্ৰীনেওগ নহৈ কোনোবা অসাহিত্যিক সাধাৰণ ৰাইজৰ এজন হোৱা হলে বিয়াগোম সাহিত্যিকদেৱৰ দৰে লোকৰ থকা-সৰকা কৰা বাগত ৰক্ষা পৰিলহেঁতেনে? শ্ৰীনেওগৰ সেই উক্তি দোষৰ কথা বুলি ভাবিব

নোৱাৰা, লগতে 'কি অপদ্‌ঘাত কথা হ'ল' আদি উক্তিত আভিজাত্যৰ মোহ বুলি ক'লে কিয় বেয়া পায় নাজানো। চাৰিটা শব্দ কিয় প্ৰয়োজন হলে এটা শব্দও অনাহকত আনৰ কথাৰ মাজত সভাপতিৰ সমুখত সভাৰ কাম চলি থাকোতে উচ্চাৰণ কৰিব নোৱাৰিব পাৰে। সভাত আৰু প্ৰতিনিধি নাছিল জানো? কিয় আনে মন্তব্য দিয়া নাছিল? আমাৰ বিবেচনাত মোৰ কথাৰ ওপৰত সম্পাদকৰ সেয়া মন্তব্যই আছিল। আনৰ ভাষাত সি হয়তো বেলেগ ৰূপ লব পাৰে। সম্পাদকে আনৰ কথাৰ মাজতে মন্তব্য দিয়াৰ অধিকাৰ আছে নে নাই সেইকথা বিচাৰ ৰাইজে কৰি চাব।

প্ৰশ্নটোৱে বি. টি. পৰীক্ষাৰ্থীসকলক 'হেয়ভাব' কৰা হলে আমাৰ ক'ব লগা এঁকো নাছিল। লগতে কওঁ বি. টি. পৰীক্ষৰ্থীসকলে প্ৰশংসা বিচৰা নাই। মাত্ৰ সেই প্ৰশ্নই আমাৰ ভাষা'টাকহে 'হেয়ভাব' কৰিলে। ভাষাই মৰ্য্যাদা পোৱা মানেই ৰাইজে পোৱা, দেশখনে পোৱা। পত্ৰলেখকে কৈছে, তেখেতসকলে জনাত বি.টি. পৰীক্ষাৰ সকলো প্ৰশ্ন ইংৰাজীতে আহে, — আমিও কওঁ হয়, তেখেতসকলে সকলো জানে, বি. টি. পৰীক্ষাৰ আৰু এম. এ.ৰ অসমীয়াৰ প্ৰশ্নযে দুটা ভাষাত (ইংৰাজী আৰু অসমীয়া) বহুৰূপী কৰি প্ৰস্তুত কৰা হয় তাকো জানে, মাত্ৰ তাকে ৰাইজে সোঁৱৰাই দিলে বেয়া পায়। তেন্তে কওঁকচোন সম্পাদকদেৱ, আমিনো তেন্তে ভাল পালোঁ কি? প্ৰশ্নৰ মান ৰাখিবলৈ গৈ এটা ভাষাই (ইংৰাজীয়ে) এটা ভাষাক (অসমীয়াক) শাসন কৰি থকাটো কোনে বাঞ্চা কৰিব পাৰে? তেনে কৰাত প্ৰশ্নৰ মান হয়তো ৰক্ষা পৰিছে, কিন্তু ভাষাৰ মানদণ্ড? ইংৰাজী অসমীয়া মিহলাই অসমীয়া বিষয়ৰ প্ৰশ্ন প্ৰস্তুত কৰাৰ এটা অন্যতম যুক্তি ৰাইজে মন কৰক,— যিটো যুক্তি প্ৰায়েই শুনা হয়— "অসমীয়া শিক্ষণৰ প্ৰশ্ন অনা-অসমীয়া লোকেও কৰিব পাৰে নিশ্চয়"। শ্ৰদ্ধাৰে সোঁৱৰাই দিওঁ যিসকলে অসমীয়া ভাষাৰ ওপৰত পৰীক্ষা দিব, সেই সকলে অসমীয়া ভাষা নজনাকৈ— অসমীয়া আখৰ চিনি নোপোৱাকৈ, পৰীক্ষা দিবলৈ নাহে। যদি তেনে কোনো পৰীক্ষাৰ্থী আছে তেন্তে, যিমান টকা খৰচ নকৰক সেই ব্যৱস্থা বিশ্ববিদ্যালয়ে সুকীয়াকৈ লওঁক। যদি সেই যুক্তিৰ ভিত্তিতেই ইংৰাজীতে প্ৰশ্ন কাটে তেন্তে, কিয় এডোখৰ অসমীয়া, এডোখৰ ইংৰাজী— এটা শব্দ অসমীয়া, এটা শব্দ ইংৰাজী হয়। পৰীক্ষা পৰীক্ষাৰ্থীৰ কাৰণে, পৰীক্ষকৰপাণ্ডিত্যৰ পৰিচয় দিবৰ কাৰণে নহয়। সেই পাণ্ডিত্যৰ পৰিচয় দিবলৈ যাওঁতে যাওঁতে, আজি অসমীয়া ভাষাক ইংৰাজীয়ে গৰ্জ্জি ধৰি আছে। ভাষাৰ মৰ্য্যাদা ক্ষুণ্ণ হোৱাটো আমি নিবিচাৰো। লাহে লাহে আমাৰ বহুতেই ইংৰাজীতে কথাও ভাবিবলৈ লৈছে যেতিয়া প্ৰশ্ন কাকতৰ এইবোৰ কথা কোৱাত জগৰক লাগিব বোধহয়।

আলোচনা চক্ৰত আমি হতাশ হোৱাত পত্ৰলেখকে দুখ পাইছে, এটা কথা, sentiment ক সাধাৰণ এটা কথাতে আসে দিব নাপায়—sentiment হুঁনুকা। বুদ্ধি আৰু চিন্তা শক্তিৰে আমি হতাশ হোৱাৰ কাৰণবোৰ জুকিয়াই চোৱা হলে দুখ পাব নালাগিলহেঁতেন। অৱশ্যে এতিয়াও সময় অতীতহৈ যোৱা নাই।

প্ৰফুল্লচন্দ্ৰ মহন্ত

ৰণথলি, নগাঁও

(আমাৰ প্ৰতিনিধি, ৫ম বছৰ ৩য় সংখ্যা নভেম্বৰ, ১৯৬৪)